# কনকসেন ডেকা

## জীৱন আৰু সাধনা

পৰমা হাজৰিকা
মুখ্য সম্পাদক

মনোজ কুমাৰ ভট্টাচাৰ্য
সম্পাদক

দি ভিজুৱেল ইমেজ
গুৱাহাটী-৭৮১০০৬

## সম্পাদনা সমিতি

সভাপতি ঃ শৃল শৰ্মা
মুখ্য সম্পাদক ঃ পৰমা হাজৰিকা
সম্পাদক ঃ মনোজ কুমাৰ ভট্টাচাৰ্য
সম্পাদনা সহযোগী ঃ ৰিজু হাজৰিকা, ইলু দেৱী বৰুৱা,
অসীম কুমাৰ ডেকা, লীলা দেৱী

**KANAKSEN DEKA : JIBAN ARU SADHANA :** A felicitation volume written by prominent writers and compiled and edited by **Manoj. Kumar Bhattacharyya**, and Published by **The Visual Image**, Rehabari, Guwahati-781008 Price Rs. 110/-

**প্ৰকাশক** ঃ দি ভিজুৱেল ইমেজ, ৰিহাবাৰী, গুৱাহাটী-৭৮১০০৮
**প্ৰথম প্ৰকাশ** ঃ ১৬ জুলাই, ২০০৩
**দ্বিতীয় প্ৰকাশ** ঃ ১৬ ফেব্ৰুৱাৰী, ২০০৫
**বেটুপাত** ঃ অসীম কুমাৰ ডেকা
**মূল্য** ঃ ১১০/- টকা
**ছপা** ঃ দি ট্ৰিবিউন প্ৰেছ, গুৱাহাটী-৭৮১০০৩

# পূৰ্বাভাস

কৰ্মই হৈছে মানুহৰ জীৱন-উত্তৰণৰ ৰথী। কৰ্ম-সাৰ্থকতাই ব্যক্তি-বিশেষক সমাজৰ একো একোজন সু-নাগৰিকৰূপে প্ৰতিষ্ঠিত কৰে। মানুহ কৰ্মনিষ্ঠ হ'লেহে নিজ জীৱন-দৰ্শনক একোটা ধাৰাৰ দ্বাৰা সমাজক গতিশীল কৰিব পাৰে। তেনে এজন কৰ্মনিষ্ঠ ব্যক্তিৰ কৰ্মশক্তি আৰু চিন্তাধাৰা সামাজিক জীৱনৰ উত্তৰণৰ গতিপথত নিতান্তই অপৰিহাৰ্য হৈ পৰে। সাম্প্ৰতিক অসমীয়া সমাজখনৰ অনুষ্ঠান স্বৰূপ তেনে এগৰাকী শ্ৰদ্ধাশীল ব্যক্তি প্ৰবীণ সাংবাদিক, সাহিত্যিক কনকসেন ডেকাৰ ব্যক্তিত্বই জনসাধাৰণক অনুপ্ৰাণিত কৰি আহিছে।

বৰ্তমান অসমৰ সংবাদজগতৰ নেতৃস্থানীয় সাংবাদিকসকলৰ ভিতৰত কনকসেন ডেকা অন্যতম। সংবাদ সেৱাকে জীৱনৰ ব্ৰত হিচাপে আঁকোৱালি লোৱা এইগৰাকী সাংবাদিকে অপৰিসীম পৰিশ্ৰম আৰু অভিজ্ঞতালব্ধ সাধনাৰে দৈনিক অগ্ৰদূত, তিনিদিনীয়া অগ্ৰদূত, অকণিৰ অগ্ৰদূত, শ্ৰীময়ী, চিচিংফাক আদি কেইবাখনো কাকত-আলোচনী প্ৰকাশেৰে অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানটোক সুদৃঢ়ৰূপত গঢ়ি তুলিবলৈ সক্ষম হৈছে। বিগত কেইবাটাও দশকৰ জাতীয় জীৱনৰ জটিল ক্ষণত প্ৰবীণ সাংবাদিকজনৰ দ্বাৰা সম্পাদিত বাতৰি কাকতকেইখনে দায়িত্বশীল ভূমিকা পালন কৰি জনগণক সুস্থ পথৰ সন্ধান দিবলৈ সক্ষম হৈছে। এইগৰাকী প্ৰথিতযশা সাংবাদিকৰ মূল্যৱান সম্পাদকীয় স্তম্ভত প্ৰকাশ পাই আহিছে অসমৰ জাতি গঠনৰ প্ৰক্ৰিয়াত বাস্তৱসন্মত চিন্তা-চৰ্চা আৰু প্ৰশস্ত দৃষ্টিভঙ্গী। জনগণৰ গণতান্ত্ৰিক মূল্যবোধ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত প্ৰবীণ সাংবাদিকগৰাকীয়ে আপোচ বিহীনভাৱে প্ৰকাশ কৰি আহিছে জনকল্যাণৰ বাৰ্তা। জনসাধাৰণকো সুস্থ-সবল চিন্তাৰে প্ৰতিকূল পৰিৱেশত থিয় হৈ আগবাঢ়ি যাবলৈ সকীয়াই দি আহিছে। দেশ, জনগোষ্ঠী, জাতি আৰু সমাজৰ বৃহৎ স্বাৰ্থলৈ লক্ষ্য ৰাখি নিৰ্ভীকভাৱে নিজস্ব মতাদৰ্শ ব্যক্ত কৰি গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ সংবাদ সেৱাক গুৰুত্ব দি আহিছে।

সাহিত্যৰ সকলো দিশতে মুক্ত বিচৰণৰ বাবে শ্ৰীডেকাৰ লিখনিসমূহত প্ৰতিফলিত হৈছে জাতীয়তাবোধৰ প্ৰতি থকা গভীৰ উপলব্ধি আৰু গণতান্ত্ৰিক মূল্যবোধৰ সজাগতা। কেইবাখনো মূল্যৱান গ্ৰন্থত শ্ৰীডেকাই বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে অসমৰ সংকটাপন্ন অৱস্থাটো ফঁহিয়াই দেখুৱাই দিয়াৰ লগতে সমস্যা সমাধানৰ দিশৰো উল্লেখ কৰিছে।

প্ৰবীণ সাংবাদিক, সাহিত্যিক, লেখক কনকসেন ডেকাৰ সত্তৰতম্ জন্ম-

দিবসত তেখেতৰ কৰ্মবহুল জীৱনৰ সাৰ্থকতা, লগতে অসমপ্ৰেমী তথা মানৱতাবাদী আৰু যুগান্তকাৰী এইগৰাকী ব্যক্তিৰ দৃষ্টিত উজ্জ্বলি থকা আশাৰ উজ্জ্বলতাখিনিক জনগণৰ আগত তুলি ধৰাৰ এক সমবেত প্ৰয়াস। এই শুভ-মুহূৰ্তত অভিজ্ঞ সাংবাদিক, লেখক কনকসেন ডেকাৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি তেখেতৰ মহৎ প্ৰচেষ্টাৰ অবিৰত যাত্ৰাক আমাৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ। এই উপলক্ষে প্ৰকাশিত অভিনন্দন গ্ৰন্থ 'কনকসেন ডেকা ঃ জীৱন আৰু সাধনা'ত যিসকল লব্ধপ্ৰতিষ্ঠিত সন্মানীয় সাহিত্যিকে ভিন্নসুৰীৰ লিখনিৰে আমাক উৎসাহিত কৰিলে তেখেতসকললৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

# পাতনিতে আযাৰচেৰেক

প্ৰত্যেক মানুহৰে একোটা নিজস্ব দৰ্শন থাকে, থাকে আদৰ্শ। দৰ্শন নথকা মানুহ গুৰিয়াল নোহোৱা নাৱৰ দৰে। সময়ৰ সোঁতত যেনি-তেনি উটি যোৱাৰ সম্ভাৱনা থাকে। যিজনৰ দৰ্শন বা আদৰ্শ থাকে তেওঁ সততে লক্ষ্যভ্ৰষ্ট নহয়। নানা ঘাত-প্ৰতিঘাত অতিক্ৰম কৰি হ'লেও সেইজন ব্যক্তি নিজৰ লক্ষ্যস্থানত উপনীত হ'বই।

তেনে এজন আদৰ্শবান ব্যক্তিক আজিৰ পৰা ৩১ বছৰ আগতে মংগলদৈৰ নিজৰ কাৰ্যালয়ত লগ পোৱাৰ মোৰ সৌভাগ্য ঘটিছিল। প্ৰথম দৃষ্টিতেই ব্যক্তিজনৰ প্ৰতি মোৰ অহৈতুক যি শ্ৰদ্ধা, ভক্তিৰ ভাব মনত উদ্ৰেক হ'ল, পিছলৈ সেই ভাবটোৱেই মোৰ মনৰ মাজত দোলা দি থাকিল আৰু মোৰ জীৱনৰ গতিপথকে সলাই পেলালে।

সেই ব্যক্তিজনেই হ'ল বৰ্তমান সংবাদ জগতৰ এগৰাকী স্ব-মহিমাৰে মহিমামণ্ডিত সম্পাদক কনকসেন ডেকা। তেখেতৰ সৈতে হোৱা প্ৰথম সাক্ষাততে মই ইমানেই মুগ্ধ হৈ পৰিলোঁ যে তেখেতৰ দৰে সম্পাদক এজন হোৱাৰ স্পৃহা এটি অহৰহ মোৰ মনত জাগি থাকিল। মাত্ৰ কেইমুহূৰ্তৰ চিনাকিয়ে মোৰ ভৱিষ্যতৰ সপোনক এনে ৰূপ দিলে যাক বাস্তৱত পৰিণত কৰাৰ হেঁপাহতে ১৯৭২ চনৰ পৰাই 'অগ্ৰদূত'ত মোৰ লিখনি আৰু চিত্ৰ ছেগাচোৰোকাকৈ প্ৰকাশ পাবলৈ ধৰিলে। ১৯৮৬ চনৰ পিছৰে পৰা কনকসেন ডেকাদেৱৰ সান্নিধ্যলৈ আহি কাকতখনৰ প্ৰতি থকা তেখেতৰ একাগ্ৰতা, জনসাধাৰণৰ প্ৰতি থকা দায়বদ্ধতা আৰু প্ৰতিটো খবৰকে শুদ্ধ ৰূপত প্ৰকাশ কৰাৰ মানসিকতা দেখি মই বেছিকৈ মুগ্ধ হৈ পৰিলোঁ।

নামেই যাৰ পৰিচয়, সেই ব্যক্তিজনেই হ'ল কনকসেন ডেকা। প্ৰতিদিনে তেখেতৰ কলমেৰে নিগৰা আলোচনা, চোকা সমালোচনা বা সচেতন হ'বলৈ দিয়া সকীয়নিবোৰৰ জৰিয়তে জনসাধাৰণৰ লগত আত্মিক সম্পৰ্ক গঢ়ি উঠাৰ পিছত নতুনকৈ চিনাকি কৰাই দিয়াৰ থল থকা বুলি মই নাভাবোঁ। যিকোনো জ্বলন্ত সমস্যা এটিক যুক্তিসহকাৰে বিশ্লেষণ কৰি তাৰ সমাধানৰ পথ বিবেচনাৰে দেখুৱাই দিয়াত তেখেঁত সিদ্ধহস্ত। সমাজ সচেতক, যুক্তিবাদী চিন্তাধাৰাৰ লেখক হিচাপে পৰিগণিত হোৱা কনকসেন ডেকা এগৰাকী সফল সাংবাদিকেই নহয়, আগশাৰীৰ সাহিত্যিক হিচাপেও তেখেতে খ্যাতি লাভ কৰিছে।

বাতৰি কাকত এখনক নিজে জন্ম দি অতি কম দিনৰ ভিতৰতে নিজৰ কৰ্মৰ ওপৰতে ভৰসা কৰি একক প্ৰচেষ্টাৰে আগুৱাই আহি তেখেতে আজি যিটো স্তৰত উপনীত হৈছে সি সঁচাকৈয়ে সংবাদ জগতৰ বাবে গৌৰৱৰ বিষয়। আৰ্থিক অনাটন, চৰকাৰী ৰোষৰ বলি, নিষিদ্ধ সংগঠনবোৰৰ ভাবুকিয়েও তেখেতৰ গতিত যতি পেলাব নোৱৰা বাবেই সিদিনাৰ চালুকীয়া প্ৰতিষ্ঠানটো সঁচাকৈয়ে আজি এটি বৃহৎ প্ৰতিষ্ঠানলৈ পৰ্যবসিত হ'ব পাৰিছে।

নতুন পুৰুষক যুক্তিৰ আধাৰত নতুন সমাজ গঢ়িবলৈ পৰামৰ্শ দিয়া কনকসেন ডেকাই দূৰদৃষ্টিসম্পন্ন হোৱা বাবেই অনাগত দিনবোৰৰ প্ৰতি মনে-প্ৰাণে চিন্তিত হৈ নতুন পথৰ সন্ধান দিছে। তেখেতে কোৱা কথাবোৰতেই যেন অন্তৰ্নিহিত হৈ আছে নিজৰ সত্তা। যিজনে গোন্ধ শুঙিয়েই কৈ দিব পাৰে কোনটো খবৰ আৰু কোনটো খবৰ নহয় তেৱেঁই দক্ষ সাংবাদিক। সাংবাদিকৰ এই গোন্ধ ল'ব পৰা নাকটোকেই কোৱা হয় Nose for news. এই নাক জন্মগত। ইংৰাজীত news শব্দৰ প্ৰতিটো বৰ্ণই খবৰৰ ইংগিত দিয়ে। News অৰ্থাৎ N-North, E-East, W-West আৰু S-South ইয়াৰ অৰ্থ হ'ল চাৰিওফালে চোৱা, সকলোতে খবৰ পাবা।

বন্দুকতকৈ কলমৰ শক্তি বেছি। গণতান্ত্ৰিক দেশ এখনত বাতৰি কাকতৰ প্ৰভাৱ অপৰিসীম। বাতৰি কাকতে যেনেদৰে বিপ্লৱৰ সৃষ্টি কৰিব পাৰে ঠিক তেনেদৰে বিপ্লৱৰ অৱসানো ঘটাব পাৰে।

অসমীয়া লোকে গুণৰ মোল দিব নাজানো বুলি এটা অপবাদ আছে। সেইবাবেই কেঁকোৰা আখ্যা পোৱাৰ পিছতো আমাৰ স্বভাৱৰ বিশেষ পৰিৱৰ্তন আজিও ঘটা নাই। অসমত বৰ্তমানেও আমি যোগ্যজনক জীৱিত অৱস্থাত যথোচিত মৰ্যাদা দিব পৰা নাই। মৃত্যুৰ পিছত স্বীকৃতি দি কি লাভ? সেইবাবেই আমি সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ ৭০ বছৰীয়া জন্মদিনত তেখেতৰ সাহিত্য কৰ্মৰ আভাস এটি এই গ্ৰন্থখনৰ জৰিয়তে তুলি ধৰাৰ চেষ্টা কৰিছো। লগতে তেখেতৰ সান্নিধ্য লাভ কৰা কেইগৰাকীমান বিশিষ্ট ব্যক্তিৰ কনকসেন ডেকাদেৱৰ সম্পৰ্কে লিখা কেইটামান লিখনিৰে উক্ত গ্ৰন্থখনি যুগুত কৰা হৈছে। গ্ৰন্থখনিত তেখেতৰ গুণানুকীৰ্তন কৰা হোৱা নাই, বৰঞ্চ সঁচা ছবি এখন তুলি ধৰাৰহে প্ৰয়াস কৰা হৈছে। আশা কৰোঁ পাঠকসমাজে গ্ৰন্থখনিৰ মাজত সঁচা মানুহজনৰ প্ৰতিচ্ছবি এটি বিচাৰি পাব।

# সূচী

## কনকসেন ডেকাৰ নিৰ্বাচিত ৰচনা সম্ভাৰ





# অভিনন্দন, অভিনন্দন

তোমাৰ নামটো শুনাৰ
লগে লগে
মোৰ মনত পৰে মোৰেই গানটোলৈ
"এক নতুন সূৰ্য্য দেখিবৰ বাবে
আছোঁ এতিয়াও জাগি
ৰাতিৰ প্ৰহৰী হৈ
এক নতুন পঙ্কজ ফুলাবৰ বাবে
আনিছোঁ বতাহ আমি
পঙ্ক বিদাৰি থৈ......"
তোমাক যেতিয়াই দেখোঁ
তেতিয়াই হাতযোৰ কৰি জনাওঁ
শুভইচ্ছা "জয়ী হোৱা"
এই কাৰণেই যে,
তুমি এক অকলশৰীয়া
সঙ্কল্প
এই কাৰণেই যে
কলা-কৃষ্টি শিলত
তোমাৰ নিৰ্ভীক বাণী জিলিকি থাকে
সোণৰ ৰেখাৰ দৰে
এই কাৰণেই যে,
সময়-চেতনাৰ

## তুমি অগ্ৰদূত

তুমি আমাৰ
ইচ্ছাৰ যেন
প্ৰতিৰূপ
নিৰলস এক অতন্দ্ৰ প্ৰহৰী তুমি
সেয়ে
যেতিয়াই পাওঁ লগ
জনাই আহিছোঁ শুভইচ্ছা "জয়ী হোৱা"।

তুমি বুজা
যিটো বহুতে নুবুজে
শব্দ একোটাৰ কিমান শক্তি থাকে
এষাৰ বাণী, শুদ্ধ বাণী
ঘন আন্ধাৰৰ মাজতো থাকিব
ৰাতিৰ সূৰ্য্য হৈ
তুমি যিহেতু
সত্যৰ সেৱক,
তুমি শিক্ষক,
সুসংস্কৃত মনৰ অধিকাৰী
মহৎ আদৰ্শৰ প্ৰেৰণামণ্ডিত
মুক্তিৰ বাৰ্তাবাহী
তোমাৰ বাৰ্তা
অমৃত বাৰ্তা হওক।

আমি সহযাত্ৰী
আন্ধাৰ দুৱাৰ খনে খনে খুলি
আমি গৈ থাকিম
গৈ থাকিম পৰস্পৰে
হাতত ধৰি ধৰি
মুখত আমাৰ একেই মন্ত্ৰ
"ক্লান্ত নহওঁ, ক্লান্ত নহয় গতি"!

অগ্নিগৰ্ভা এইটো সময়
আটাইৰে অগ্নি পৰীক্ষা
তাৰ মাজতেই
মহত্তম আদৰ্শৰে
তোমাৰ জীৱন-দীক্ষা।

জুয়েতো নোপোৰে সোণ
তোমাৰ নামৰ অৰ্থ সাৰ্থক হওক
অসামান্য যি দান দিলা
অকলশৰীয়া দুহাতেৰে, কৰি লৈ জীৱন পণ
অভিনন্দন হে সাহসী বীৰ
অভিনন্দন
অভিনন্দন।।

ড° নিৰ্মলপ্ৰভা বৰদলৈ

# কনকসেন ডেকাৰ ব্যক্তিত্বত এভুমুকি

গিৰিশ চৌধুৰী

ঋজু দেহ, উন্নত শিৰ, ব্যৱহাৰত অমায়িক— এই ব্যক্তিজনক প্ৰথম দেখাতেই ভাব হৈছিল যে এই ব্যক্তিজন বহুজনৰ ভিতৰৰেই এজন, কিন্তু অনুভৱ কৰিছিলোঁ তেওঁ যেন এক বিশেষ স্থিতি, বিশেষ ব্যক্তিত্বৰ গুণেৰে উদ্ভাসিত হৈ আছে। কনকসেন ডেকা— আজি বহু বছৰ আগতেই তেওঁক মই লগ পাইছিলোঁ, কিন্তু ক'ত আৰু কিমান বছৰ আগতে লগ পাইছিলোঁ—আজি যেন মনত পেলাব পৰা নাই। নিকট সান্নিধ্যৰ বাবে, হয়তো গঢ়ি উঠা আত্মীয়তাৰ বাবেই— সেই দিন-বাৰ-সময় সকলো একাকাৰ হৈ গৈছে। কিন্তু এইটো কথাই মোৰ মনত আছে যে এই ব্যক্তিজন,— ওপৰত উল্লেখ কৰাৰ দৰে— বহুজনৰ মাজত এজন আৰু প্ৰথম দৰ্শনতেই, প্ৰথম কথোপকথনতেই মনৰ ভিতৰত ৰেখা-পাত কৰি গৈছিল। তেওঁৰ ব্যক্তিগত জীৱনৰ বহু কথা অৰ্থাৎ সকলো কথা মই জনা নাছিলোঁ জনাটো সম্ভৱো নাছিল— জানিবলৈ অনুসন্ধিৎসাও হোৱা নাছিল। তেওঁৰ ব্যক্তিত্বয়ে মোক তেওঁৰ ওচৰলৈ টানি নিছিল— মোতকৈ বয়সত সৰু হিচাপে প্ৰথম লগ পোৱাৰে পৰা এই তীক্ষ্ণ ডেকাজনৰ পৰা মই অজস্ৰ সন্মান আৰু ভালপোৱাৰ কথা অনুভৱ কৰিছিলোঁ।

তেওঁ বেলশৰৰ এঘৰ আঢ্যৱন্ত পৰিয়ালৰ লোক। তেওঁৰ পিতৃক সেই অঞ্চলত সন্মান-সমীহ নকৰা ব্যক্তি নাই বুলিয়েই জনা যায়। তেৰোঁ আছিল এক বিৰল ব্যক্তিত্বৰ লোক। তেওঁলোক চাৰি ভাই। পিতৃ গৌৰীসেন ডেকাই প্ৰায় ৯৪ বছৰ বয়সত ইহলীলা সম্বৰণ কৰাৰ কথা আমি গম পাইছিলোঁ, গম পাইছিলোঁ মাথো কনকসেন ডেকাৰ পিতৃ বুলিয়েই নহয়, তেওঁ সেই অঞ্চল— সমগ্ৰ কামৰূপৰ বুলি ক'লেও অত্যুক্তি কৰা নহয়— এজন পৰোপকাৰী ব্যক্তিত্বসম্পন্ন লোক হিচাপেই সকলোৱে মানিছিল।

সেয়েহে গম পাইছিলোঁ তেওঁৰ দেহাৱসানে সহস্ৰজনক ম্ৰিয়মাণ কৰি তুলিছিল।

কনকসেন ডেকাই ইচ্ছা কৰিলে এটা সংগ্ৰামী জীৱন বাছি নলৈ সুখেৰে-আৰামেৰে খাই-বই জীৱন নিৰ্বাহ কৰিব বুলি ভাবিলে তেওঁ তেনেদৰেই আৰামতে জীৱন নিৰ্বাহ কৰিব পাৰিলেহেঁতেন! কিন্তু তাকে নকৰি তেওঁ বিচাৰি লৈছিল এক সংগ্ৰামী জীৱন, জীৱনযুদ্ধত জঁপিয়াই পৰিছিল। সাম্যবাদত বিশ্বাসী কনকসেন ডেকাই— যুৱক কনকসেন ডেকাই চিৰকালেই এখন সুস্থ সমৃদ্ধ অসম গঢ়ি তুলিবলৈ মনে-প্ৰাণে আকাংক্ষা কৰিছিল— আশা কৰিছিল এনে এখন ভাৰতবৰ্ষৰ সৃষ্টি হওক— যিখন ভাৰতবৰ্ষত কোনো ভেদাভেদ, ভাষাৰ ভেদাভেদ নাথাকক— জীৱন নিৰ্বাহৰ পথ সুগম-সুষম হওক— সকলোৱে সেই সুখ, মৰ্যাদা, সমভাৱে উপভোগ কৰক। সেইবাবেই এসময়ৰ তেওঁলোকৰ ঘৰখন সাম্যবাদৰ কৰ্মশালা হিচাপে পৰিগণিত হৈছিল।

এলাহাবাদ বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ শিক্ষা লাভৰ পিছতে তেওঁ কিছুদিন শিক্ষকতা কৰিবলৈ লৈছিল মঙলদৈৰ ওচৰৰ ছিপাঝাৰ অঞ্চলত বুলি আমি গম পাইছিলো। গম পাইছিলো এই কাৰণেই যে তেওঁ তেওঁৰ প্ৰথম কাকত পবেকীয়া 'অগ্ৰদূত' প্ৰকাশ কৰি উলিয়াইছিল। প্ৰথম বা দ্বিতীয় সংখ্যাটি মই পাইছিলো নে নাই—পঢ়িছিলোঁ নে নাই সঠিক মনত নাই, কিন্তু তাৰ পিছতেই কেইবাটাও সংখ্যা নিয়মিতভাৱে মই পঢ়িছিলোঁ। এই কাকতখনৰ সম্পাদক কনকসেন ডেকানো কোন জানিবলৈ উৎসুক হৈ পৰিছিলো। উৎসুক হৈছিলোঁ এই কাৰণেই যে প্ৰথমে আকৰ্ষিত হৈছিলোঁ 'অগ্ৰদূত' নামটোত আৰু পিছত এই কাকতৰ ভিতৰত পোৱা লিখনিসমূহ পঢ়ি উৎফুল্লিত হৈছিলোঁ। উৎফুল্লিত ঠিক নহয় চমৎকৃত হৈছিলোঁ। কাৰণ এই নতুন কাকতখনৰ প্ৰায়বোৰ লিখনিয়েই চিন্তাৰ খোৰাক যোগাইছিল, প্ৰায়বোৰ লিখনিতেই প্ৰকাশ পাইছিল এক বিৰল প্ৰতিভা যি লিখনিয়ে মন চুই যায়, মনৰ ভিতৰত দোলা দিয়ে। তাৰ পিছৰে পৰা তিনিদিনীয়া 'অগ্ৰদূতে' পঢ়ুৱৈ সমাজত এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হ'ল। মোৰ কেইবাজনো সাংবাদিক বন্ধুৱেও এই কাকতখনৰ লিখনিৰ নতুনত্ব স্বীকাৰ কৰিলে আৰু এই লৈ আমি অনুসন্ধিৎসু হৈ পৰিছিলোঁ, এই ডেকা সম্পাদকজন কোন! আৰু নামটো— 'অগ্ৰদূত' নামটোও যে অৰ্থবহ সেই কথাও আমি আলোচনা কৰিছিলোঁ অতি বিস্তৃতভাৱে।

তাৰ পিছত বহুতদিন পাৰ হৈ যায়। সময়ৰ সোঁতত গুৱাহাটী তথা অসমক বাতৰি কাকতে ছানি ধৰে। আমাৰ দিনত, আমাৰ ছাত্ৰ জীৱনত বোধকৰো এখন, কাচিৎ দুখনহে বাতৰি কাকত দেখিবলৈ পাইছিলোঁ। 'নতুন অসমীয়া'কে আদি কৰি দুখন নে তিনিখন কাকতেই অসমক প্ৰতিনিধিত্ব কৰিলে কেইবাবছৰো। অৱশ্যে তাৰ

মাজতে 'বাতৰি' আদি কাকতো সুন্দৰ ৰূপ লৈ প্ৰকাশিত হোৱাৰ পিছতো বেছিদিন টিকি নাথাকিল। সেইবোৰ কাকত বিস্মৃতিৰ গহ্বৰত নাইকিয়া হৈ গ'ল। তাৰ মাজতে দেখা পালোঁ 'দৈনিক অগ্ৰদূত' আহি লোকচক্ষুৰ সন্মুখত আত্মপ্ৰকাশ কৰিলে। 'দৈনিক অগ্ৰদূত' সম্পাদনা কৰিছে সেই তিনিদিনীয়া 'অগ্ৰদূত'ৰ সম্পাদক কনকসেন ডেকাই।

সেই সময়তেই বোধকৰো কোনো এটা কাৰণত কনকসেন ডেকাৰ লগত মোৰ দেখা হৈছিল। যেহেতু কনকসেন ডেকা সাহিত্যৰ বাহিৰেও শিল্পচৰ্চাৰো অনুৰাগী আছিল সেয়ে নানা কথা লৈ আমিও তেখেতৰ ওচৰ চাপিছিলোঁ যাতে তেখেতৰ কাকতে আমাক আমাৰ শিল্পীকুলক সহায় কৰে।

তেতিয়াই মোৰ কনকসেন ডেকাৰ লগত পৰিচয় আৰু সঘনে, কাৰণে-অকাৰণে গৈ থকাৰ বাবে এটি সম্বন্ধ স্থাপন হয়। অকাৰণে বুলি যদিও লিখিছোঁ ঠিক অকাৰণত মই সেই সময়ত অৱশ্যে তেওঁৰ ওচৰলৈ যোৱা নাছিলোঁ— প্ৰায়েই গৈছিলোঁ 'এটি কাৰণে' কাকতলৈ আৰু সকলো সময়তেই তেওঁৰ মধুৰ ব্যৱহাৰে মোক মুগ্ধ কৰিছিল। তেতিয়া তেওঁৰ বয়স যথেষ্ট কম—উৎসাহ-উদ্দীপনাৰ অন্ত নাই—কিন্তু কোনো ক্ষেত্ৰতে তেওঁক পাতল চিন্তাৰ ব্যক্তি যেন লগা নাছিল। 'বাচালতা' বুলিলে যি বুজায় সেইটো তেওঁৰ নাছিল। সকলো সমস্যাকে তেওঁ অত্যন্ত গভীৰভাৱে গ্ৰহণ কৰিছিল আৰু তাৰ মীমাংসা উলিয়াবলে প্ৰচেষ্ট হৈছিল— আমাক সহায় কৰিবলেও সদা প্ৰচেষ্ট আছিল।

বাতৰি কাকত এখন নিজস্ব স্বত্বাধিকাৰীত্বৰে, নিজস্ব সম্পাদনাৰে প্ৰকাশ কৰাটো উজু কথা নহয়। তদুপৰি 'অগ্ৰদূত'ৰ কেইবাটাও ঠাল-ঠেঙুলি তেওঁ কৃতকাৰ্যতাৰে সুচিন্তিতভাৱে পৰিচালনা কৰি আহিছে। তিনিদিনীয়া, দৈনিক অগ্ৰদূত, শ্ৰীময়ী আদি কেইবাখনো কাকত লৈ তেওঁ সাংবাদিক জগতত, সাহিত্য জগতত বিচৰণ কৰিছে অতি দক্ষতাৰে। সেয়েই এনেকুৱা এটি বৃহৎ প্ৰতিষ্ঠান, বিভিন্ন ধৰণৰ সা-সঁজুলিৰে পৰা বিভিন্ন বিভাগৰ কলা-কুশলী, কৰ্মচাৰীলৈ এটি বৃহৎ গোষ্ঠীক এনেদৰে নিঃশব্দে নিয়াৰিকৈ আগবঢ়াই লৈ যোৱাটো সহজ কথাতো নহয়েই, আমি অতি কঠিন কাম বুলিয়েই ভাবিছিলোঁ আৰু সেই কথা আজিও অনুভৱ কৰিছোঁ। এটা সময়ত তেওঁলৈ সহায়ৰ হাত আগ বঢ়াবলৈও বিশেষ কোনো ব্যক্তিকো দেখা নাছিলোঁ—কাৰণ তেতিয়া তেওঁৰ পুত্ৰ দুটি সৰু আৰু ছাত্ৰাৱস্থাতে আছিল। এতিয়া হয়তো তেওঁ তেওঁৰ সু-পুত্ৰদ্বয়ৰ পৰা এই কণ্টকাকীৰ্ণ কৰ্মযজ্ঞত প্ৰভূত সহায় পাইছে—কিন্তু তেতিয়াৰ এটা সময়ত, মই জনাত, বোধকৰো তেওঁৰ সুগৃহিণীগৰাকীৰ বাহিৰে এইবোৰ কথা লৈ আলোচনা কৰিবলৈও কোনো ব্যক্তি তেওঁৰ ওচৰত নাছিল।

বাতৰি কাকত প্ৰকাশ কৰাৰ দৰে এনে বৃহৎ কাম তেওঁ কিয় বাৰু হাতত ল'লে—

তাৰো প্ৰায় সম্পূৰ্ণ অকলে। মই যিখিনি তেওঁক বুজি পাইছোঁ তেওঁ হয়তো বাতৰি কাকত নিজাববীয়াকৈ প্ৰকাশ কৰিবলৈ এই কাৰণেই দুঃসাহস বুকুত বান্ধি লৈছিল— তেওঁ যিবোৰ কথা ভাবে, যিবোৰ কথাই তেওঁৰ বিদ্ৰোহী-সংগ্ৰামী মনত খলকনি তোলে, সমাজৰ ঘুণবোৰ দেখুৱাই দিবৰ বাবে। সমাজত সংঘটিত হৈ থকা অন্যায়, অবিচাৰবোৰ অকপটে প্ৰকাশ কৰাৰ যি ইচ্ছা তাকে ভাষাৰে, কথাৰে প্ৰকাশ কৰিবলৈ হ'লে— নিজৰ কাকত এখন নহ'লে আনৰ কাকতযোগে প্ৰকাশ কৰাটো সম্ভৱপৰ নহ'ব। তেওঁৰ অগ্নিবৰষা 'কথাৰ জুই' কোন কাকতে স্থান দিব—আৰু স্থান দিলেও কিমান দিনৰ বাবে, কিমানবাৰ দিব? তেওঁৰ সেই উদ্‌গীৰণৰ বাবে যে তেওঁ অপেক্ষা কৰি থাকিব লাগিব, আনৰ সময় অৰ্থাৎ মৰ্জিৰ ওপৰত নিৰ্ভৰ কৰি থাকিব লাগিব, হয়তো সেই কাৰণেই। তেতিয়াৰ যুবক ডেকাই অন্তৰৰ নিভৃত কোণত স্তূপীকৃত হৈ থকা কথাবোৰ, চিন্তাবোৰ প্ৰকাশ কৰিবলৈ আনৰ কাকতলৈ অপেক্ষা কৰি নাথাকি— এই দুঃসাহসী প্ৰচেষ্টাৰে নিজাববীয়াকৈ কাকত প্ৰকাশ কৰাৰ ব্যৱস্থা হাতত ল'লে। তাৰেই ফলশ্ৰুতিত হয়তো আমি, অসমৰ বাইজে 'অগ্ৰদূত'ৰ দৰে এখন কাকত পাইছোঁ। এই কাকতৰ পিছত কিমান যে সংগ্ৰাম, কিমান যে আত্মত্যাগ নিহিত হৈ আছে বাহিৰৰ পৰা আমিবোৰে হয়তো বহুতেই অনুভৱ কৰিব পৰা নাই। পাৰ্থিৱ জগতৰ একোকে নিবিচৰাকৈ মাথো দেশসেৱাৰ উদ্দেশ্যেই এনে মহৎ কাম এজন ত্যাগী মানুহেহে কৰিব পাৰে বুলি আমি যেন আজি উপলব্ধি কৰিব পাৰিছোঁ— ভাবিবলৈ চেষ্টা কৰিছোঁ। এই ধাৰণাত হয়তো মোৰ ভুল ধাৰণাও থাকিব পাৰে— সেয়েই লিখিছোঁ এয়া মোৰ উপলব্ধিহে।

তেওঁ মাথো সাংবাদিকেই নহয়— মাথো সাংবাদিক অৰ্থত যি বুজা যায়— তেওঁ সেই জাতীয় সাংবাদিক নহয় বুলিয়েই মোৰ ধাৰণা। তেওঁ লিখা, প্ৰকাশ হোৱা গ্ৰন্থসমূহে প্ৰমাণ কৰিছে যে তেওঁ সম্পূৰ্ণভাৱে সাহিত্য জগতৰ মানুহ। সাহিত্যই তেওঁৰ জীৱনৰ আধাৰ। তেওঁ লিখা কেইবাখনো যুগজয়ী কিতাপৰ কেইবাখনৰো কেইবাটাও সংস্কৰণ প্ৰকাশিত হৈ পাঠকৰ সঁহাৰিৰে সমাদৃত হৈছে। সেয়েই প্ৰমাণ কৰে তেওঁৰ লেখাই পাঠকক কিমান আকৰ্ষিত কৰে।

আনপিনে তেওঁ লিখা সম্পাদকীয়বোৰ— প্ৰতিটোতেই যেন অমূল্য সাহিত্যৰ পৰশ বিদ্যমান। তেওঁৰ দৰে নিৰ্ভীক সম্পাদক কিমানজন আমাৰ মাজত আছে মই নাজানো। তেওঁ লিখা সেই কুৰিটি সম্পাদকীয় 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক'—যি কুৰিটি যুগজয়ী সম্পাদকীয় পুস্তকাকাৰে প্ৰকাশিত হৈছে, সেই কিতাপখনে, সেই সম্পাদকীয়কেইটাই এক আলোড়নৰ সৃষ্টি কৰিছিল। সেয়েই হয়তো খুব কম সময়ৰ ভিতৰতে তিনিটা সংস্কৰণ ছপাই বিক্ৰী হৈ গৈছিল। ইমান স্পষ্ট

ভাষাৰে, ইমান যুক্তিৰে, ইমান গম্ভীৰভাৱে লিখা সম্পাদকীয় আমি খুব কমেই পঢ়িবলৈ পাইছোঁ। তেওঁৰ প্ৰতিটো বাক্যতে, প্ৰতিটো শব্দতে খণ্ডন কৰিব নোৱৰা "যুক্তিৰ আধাৰত" ৰচিত হৈছিল আৰু সেই লেখাৰ এটাই অতি আচৰিত দিশ আছিল— সেই বাক্যবাণে কাৰো মৰ্যাদাত আঘাত কৰা নাছিল, কাকো ক্ষুণ্ণ কৰা নাছিল। অবাঞ্ছনীয় তৰ্কৰ অৱতাৰণাৰ পৰিস্থিতিও সৃষ্টি কৰা নাছিল— আৰু সেয়েই হয়তো তেওঁৰ সেই লিখনিৰ বাবে সকলো স্তৰৰ মানুহেই শব্দেৰে নহ'লেও অন্তৰেৰে তেওঁৰ যুক্তিসমূহ বুজি লৈ তেওঁক মনে-প্ৰাণে অভিনন্দিত কৰিছিল।

আৰু বহুতো এনেধৰণৰ লেখা আমি 'অগ্ৰদূত'ৰ সম্পাদকীয় স্তম্ভত পঢ়িবলৈ পাইছিলোঁ। যিবোৰ লেখা পঢ়ি অন্তৰত এক শিহৰণ জাগে আৰু বহু অন্যায়ৰ প্ৰতিবাদ কৰিবলৈ মন যায়। কিন্তু এইটোৱেই তেওঁৰ লেখাৰ স্বাতন্ত্ৰ্য যে তেওঁৰ ৰচনা ব্যক্তিকেন্দ্ৰিক নহয় আৰু সেই লেখাই কাকো নিৰ্মমভাৱে আঘাত নকৰে।

এজন ব্যক্তিক জানিবলৈ বা চিনিবলৈ কিমান সময় লাগে সেই কথা কোৱা টান। সময়ৰ জোখমাৰিৰে সেই কথা হয়তো বহুতেই বুজিব নোৱাৰিব— ময়ো হয়তো পৰা নাই বা পাৰিছোঁ, কিন্তু মোৰ জীৱনৰ এই দীৰ্ঘ পৰিক্ৰমাত বহু জ্ঞানী-গুণীক লগ পোৱাৰ সৌভাগ্য মোৰ হৈছিল আৰু মোৰ জ্ঞান-বুদ্ধিৰে বহুজনকেই মোৰ মনৰ জোখাৰে বুজিবলৈ চেষ্টা কৰিছোঁ। কেতিয়াবা হয়তো শুদ্ধ-মীমাংসাত উপনীত হৈছোঁ— কেতিয়াবা হয়তো ভুলো কৰিছোঁ। আজিৰ এই নিবন্ধৰ সমাপ্তিত মোৰ সেই আওপুৰণি জোখমাৰিৰে জুখি লৈ লিখিবলৈ প্ৰয়াস কৰিছোঁ যে মই কনকসেন ডেকাক যিখিনি চিনিব পাৰিছোঁ— তেওঁ অৰ্থ লিপ্সাৰ বাবে বা বিত্তবান হ'বলৈ সংবাদ-সেৱী অথবা কাকতৰ বেহা মেলা নাই—তেওঁ এই বেহাত জড়িত হৈ পৰিছে তেওঁৰ নিজস্ব ধ্যান-ধাৰণা, আদৰ্শক মূৰ্ত ৰূপ দিবলৈ।

যদি মোৰ ধাৰণা সত্য হয়— তেনেহ'লে ডেকাৰ সত্য-নিষ্ঠা আৰু সংগ্ৰামৰ দ্বাৰা প্ৰতিষ্ঠিত মতাদৰ্শত তেওঁ জয়ী হওক—সেই কামনাই কৰিলোঁ। ○

# মোৰ দৃষ্টিত কনকসেন ডেকা

**সতীশ চন্দ্ৰ কাকতী**

অসমৰ বাতৰি কাকতৰ ইতিহাস অধ্যয়ন কৰিলে দেখা যায় যে প্ৰায় ৬৫ বছৰ আগত অসমৰ কোনো বাতৰি কাকত দীৰ্ঘজীৱী হোৱা নাছিল। বহুতে অসমৰ বাতৰি কাকত কচুপাতৰ পানীৰ লেখীয়া বুলি কৈছিল অৰ্থাৎ অসমত বাতৰি কাকত ওলায় আৰু বন্ধ হৈ যায়। কিন্তু সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাই প্ৰথমতে 'দি আসাম ট্ৰিবিউন' কাকত নামেৰে ইংৰাজী সাপ্তাহিক কাকত উলিয়াই পাছত কাকতখন দৈনিক আকাৰত গুৱাহাটীৰ পৰা প্ৰকাশ কৰি আৰু তাৰ লগতে আন বাতৰি কাকত উলিয়াই অসমীয়া বাতৰি কাকতৰ গ্লানি আঁতৰ কৰিলে। ৰাধাগোবিন্দ বৰুৱাৰ পৰম্পৰাৰ আৰ্হিত উদীয়মান সংবাদসেৱী কনকসেন ডেকাই ১৯৭১ চনতে 'অগ্ৰদূত' নাম দি পষেকীয়া কাকত এখন উলিয়াইছিল। কিছুদিন পাছত সেইখন সাপ্তাহিক আৰু শেষত সুদীৰ্ঘ কাল ধৰি তিনিদিনীয়াকৈ প্ৰকাশ কৰি আহিছে। আজিৰ পৰা আঠ বছৰ আগতে (১৯৯৫ চনত) ডেকাই 'দৈনিক অগ্ৰদূত' নামেৰে এখন দৈনিক কাকতো প্ৰকাশ কৰি অসমৰ বাতৰি কাকতৰ ক্ষেত্ৰত এটা উল্লেখযোগ্য পদক্ষেপ লৈছিল; কিন্তু দৈনিক বাতৰি কাকত প্ৰকাশ কৰাৰ ক্ষেত্ৰত যিখিনি অৰ্থ-সম্বলৰ আৱশ্যক, কনকসেন ডেকাৰ তেনে সম্বল নাছিল। ৰাইজৰ সমৰ্থন আৰু সহানুভূতিয়েই সম্পাদক আৰু মালিক কনকসেন ডেকাৰ মূলধন আছিল আৰু এই কামত কৃতকাৰ্য হ'ব পাৰিছে। এয়া এজন অসমীয়া যুৱক বা সাংবাদিকৰ কাৰণে গৌৰৱৰ বিষয়।

কোৱা বাহুল্য যে 'অগ্ৰদূত' অথবা 'দৈনিক অগ্ৰদূত' বাতৰি কাকত দুখন কোনো ৰাজনৈতিক বা সাম্প্ৰদায়িক দলৰ মুখপাত্ৰ নহয়; কাকত দুখন সম্পূৰ্ণভাৱে নিৰ্দলীয় আৰু অসমৰ বৃহত্তৰ স্বাৰ্থত আৰু দেশৰ জাতীয় স্বাৰ্থত উচ্ছৰ্গিত আৰু

ৰাইজ আৰু পাঠকৰ সমৰ্থনেই কাকত দুখনৰ প্ৰধান সম্বল। উল্লেখ কৰিব পাৰি যে এই কাকত দুখনৰ সহযোগী হিচাপে একে অগ্ৰদূত প্ৰতিষ্ঠানৰ পৰা অকণি আৰু মহিলাৰ কাৰণে দুখন আলোচনীও নিয়মিতভাৱে প্ৰকাশ হৈ আছে। কাকতকেইখন পৰিচালনা কৰাৰ ক্ষেত্ৰত সম্পাদক ডেকাৰ পৰিয়ালবৰ্গ তথা পৰিবাৰ, পুত্ৰ সমন্বিতে কেবাজনো ব্যক্তি বাতৰি কাকতকেইখনৰ সম্পাদনা, পৰিচালনাৰ ক্ষেত্ৰত সক্ৰিয় কৰ্মচাৰী।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে কনকসেন ডেকা এজন সফল সাংবাদিকেই নহয়, ডেকা অসমৰ বুদ্ধিজীৱী জগতত এজন স্বনামধন্য লেখক। অসমৰ সাম্প্ৰতিক সমস্যা তথা আলফাৰ স্বাধীন অসমৰ আন্দোলনৰ বিষয়ে কনকসেন ডেকাই যি কেইখন গ্ৰন্থ ৰচনা কৰিছিল সেই গ্ৰন্থখন ডেকাৰ গভীৰ জ্ঞানৰ পৰিচায়ক। এই গ্ৰন্থকেইখনৰ কেবাটাও তাঙৰণ প্ৰকাশ হৈছে। মই ভাবোঁ এই গ্ৰন্থকেইখন ইংৰাজী আৰু হিন্দী ভাষাত প্ৰকাশ হোৱা কাৰণে অসমৰ বাহিৰৰ লোকে এই আন্দোলনৰ বিষয়ে প্ৰকৃত তথ্য জানিব পৰাত সুবিধা হৈছে।

শেষত মোৰ ভাতৃ-স্বৰূপ সাংবাদিক কনকসেন ডেকাৰ দীৰ্ঘ জীৱন কামনা কৰোঁ যাতে তেওঁ সাংবাদিক জীৱনৰ যোগেদি অসমীয়া সমাজৰ, ভাৰতৰ জাতীয় জীৱনৰ আৰু সাংবাদিকতাৰ বহল ক্ষেত্ৰত সুদীৰ্ঘকাল সেৱা আগবঢ়াব পাৰে। ○

# নিৰ্ভীক নিবন্ধকাৰ কনকসেন ডেকা

## জ্ঞানানন্দ শৰ্মা পাঠক

একেবাৰে কেটেঙ-মেটেঙ, ঠেলা এটা মাৰিলেই ক'ৰবাত পৰি যাব যেন লগা দেহা এটাৰ নিমাখিত অধিকাৰীজনেই হ'ল উত্তৰ-পূব ভাৰতৰ সবাতোকৈ জনপ্ৰিয় আৰু বহু-প্ৰচলিত 'অগ্ৰদূত'ৰ দুৰ্ধৰ্ষ আৰু সত্যান্বেষী সম্পাদক কনকসেন ডেকা। এসময়ৰ ভাৰতবিখ্যাত বৰদাদা হেম বৰুবাৰ দৰে, মই পিন্ধিলে মোৰ ভৰিৰ তলুৱাছোৱা দীঘলীয়া কুৰ্তা আৰু পুতলে-দীঘল শুধ বগা পায়জামা পিন্ধা এই মানুহজন অসমীয়া সাহিত্য জগতত উল্কাৰ দৰেই আচম্বিতে আবিৰ্ভাব হৈছিল ১৯৬২ চনত ঠিক ১৯৬০ চনৰ সময়ৰ প্ৰলয়ংকৰী আৰু সৰ্বনাশী ৰাজ্যিক ভাষা আন্দোলনৰ দুবছৰৰ পিছত, যেতিয়া কটন কলেজৰ ২ নং ছাত্ৰাবাসৰ সেউজীয়া দুবৰি দলিছাবোৰ ৰঙচুৱা হৈছিল পুলিচৰ গুলিচালনাত ৰঞ্জিত বৰপূজাৰীৰ ফুলকুমলীয়া দেহাটোৰ তেজৰ ধাৰাৰে— তেওঁৰ অগ্নিবৰ্ষী লেখা 'জুলাই' শীৰ্ষক ৰচনাৱলীৰ যোগেদি। সেই কালান্তক ভাষা আন্দোলনে সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত জুই জ্বলাই দিছিল যি হিংসাগ্নিৰ লেলিহান শিখাই বৰাক উপত্যকা আৰু পশ্চিম বংগৰ বহুতো অঞ্চলত সাম্প্ৰদায়িক সংঘৰ্ষৰ সৃষ্টি কৰিছিল। সেই 'জুলাই' সংকলনটিত আছিল ভাষা-সমস্যা, ভাষা আন্দোলন, তাৰে সৈতে জড়িত অনেক সমস্যাৰ তথ্যসমৃদ্ধ আলোচনা। কিতাপখন ইমান জনপ্ৰিয় হৈ পৰিছিল যে প্ৰথম সংস্কৰণ প্ৰকাশ হোৱাৰ ২০ দিনৰ ভিতৰতেই শেষ হৈ গৈছিল।

আমি তাৰ পিছত ত্ৰিছটা বছৰ গচকি আহিলোঁ। এতিয়া যদি অতীতলৈ ঘূৰি চাওঁ, তেতিয়া 'জুলাই'ৰ ঐতিহাসিক অৱদানৰ কথা আমি অস্বীকাৰ কৰিব নোৱাৰোঁ আৰু সেই লেখাবোৰে আমাক, আমাৰ ১৯৯৩ চনৰ দুৰ্দশাগ্ৰস্ত অৱস্থাৰ

কথাখিনিৰ মূল কাৰণ বিচাৰি নতুনকৈ ভাবিবলৈ, আত্ম-বিশ্লেষণ কৰিবলৈ নিশ্চয় সহায় কৰিব—যি চিন্তা আৰু বিশ্লেষণৰ প্ৰয়োজনীয়তা সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ কাৰণে অপ্ৰমাদী।

'জুলাই'খনৰ উপৰি কনকসেন ডেকাই আমাক চাৰিখন ভিন্নসুৰী উপন্যাস, বহুতো চুটিগল্প আৰু পাঁচখন একাংকিকা নাটকৰ সংকলন দিছিল 'অগ্ৰদূত'ৰ জন্মৰ আগেয়েই, যিখন পঢ়িবলৈ মানুহে থপিয়াথপি লগায় আৰু যিখন অৰ্ধ-সাপ্তাহিকে বৃহত্তৰ অসমৰ আৰ্থ-সামাজিক, ৰাজনৈতিক সমস্যাৱলীৰ যুক্তিনিষ্ঠ, নিৰপেক্ষ, নিৰ্ভীক আৰু বৈজ্ঞানিক বিশ্লেষণৰ আধাৰত, এই অঞ্চলৰ বিভিন্ন জনসত্তাৰ জীৱনলৈ নামি অহা বিক্ষুব্ধ চৈতন্যৰ মূল্যায়ন কৰি দেখুৱাই আহিছে।

জৰ্জ বাৰ্ণাৰ্ড শ্বৰ দৰে লেংলেঙীয়া, খীণ-মীন, মোতকৈ বহুত ওখ, 'অগ্ৰদূত'ৰ এই সম্পাদকজনক মই সেই তেতিয়াৰে মালীগাঁৱৰ সাধাৰণ টিনপাতৰ ঘৰ এটাত থকা 'অগ্ৰদূত' কাৰ্যালয়ত আৰু তেতিয়াৰ মুখ্যমন্ত্ৰী গোলাপ বৰবৰাৰ দিছপুৰৰ চৰকাৰী বাসভৱনত বহুবাৰ লগ পাই আহিছোঁ। এতিয়াও প্ৰায়ে লগ পাই থাকোঁ। তেতিয়াৰ মুখ্যমন্ত্ৰীৰ বাসভৱনত বহি থাকি মুখ্যমন্ত্ৰী বৰবৰালৈ অপেক্ষা কৰি থকা সময়ত কনকসেন ডেকাৰ লগত অসমীয়া সাহিত্য সম্পৰ্কে কৰা আলোচনা প্ৰসংগত যেতিয়া ডেকাই সেই 'ৰামধেনু' যুগতে লিখা মোৰ কিছুমান লেখাৰ হুবহু উদ্ধৃতি দিছিল—তেতিয়া মই স্তম্ভিত হৈ গৈছিলোঁ। মানুহজনৰ প্ৰতি মোৰ আকৰ্ষণৰ অন্যতম কাৰণ আছিল উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন সমস্যা সম্পৰ্কে থকা তেওঁৰ তথ্য-সমৃদ্ধ গভীৰ জ্ঞান আৰু বাংলা, হিন্দী, সংস্কৃত আৰু ইংৰাজী সাহিত্যৰ অজস্ৰ লেখক সম্পৰ্কে থকা তেওঁৰ অধ্যয়নপুষ্ট মনটো।

১৯৯০ চনৰ ছেপ্টেম্বৰত কনকসেন ডেকাই 'অগ্ৰদূত'ৰ ওঠৰটা সম্পাদকীয় একত্ৰিত কৰি তেওঁৰ যুগান্তকাৰী "নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক"—শীৰ্ষক সংকলনটো প্ৰকাশ কৰিলে—তেতিয়াই অসমৰ চিন্তাবিদসকলৰ জগতখনলৈ যেন হঠাতেই আহিল এক প্ৰচণ্ড আলোড়ন— যাৰ গতিত আছিল বৰদৈচিলাৰ দুৰ্দম দুৰ্বাৰ তাণ্ডৱ-সংগত।

এই সংকলনটোতেই মই ডেকাৰ মানসিক জগতখন খুব স্পষ্টকৈ দেখিবলৈ পালোঁ, য'ত ফুটি উঠিছে তেওঁৰ ৰাজনৈতিক দৰ্শনৰ ৰূপৰেখা ঃ য'ত প্ৰতিধ্বনিত হৈছে তেওঁৰ সাংবাদিক সত্তাৰ নিৰ্ভীক নিনাদ; য'ত প্ৰতিবিম্বিত হৈছে তেওঁৰেই জীৱন-জিজ্ঞাসাৰ অচঞ্চল অভিব্যঞ্জনা—যিখিনি প্ৰকাশ কৰিবলৈ ডেকাই কণমানো সংকোচ কৰা নাই। ডেকা এনেধৰণৰ, এনে মানসিকতাৰ দ্বাৰা সমৃদ্ধ এজন সাংবাদিক, যিজনে নিজৰ মনোভাৱ ব্যক্ত কৰাত বা জনগণক সাৱধানবাণী

শুনোৱাত চৰকাৰ বা ৰাইজৰ কোনো অংশৰ অসন্তুষ্টিৰ কাৰণে লেশমানে উদ্বিগ্ন নহয়। যশস্বী সাহিত্যিক আৰু সাংবাদিক স্বৰূপে তেওঁৰ নামটোৱেই—কনকেই তেওঁৰ পৰিচয়। 'কনক'ৰ অৰ্থ হ'ল সোণ আৰু কনকসেন ডেকা এটুকুৰা পুৰি পুৰি উজ্জ্বল হৈ পৰা সোণ। মোৰ জীৱনৰ বিগত দিনত কেইবাজনো স্বনামধন্য, বিশিষ্ট সাংবাদিক-সাহিত্যিকক ঘনিষ্ঠ আৰু ব্যক্তিগতভাৱে লগ পোৱাৰ, তেওঁলোকৰ সান্নিধ্য লাভ কৰাৰ সৌভাগ্য ঘটিছিল—সেইসকল আছিল—'তৰুণ অসম'ৰ সম্পাদক বেণুধৰ শৰ্মা, 'দৈনিক বাতৰি'ৰ সম্পাদক ককা নীলমণি ফুকন, 'আসাম ট্ৰিবিউন'ৰ সম্পাদক লক্ষ্মীনাথ ফুকন, 'অসমীয়া'ৰ সম্পাদক দেৱকান্ত বৰুৱা, 'জনমভূমি'ৰ প্ৰথম সম্পাদক দুলাল চন্দ্ৰ ভূঞাঁ, দিল্লীৰ সুপ্ৰসিদ্ধ সাংবাদিক দুৰ্গা দাস, 'হিন্দু'ৰ এসময়ৰ দুৰ্ধৰ্ষ সম্পাদক ভি. কে. নৰসিংহম আৰু এতিয়াৰ অসমৰ প্ৰবীণ-নবীন বিশিষ্ট সাংবাদিকসকলৰ প্ৰায়কেইজনেই।

কনকসেন ডেকাৰ প্ৰতি মোৰ অকণমান দুৰ্বলতা আছে তেওঁৰ নিৰহংকাৰী, বিদ্বেষ বৰ্জিত, অভাৱনীয়ভাৱে সাধাৰণ জীৱন যাত্ৰাৰ মাধ্যম আৰু অমায়িক স্বভাৱৰ কাৰণে।

যেতিয়াই কোনোবা দৈনিক, সাপ্তাহিক বা আলোচনীৰ সম্পাদকীয় স্তম্ভত মই ভাবি থকা, মই অনুভৱ কৰি থকা কথাবোৰ ছপা হৈ ওলোৱা দেখোঁ—মোৰ এটা কুঅভ্যাস—সেই লেখাখিনি মই কমপক্ষেও দুই-তিনিবাৰ পঢ়োঁ। ডেকাৰ সংকলিত সম্পাদকীয়খিনি যেতিয়াই মই কিতাপ আকাৰত পাইছিলোঁ, তেতিয়া মোৰ মানসিক উত্তেজনা আৰু উৎকণ্ঠা হৈছিল জন কীটছে (John Keats) চেপমেনৰ (Chapman) হ'মাৰ (Homer) খন পঢ়িবলৈ যাওঁতে যেনে হৈছিল— ঠিক তেনে। ডেকাৰ কৃতিত্ব এইখিনিতেই যে সমস্যাৰাজি সামাজিকেই হওঁক বা ৰাজনৈতিকেই হওঁক, অৰ্থনৈতিক অথবা গোষ্ঠীগতেই হওঁক—তেওঁৰ বিশ্লেষণত মই তেওঁৰ আগ্ৰাসী স্বচ্ছ দৃষ্টিপাত আৰু নিৰ্ভীক বৌদ্ধিক মূল্যায়ন দেখোঁ।

একো এটা সময়ৰ প্ৰৱাহ তৰংগত ডেকাই দুৰ্ধৰ্ষ সাহসিকতাৰে তেওঁৰ দৃষ্টিভঙ্গী প্ৰকাশ কৰে আৰু এনে কৰোঁতে, বিগত কালত যদি তেওঁ কিবা আবেগৰ বশৱৰ্তী হৈ কিবা ভুলো কৰিছিল, সেই ভুল, সেই ত্ৰুটি অকপটে, অকুণ্ঠচিত্তে স্বীকাৰ কৰি অভিযুক্ত ব্যক্তিৰ দৰে সমাজৰ আদালত কক্ষৰ কাঠগড়াত সোমাবলৈও শংকা নকৰে। এই সন্দৰ্ভত আশীৰ দশকৰ আন্দোলনৰ সময়ত 'অগ্ৰদূত'ৰ সম্পাদকীয় ভূমিকাৰ কথা উল্লেখযোগ্য। এওঁৰ যিকোনো সমস্যাৰ বিশ্লেষণত অপলাপ বা প্ৰলাপ নাই—আছে সুসংহত আৰু সুগভীৰ চিন্তাৰ

পৰিচিতি। ডেকাই নিজৰ কাৰণে কেতিয়াও যুঁজ কৰা নাই। তেওঁ যুদ্ধত অৱতীৰ্ণ হয় গভীৰ আৰু প্ৰণালীবদ্ধ চিন্তাৰে উদ্বুদ্ধ হৈ, যুক্তিনিষ্ঠ আত্মবিশ্লেষণ কৰি অসম্ভৱ পৰিস্থিতি বা সংকটৰ পৰা পৰিত্ৰাণ বা মুক্তিৰ সন্ধান দিবলৈ। আমাৰ উত্তৰ-পুৰুষলৈ উছৰ্গা কৰা তেওঁৰ বহু প্ৰশংসিত সংকলনখন তেওঁৰ ধীৰোদাত্ত আহ্বান উত্তৰ-পুৰুষলৈ, অদূৰ ভৱিষ্যতৰ সম্ভাব্য, সম্পূৰ্ণ ধ্বংসাত্মক পৰিণতিৰ পৰা নতুন প্ৰজন্মক ৰক্ষা কৰিবলৈ যি এটা সংকেত-সূচক দীপশিখা-জলধিৰক্ষৰ বহ্নি-স্তম্ভ, যি আমাৰ উত্তৰ-পুৰুষক আত্মহননৰ 'ছাৰগাছো' সমুদ্ৰৰ অতল-তলিত নিমজ্জিত বা বিলীন হোৱাৰ আগেয়েই ৰক্ষা কৰিব পাৰিব।

ডেকাই নতুন পুৰুষলৈ যি আহ্বান জনাইছে—সেয়া তেওঁৰ উত্তৰ পুৰুষক ৰক্ষা কৰাৰ কৰুণ আৰ্তনাদ মৰ্মভেদী ক্ৰন্দন। উত্তৰ-পুৰুষ তেওঁলোকৰ মনোবীক্ষাৰ অগ্নি-পৰীক্ষাৰ মাজেৰে ওলাই আহক ভীষ্ম-সংকল্পৰে-আশীৰ দশকৰ পূৰ্ণবিধ্বস্ত অসমখনক আকৌ চল্লিছ দশকৰ শুভলগ্নলৈ লৈ যাবলৈ।

আমাৰ ডেকাসকল হতাশাগ্ৰস্ত হৈ পৰিছে, দিকভ্ৰান্ত হৈ পৰিছে। ডেকাৰ আহ্বানত ফুটি উঠিছে তেওঁৰ বক্তব্যৰ অন্তৰ্নিহিত দৃঢ়তা, স্বচ্ছতা, নিশ্চয়তা আৰু অবিসম্বাদী অৱস্থিতি। এইবোৰ যেন কনকসেন ডেকা বোলা মানুহ এজনৰ কথা নহয়। এয়া যেন অম্বিকাগিৰিৰ বজ্ৰনিনাদ। এয়া যেন দৈৱবাণী—যি বাণীত প্ৰতিধ্বনিত হৈছে এক অৱধাৰিত, সম্ভাব্য সংকটৰ পৰা পৰিত্ৰাণ প্ৰাপ্তিৰ সতৰ্ক-জাগ্ৰত উন্মাদনা,—য'ত নিহিত হৈ আছে বিগত দশকৰ কৰ্মৰাজিৰ যুক্তিনিষ্ঠ পুনৰ্মূল্যায়ন আৰু আত্ম-বিশ্লেষণ।

আশীৰ দশকৰ আত্মঘাতী বিষক্ৰিয়াৰ সুদূৰ-প্ৰসাৰী সম্প্ৰসাৰণ হোৱাৰ আগেয়েই নতুন পুৰুষো ক্ৰোধান্ধ নহৈ, সংযত, সমাহিত, ধীৰ-স্থিৰ পদক্ষেপেৰে আগবাঢ়িব লাগিব ডেকাই দেখুৱাই দিয়া গিৰিসংকটৰ কণ্টকাকীৰ্ণ যাত্ৰাৰ একমাত্ৰ পথেদি। ডেকাই নব্বৈৰ দশকৰ যুৱকসকলক সাময়িক চেতনাৰ তেজৰ আখৰে লিখা জনসত্তাৰ বক্ষপ্ৰাচীৰত মহাকালে লিপিবদ্ধ কৰা কথাখিনি নতুন দৃষ্টিভঙ্গী লৈ পঢ়ি চাবলৈ অনুৰোধ কৰিছে। আজি আমি সকলোৱেই আমাৰ বিচিত্ৰ বিভিন্ন বৰ্ণৰঞ্জিত মহা-অসমৰ জনজীৱনৰ কালান্তক সংকটৰ সন্ধিক্ষণত উপনীত হৈছোঁহি। এই সময়ত যদি আমাৰ নতুন পুৰুষে দৈৱবাণীলৈ ভ্ৰূক্ষেপ নকৰি, আত্মজাহৰ পথেৰেই আত্মশুদ্ধি নকৰাকৈ আগুৱাই যায়—তেনেহ'লে উচ্চ বৰ্ণৰ হিন্দুসকলৰ লগতেই উত্তৰ-পূব ভাৰতৰ সকলো জন-সত্তাৰ সুনিশ্চিত বিলুপ্তি অৱশ্যম্ভাৱী। মহা অসমৰ, উত্তৰ-পূব ভাৰতৰ সাত ভাই চম্পা এক হ'বৰ হ'ল, জাগিবৰ হ'ল। কনকসেন ডেকাই যেন সলিল চৌধুৰীৰ কথাখিনি লতা-কণ্ঠী আবেগেৰে কৈছে ঃ

"সাত ভাই চম্পা জাগৰে জাগ/সাত ভাই চম্পা, জাগৰে জাগ....."

১৯৬০ চনৰ আবেগিক তৰংগত উটি-ভাঁহি গৈ আমি আমাৰ ধ্বংস নিজেই মাতি আনিলোঁ। আমি সাত-ভাই, সাত-ভনী একেলগে থাকিব নোৱাৰিলোঁ। আমি আমাৰ অসংযত, অসহিষ্ণু আমাৰ এটা পৰিয়ালৰ মাজৰ সম্প্ৰীতিৰ গ্ৰন্থিবন্ধন নিজেই ছিঙি পেলালোঁ। আমি নিজেই নিজকে ধ্বংসৰ পথলৈ ঠেলি দিলোঁ।

মই কনকসেন ডেকাৰ সৈতে একমত আৰু মই ভাবোঁ যদি স্বৰ্গীয় বিমলাপ্ৰসাদ চলিহাৰ উপদেশ শিৰোধাৰ্য কৰিলোঁহেঁতেন, যদি আমি তেওঁৰ নিৰ্দেশনাতেই অসমীয়া ভাষাক ৰাজ্য ভাষাৰ স্বীকৃতি প্ৰদানৰ দাবী নকৰি আমাৰ এই অঞ্চলৰ অন্যান্য বাসিন্দা (যিসকলৰ মাতৃভাষা নহয়) সকলৰ আমন্ত্ৰণলৈ ধৈৰ্যেৰে অপেক্ষা কৰিলোঁহেঁতেন—তেতিয়া অসমখন ভাগি টুকুৰা-টুকুৰ নহ'লহেঁতেন। এয়া গভীৰ আক্ষেপৰ বিষয়, দুখৰ বিষয়, অনুশোচনাৰ বিষয় যে ষাঠি চনত বিমলা চলিহা অসমীয়াভাষীসকলৰ বিদ্ৰূপৰ লক্ষ্য হৈ পৰিছিল আৰু অন্য এজন চক্ৰেটিছৰ দৰে অনন্য এক পৰিবেশত গৰল পান কৰিব লগা হৈছিল।

অসমৰ বিভিন্ন সমস্যাৱলীৰ প্ৰতি কনকসেন ডেকাৰ দৃষ্টিপাত বাস্তৱভিত্তিক, দুঃসাহসিক, স্বচ্ছ, পৰিস্ফুট আৰু নিৰপেক্ষ। ডেকাই নতুন পুৰুষক কেনেকৈ এই পৰিস্থিতিৰ পৰা দেশখনক, দেশৰ ভৱিষ্যতক সুৰক্ষা দিব পাৰি, কেনেকৈ সন্ত্ৰাসবাদক আঁতৰাব পাৰি (যি সন্ত্ৰাসবাদে অসমৰ, উত্তৰ-পূব ভাৰতৰ প্ৰতিটো জাতিসত্তাক অতিষ্ঠ কৰি তুলিছে) তাৰ সমাধানকল্পে বাস্তৱভিত্তিক যুক্তিনিষ্ঠ সমাধান সূত্ৰ আগবঢ়াইছে। কনকসেন ডেকা কেতিয়াও এটা স্বতঃসিদ্ধ প্ৰাচীন সিদ্ধান্তকে লৈ মৰি গ'লেও তাৰ পৰা স্থিতি পৰিৱৰ্তন নকৰা বিধৰ, আঁকোৰগোজ মনোবৃত্তিৰ মানুহ নহয়। ডেকাৰ সমাধান সূত্ৰত সাংঘাতিক ধৰণৰ হিংসাভিত্তিক বৈপ্লৱিক সংকেত নাই। তেওঁৰ বিশিষ্ট, স্বকীয়, ব্যক্তিগত ধাৰণাৱলী পুনৰ্বিন্যাসৰ প্ৰত্যাশাৰে উদ্ভাসিত। মই ভাবি আচৰিত হওঁ, মোৰ নিজৰ মনৰ কথাবোৰ ডেকাই কেনেকৈ গম পালে আৰু কেনেকৈ, মই লিখাৰ আগেয়েই, মই ভাবি থকা কথাবোৰকেই, মই চিন্তা কৰি থকা সমাধানৰ সূত্ৰবোৰ তেওঁ লিখি উলিয়ালে।

ডেকাৰ প্ৰতি মোৰ আকৰ্ষণৰ কাৰণ আছিল তেওঁৰ চিন্তাসমৃদ্ধ লেখাবোৰ সেই মালীগাঁৱত থকা যুগৰে পৰা। মানুহজনে নিজকে সদায়েই নিমাখিত বুলি ভাবে। তেওঁৰ নম্ৰতা, বিনয় অৱনত ব্যক্তিত্ব আৰু বিস্তৃত অধ্যয়নপুষ্ট মনটোক মই সদায়েই শ্ৰদ্ধা কৰি আহিছোঁ যদিও তেওঁ মোক অগ্ৰজৰ সন্মান দি থাকে। কোনো কথাকেই যেন তেওঁ বিশেষ একো নেজানে, এনে ধৰণৰ মানসিকতাৰে সমৃদ্ধ মানুহ, এই কনকসেন ডেকাক তেওঁৰ "নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন

সমাজ গঢ়ক" শীৰ্ষক অমূল্য সংকলনটোৱে অসমৰ সংবাদ আৰু সাহিত্য জগতখনত তেওঁ নিজে নিবিচৰাকৈয়েই, নিজে নজনাকৈয়েই এক বিশিষ্ট আসনত অধিষ্ঠিত কৰিলে।

ডেকাৰ দুৰ্ধৰ্ষ, দুৰ্দান্ত, ক্ষুৰধাৰ আৰু বিশ্লেষণাত্মক চিন্তাৰাজিৰ কাৰণে বহুতেই তেওঁক সহ্য কৰিব নোৱাৰে। সংবাদজগতৰ কেইজনমান ন-চহকীয়ে তেওঁক দালাল, মতলবৃবাজ, চৰকাৰৰ পদলেহনকাৰী ইত্যাদি অমূল্য ৰত্নৰাজিৰে বিভূষিত কৰা দেখিছোঁ। তেওঁলোকৰ প্ৰতি কোনো বিদ্বেষ বা অৱজ্ঞাৰ মনোভাব পোষণ নকৰাকৈ মই টেটু ফালি চিঞৰি চিঞৰি ক'ম যে এইজন 'দালাল' কনকসেনে যিজনে এসময়ত আছু-গণ সংগ্ৰাম পৰিষদক সৰ্বান্তঃকৰণেৰে সমৰ্থন কৰিছিল, তেওঁ বিগত দশকত কৰা ভুল, তেওঁৰ ক্ৰুটিবোৰ স্বীকাৰ কৰিবলৈ কণমানো দ্বিধা প্ৰকাশ নকৰি, অকপটচিত্তে তেওঁৰ মাৰাত্মক ভ্ৰান্তিৰ কাৰণে অনুশোচনা কৰিছে দোষী দোষী ভাব এটা লৈ, মোৰ সৈতে ব্যক্তিগত আলাপত আৰু তেওঁৰ অগ্নিকবি কলিৰ দধীচি কমলাকান্তৰ দৰে অগ্নিবৰ্ষী লেখাসমূহত।

য়াণ্ডাবু সন্ধিৰ জৰিয়তে স্বাধীন অসমৰ বেলিমাৰ যোৱা ককাদেউতাৰ সাধুটো, ডেকাই তেওঁৰ অক্লান্ত, শ্ৰান্তিহীন, অনুসন্ধান আৰু অধ্যয়নৰ মাধ্যমেৰে— আমাক নতুনকৈ কৈছে। এই সন্দৰ্ভত ডেকাই বাচসপতি দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকনৰ এটি অমৰ সংগীতৰ এটা মাত্ৰ কলিকেই, নিজৰ ৰাজনৈতিক অভীষ্ট সিদ্ধিৰ অৰ্থে ব্যৱহাৰ কৰি অসম জাতীয়তাবাদী দলে আশীৰ দশকৰ যুব-শক্তিক বিভ্ৰান্তিৰ কণ্টকিত পথেৰে পৰিচালনা কৰাৰ কথা যুক্তিসহকাৰে দাঙি ধৰিছে—যাৰ কৰুণ আৰু ক্লেদাক্ত পৰিণতি হ'ল ১৯৮০-৮৩ৰ এখন অশান্ত, অস্থিৰ, বিষণ্ণ, বিধ্বস্ত অসম—যি বীভৎস বিভীষিকাই গৌৰীশংকৰৰ দম্ভৰেখা অতিক্ৰম কৰিলে সোণৰ অসমৰ খনিকৰসকলৰ পাঁচ বছৰীয়া নিজা নিজা সোণৰ সংসাৰ গঢ়াৰ সময়ত।

ছয় বছৰীয়া হ'ষ্টেল-পৰিচালিত তথাকথিত অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ ভয়ংকৰ পৰিণতিত সোণাৰীসকলে মাত্ৰ ৩৮৭জনহে অবৈধ নাগৰিক বিচাৰি পালে—যদিও তেওঁলোকৰ হিচাপত ৮০ লাখ বাংলাদেশী আশীৰ দশকৰ আৰম্ভণিত অসমত আছিল। ক'লৈ গ'ল এই আশী লাখ মানুহ? ক'লৈ গ'ল, কাৰ আৰু কিহৰ কাৰণে ফুলকুমলীয়া খৰ্গেশ্বৰ তালুকদাৰ আৰু তেওঁৰ সহযাত্ৰী মৃতদেহৰ সমদলৰ আগশাৰীত থকা ৮৩৭ জন শ্বহীদ যাৰ মৃতদেহ গচকি গৈ সোণৰ অসমৰ সোণাৰীসকলে নিজৰ নিজৰ সোণৰ সংসাৰ গঢ়ি তুলিলে।

মই এতিয়াও ভাবি স্তম্ভিত হওঁ—কেনেকৈ ভাৰতৰ এজন বিদগ্ধ প্ৰথিতযশা সাংবাদিকে এওঁলোকৰ মাজৰে প্ৰথম শ্ৰেণীৰ প্ৰথম সোণাৰী এজনক চৰ্দাৰ বল্লভ

ভাই পাতিছিল। কিহৰ স্বাৰ্থত? ক'লৈ গ'ল সেইজন বিশ্ববিশ্ৰুত প্ৰাতঃস্মৰণীয় সাংবাদিক? এই সোণাৰীসকলে দিছপুৰৰ মছনদ দখল কৰাৰ কিছুদিনৰ পিছতেই কনকসেন ডেকাৰ লগতে আবেগত অন্ধ হৈ যোৱা অসমীয়া মানুহখিনিৰ চেতনা ঘূৰি আহিল। সেই সোণাৰীসকলৰ অভাৱনীয় আৰু অস্বাভাৱিক আৰ্থিক স্বচ্ছলতা আৰু বিলাস-বৈভৱমত্ত জীৱন যাত্ৰাৰ পদ্ধতিও হৈ পৰিল বিভিন্ন জনগোষ্ঠীৰ গোষ্ঠীবাদী আন্দোলনৰ অভ্যুদয়ৰ এটা মুখ্য কাৰণ। এই সোণাৰীসকলৰ পদ্ধতি অবলম্বন কৰিলেই আলাদ্দিনৰ যাদু-প্ৰদীপ ন-ন গোষ্ঠীবাদী আন্দোলনকাৰীসকলৰ হাতত আহি পৰিব আৰু তেওঁলোকৰ প্ৰত্যেকেই একোখন সোণৰ সৰু সৰু ৰাজ্য গঢ়ি তুলিব পাৰিব নিজৰ নিজৰ সোণৰ কাৰেং গঢ়াৰ লগতেই। ডেকাই অসমৰ মাটিকালিত ৭৮,৪৩৯ বৰ্গ কিলোমিটাৰ আৰু জনসংখ্যা ১,৯৮,৯৬,৮৪৩ আৰু জনসংখ্যা ঘনত্ব প্ৰতি বৰ্গ কিলোমিটাৰত ২৫৪জনকে দেখুৱাইছে। মই নিঃসন্দেহ, বৰ্তমানৰ বিচ্ছিন্নতাবাদী, ভাৱধাৰাৰ ইমানতেই যতি নপৰিলে—'অসম' নামটোৱেই বিলুপ্তি হৈ যাব আৰু তাৰ পৰিৱৰ্তে আমি পাম একোখন মহকুমা-বিস্তৃতিৰ সৰু সৰু তথাকথিত স্বায়ত্তশাসিত পৃথক পৃথক ৰাজ্য—আহোমলেণ্ড, বড়োলেণ্ড, চুতীয়ালেণ্ড, মটকলেণ্ড, মিছিংলেণ্ড, তিৱালেণ্ড, ৰাভালেণ্ড, ৰাজবংশীলেণ্ড, ডিমাছালেণ্ড, কাৰ্বিলেণ্ড ইত্যাদি।

আমাৰ এই সাম্প্ৰতিক দুৰৱস্থাৰ মূল কাৰণটো ডেকাই নিৰ্ধাৰণ কৰিছে। সেয়া হ'ল ১৯৬০ চনৰ ভাষা অন্দোলন, যাৰ পৰিণতিস্বৰূপে আমাৰ মাজৰ পৰা আমাৰেই বুকুৰ মঙহ গাৰো, খাছি, জয়ন্তীয়া আদি বিভিন্ন জনসত্তাসমূহ আঁতৰি গ'লগৈ, যিসকলে এসময়ত অতি গৰ্বেৰে নিজকে অসমীয়া বুলি চিনাকি দি গৌৰৱান্বিত হৈছিল। মোৰ সুদীৰ্ঘ চাকৰি জীৱনত ৰূপনাথ ব্ৰহ্মা, সীতানাথ ব্ৰহ্মচৌধুৰী, ৰেভাৰেণ্ড জে. জে. এম. নিকোলাছ ৰয়, মাহাম সিং, ছত্ৰসিং টেৰণ, চন্দ্ৰসিং টেৰণ, ৰমেশ মোহন কৌলী, জয়ভদ্ৰ হাগজেৰ, কেপ্টেইন উইলিয়ামছন ছাংমা, সমৰ ব্ৰহ্ম চৌধুৰী, আব্দুল মতলিব মজুমদাৰ আদি বহুতো লব্ধপ্ৰতিষ্ঠ নেতাৰ সান্নিধ্য লাভ কৰিছিলোঁ। মই এওঁলোকৰ কোনো এজনকেই মোৰ পৰা কিবা বেলেগ জাতিসত্তাৰ প্ৰতিনিধি বুলি নেভাবিছিলোঁ— আৰু সেইদৰেই সেই বৰেণ্য ব্যক্তিসকলেও মোক তেওঁলোকৰেই সৈতে একেটা জাতিসত্তাৰেই অংগীভূত বুলি ধৰিছিল।

আহক, আপোনালোক সকলো ওলাই আহক। ১৯৬০ চনত আমি যি বিহগুটি সিঁচিছিলোঁ— যি শইচত আমি বিগত দুটা দশকত সাৰ-পানী দি আপদাল কৰিছিলোঁ, সেই খেতি এতিয়া চপাবৰ সময় হ'ল।

অসম আন্দোলনে উত্তৰ-পুৰুষক সৰ্বাত্মক বিনাশৰ যি ব্ৰহ্মাস্ত্ৰ দি গ'ল—সেই বঙ্গ-সংস্কৃতিৰ কৰ্কট গ্ৰাসৰ পৰা আঁতৰি থাকি, আমি আমাৰ সমস্যাবোৰ নিজৰ ভিতৰতে আলোচনা কৰি লব নোৱাৰোঁনে? আমি কিয় এই ভাতৃঘাতী সংঘৰ্ষত লিপ্ত হৈছোঁ? এয়া কনকসেন ডেকাৰ প্ৰশ্ন আৰু তেৱেঁই সেই প্ৰশ্নৰ যথাযথ উত্তৰ দিছে তেওঁৰ সংকলনখনিত। অন্যথা ধ্বংস অনিবাৰ্য।

এই কিতাপখনৰ প্ৰশংসামুখৰ সমালোচনা বিভিন্ন কাগজ-পত্ৰত ওলাইছে। হিন্দুস্থান টাইমছৰ এ.এন. ৰায়, কলিকতাৰ বিশিষ্ট সাংবাদিক তৰুণ গাংগুলী আৰু অৰুণ বাগচিৰ লেখাৰ উপৰি আমাৰ ৰাজ্যৰ কেইবাজনো বিখ্যাত লোকৰ আলোচনাসমূহ পঢ়িছোঁ। প্ৰায় এশ বছৰ আগেয়েই বলী নাৰায়ণ বৰাই ঠিক একে নহ'লেও, এনেধৰণৰ দৃষ্টিভংগীৰ এখন কিতাপ উত্তৰ-পুৰুষৰ কাৰণে লিখি থৈ গৈছিল। যি কথাটো ড° হেৰম্বকান্ত বৰপূজাৰীয়ে উল্লেখ কৰিছে। মই নিঃসন্দেহ, ঐতিহাসিক দৃষ্টিকোণৰ পৰা ডেকাৰ কিতাপখন আমাৰ সংবাদ আৰু সাহিত্য জগতত আলোড়ণৰ সৃষ্টি কৰা এখন অমূল্য গ্ৰন্থ হৈ ৰ'ব। এই ক্ষেত্ৰত মই কবি দিনেশ গোস্বামীৰ সৈতে সহমতাবলম্বী যি কৈছিল "এইখন কিতাপ কিনি পঢ়াৰ উপযুক্ত, নহ'লে ধাৰ কৰি, নহ'লে চুৰ কৰি হ'লেও পঢ়া উচিত।" (নৰ্থ ইষ্ট টাইমছ—৫-১২-৯০)।

শাস্ত্ৰৰ বিধান—'সত্যম ব্ৰুয়াৎ, প্ৰিয়ম ব্ৰুয়াৎ, মা ব্ৰুয়াৎ সত্যম অপ্ৰিয়ম' [সত্য কথা কবা, মিঠা কথা কবা, কিন্তু অপ্ৰিয় সত্য নকবা]—উলংঘা কৰি ডেকাই সম্পূৰ্ণ সত্য কথা কৈছে, নিৰাভৰণ উলংগ সত্যৰ কথা কৈছে, প্ৰকৃত সত্যৰ কথা কৈছে। অপ্ৰিয় সত্য কোৱাত ডেকাই কোনো সংকোচ বা দ্বিধা প্ৰকাশ কৰা নাই।

১৯১৯ চনৰ অসম ছাত্ৰ সন্মিলনৰ তেজপুৰ অধিবেশনত সভাপতিত্ব কৰি মনীষী আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ে ভট্টদেৱৰ 'কথা গীতা' আৰু অসমীয়া গদ্য সাহিত্যৰ অকুণ্ঠ প্ৰশংসা কৰাৰ ৭২ বছৰৰ পিছত বংগৰ দুজন প্ৰথিতযশা সাংবাদিক তৰুণ গাঙুলী আৰু অৰুণ বাগচিয়ে অসমীয়া ভাষাত লিখা কিতাপ এখনৰ (কনকসেন ডেকাৰ 'যুক্তিৰ আধাৰত') ভূয়সী প্ৰশংসা কৰা কথাটো অসমীয়া আৰু বাঙালীৰ মাজৰ সম্প্ৰীতিৰ পুনৰ্বন্ধনৰ প্ৰথম উল্লেখনীয় পদক্ষেপ বুলি মই ব্যক্তিগতভাৱে ভাবোঁ— যিখন কিতাপে অসমীয়া গ্ৰন্থ জগতত প্ৰথম প্ৰকাশৰ আঢ়ৈ মাহতেই সপ্তম মুদ্ৰণৰ অভিলেখ স্থাপন কৰিছিল।

কনকসেন ডেকাই গভীৰ অধ্যয়ন আৰু চিন্তা কৰি এই সিদ্ধান্তত উপনীত হৈছে যে আমাৰ মানুহৰ প্ৰচণ্ড আবেগৰ জোৱাৰেই আমাৰ সকলো ব্যৰ্থতা আৰু

দুৰ্দশাৰ মূল কাৰণ আৰু এই কাৰণেই তেওঁ জৰ্জ বাৰ্ণাৰ্ড শ্বৰ দৰে অকলেই তেওঁৰ বক্তব্যখিনি শুনকেই বা নুশুনক—উত্তৰ-পুৰুষক চিএঃৰি চিএঃৰি কৈ আছে। ডেকা তেওঁৰ সিদ্ধান্তত কবিগুৰুৰ দৰেই :

"যদি তোৰ ডাক শুনে কেউ না আসে
তবে একলা চল ৰে...
যদি কেউ কথা না কয়
অ'ৰে অ'ৰে অ'ভাগা
কেউ কথা না কয়
যদি সবাই থাকে মুখ ফিৰায়ে
সবাই কৰে ভয়
তবে পৰাণ খুলে
অ' তুই মুখ ফুটে তোৰ
মনেৰ কথা
একলা বল ৰে...
যদি সবাই ফিৰে যায়
যদি গহন পথে যাবাৰ কালে
কেউ ফিৰে না চায়
তবে পথেৰ কাঁটা
অ' তুই ৰক্তমাখা চৰণ তলে
একলা চল ৰে...
যদি আলো না ধৰে
যদি ঝড়-বাদলে আঁধাৰ ৰাতে
দুয়াৰ দেয় ঘৰে
তবে বজ্ৰানলে
আপন বুকেৰ পাঁজৰ
জ্বালিয়ে নিয়ে
একলা জ্বল ৰে।।"

নিন্দাসূচক, অৱজ্ঞাসূচক, বিদ্ৰূপাত্মক প্ৰতিক্ৰিয়াৰ প্ৰতি ডেকা সম্পূৰ্ণ উদ্বেগহীন—সম্পূৰ্ণ উদাসীন যাৰ প্ৰতি তেওঁৰ ভ্ৰূক্ষেপই নাই। আমাৰ সাম্প্ৰতিক জীৱনৰ আৰ্থ-সামাজিক, ৰাজনৈতিক, আধ্যাত্মিক, সাংস্কৃতিক জীৱনৰ ব্যাধি নিৰাময় কৰিবলৈ কনকসেন ডেকা, কবিৰাজ, বেজ বা ডাক্তৰ নিশ্চয় নহয়। তেওঁ

এজন বোধি-ব্ৰতী, যাৰ স্বকীয় বৈশিষ্ট্যৰ যোগেদিয়েই তেওঁ আমাৰ উত্তৰ-পূৰ্বাঞ্চলৰ জন-সন্তাসমূহৰ সকলো ব্যাধি নিৰাময়ৰ কাৰণে ব্যৱস্থাপনা-পত্ৰ দিছে তেওঁৰ কিতাপখনত।

অতি বিনম্ৰভাৱে মই আমাৰ মুখ্যমন্ত্ৰীক অনুৰোধ কৰিছোঁ— তেওঁ যেন অতি শীঘ্ৰেই ডেকাৰ আলোচিত কিতাপখন (ইংৰাজী/অসমীয়া সংস্কৰণ) অসমৰ সকলো স্কুল আৰু কলেজৰ কাৰণে সহায়ক পাঠ্যপুথি হিচাপে স্বীকৃতি দিয়াৰ ব্যৱস্থা কৰে। এই সন্দৰ্ভত মই আমাৰ উত্তৰ-পূৰ্বাঞ্চলৰ বাকী ছখন ৰাজ্যৰ মুখ্যমন্ত্ৰীসকলকো বিনীত নিবেদন জনাওঁ যেন তেওঁলোকেও কিতাপখনৰ ইংৰাজী সংস্কৰণটো তেওঁলোকৰ ৰাজ্যৰ সকলো স্কুল-কলেজৰ সহায়ক পাঠ্যপুথি হিচাপে আশু স্বীকৃতি দিয়ে।

মোৰ মনত কোনো সন্দেহ নাই—মই নিশ্চিত যে এনে এটা ব্যৱস্থাই অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনসন্তাসমূহৰ নতুন পুৰুষৰ মাজত থিতাপি লোৱা সাম্প্ৰতিক ভ্ৰান্ত ধাৰণাখিনি আঁতৰাই আমাৰ মাজৰ অতীতৰ সোণসনা মৰমৰ মৌ-জোলে-তিতি থকা বণ্ডহৰ মণ্ডহৰ এনাজৰীডালে আমাৰ নতুন পুৰুষক, নতুন উদ্যম আৰু দৃষ্টিভংগীৰে আমাৰ সমস্যাৱলী সমাধানৰ প্ৰকৃত পথত অগ্ৰসৰ হ'বলৈ অনুপ্ৰাণিত কৰিব। কবিৰ ভাষাতেই মই ক'ব খোজোঁ ঃ

"পুৰণি পৃথিৱী নকৈ চাই লওঁ
হে বীণ এবাৰি মাত।" ○

# সাংবাদিকতাৰ অন্যতম আচাৰ্য কনকসেন ডেকালৈ অভিনন্দন

ড° দেৱ প্ৰসাদ বৰুৱা

প্ৰতিগৰাকী নৰ-নাৰীৰে অলপ নহয় অলপ অহংকাৰ থাকে বা নথকা নহয়। 'মই, মোৰ' এনেবোৰ অভিব্যক্তিত তথ্যগত সত্যতা নিহিত থাকিলেও কিঞ্চিৎ অহংকাৰবোধৰ সাঁচ অজানিতে হ'লেও বৈ যায় আৰু ইয়াৰ পৰা কোনোৱেই সম্পূৰ্ণৰূপে মুক্ত বুলি দাবী কৰাৰ থল নাথাকে। 'মই, মোৰ'ৰ পৰা 'আমাৰ'লৈ আহিলে ব্যক্তিগত অহংকাৰবোধৰ কিছু পৰিমাণে লাঘৱ হয়। এনে 'আমাৰ' ৰাজহুৱা জীৱনত কিমান ফলপ্ৰসূ হৈ পৰে সেইটো অনুভূতিৰ বিষয় আৰু এনে অনুভূতিৰ অনুৰণন সম্প্ৰসাৰিত হ'লে আমাৰ ৰাজহুৱা জীৱন সুখকৰ হৈ উঠে, কিয়নো অহংভাৱৰ আতিশয্যজনিত বাতাবৰণত সমাজ জীৱনত অনাকাংক্ষিত বিভ্ৰাট তথা সংঘাতৰ সম্ভাৱনাৰ সৃষ্টি হ'ব পাৰে। কিন্তু জীৱনটোৰ অৰ্থ যে সক্ৰিয়তা, সজীৱতা, কৰ্মতৎপৰতা! ভিন ভিন শ্ৰেণীত বিভক্ত সমাজখনত সমাজৰ অগ্ৰগতিৰ স্বাৰ্থতে সংঘাতৰো সৃষ্টি হয়; বাধাপ্ৰাপ্ত হ'লে পৰিস্থিতিগত সংঘাতৰো সৃষ্টি হয়। পৰিস্থিতিগত সংঘাতৰ মাজতো ব্যক্তি হিচাপে মানুহৰ মহত্ত্ব প্ৰকাশিত হয় মানৱতাবোধৰ কাৰণে। নিৰহংকাৰীজন তুলনামূলকভাৱে আদৰণীয় হৈ উঠে। শ্ৰেণীবিভক্ত আৰু ভিন ভিন স্বাৰ্থৰে বিভক্ত সমাজ একোখনত এজন মানুহক সকলোৱেই সমভাৱে আদৰ নকৰিবও পাৰে, কিয়নো নীতিনিষ্ঠতা সচেতন মানুহৰ ব্যক্তিগত আৰু ৰাজহুৱা সম্পদো। আমাৰ সংস্কৃতিবান সমাজখনত ব্যক্তিগত স্বাভাৱিক অহংকাৰবোধ থাকিলেও বুজনসংখ্যক লোক নিৰহংকাৰী

বুলিও পৰিচিত। এনে লোকৰ সামাজিক দায়বদ্ধতায়ো স্বীকৃতি পায় যদিহে কথা আৰু কামৰ সংগতি থাকে। জীৱনৰ বহুতো খলা-বমা অতিক্ৰম কৰি আহি কনকসেন ডেকাই নানা কৃতিত্বৰ অধিকাৰী হৈ কৰ্মময় জীৱনৰ প্ৰায় সাতোটা দশকৰ প্ৰায় সমাপ্তিৰ মুহূৰ্তত উপনীত হৈছে ৰাজহুৱা সম্বৰ্ধনাৰ আয়োজনেৰে। এজন নিৰহংকাৰী ব্যক্তি হিচাপেও তেওঁ আদৰণীয়।

অসমীয়াত এটা বচন-ভংগী আছে ঃ "যি মূলা বাঢ়ে তাৰ দুপাততে চিন"। কনকসেন ডেকাৰ ছাত্ৰাৱস্থাতেই সামাজিক দায়বদ্ধতাৰ পৰিচয় পোৱা হৈছিল। একালত বেলশৰ, নলবাৰী, গুৱাহাটীৰ ওচৰৰ বেলতলা, পলাশবাৰী, শিৱসাগৰ, নগাঁও আদি অঞ্চলত মাৰ্ক্সবাদ-লেনিনবাদৰ আধাৰত প্ৰতিষ্ঠিত বিপ্লৱী কমিউনিষ্ট পাৰ্টি (আৰ. চি. পি. আই) বিশেষ শক্তিশালী বিপ্লৱী দল আছিল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ নাতি সৌমেন্দ্ৰনাথ ঠাকুৰে এই দলটো প্ৰতিষ্ঠা কৰিছিল। পিছলৈ এই দলটোৰ এক বুজন সংখ্যক নেতা-কৰ্মীয়ে চি. পি. আইৰ লগত চামিল হৈছিল। সি যি কি নহওক, ছাত্ৰাৱস্থাতেই কমিউনিষ্ট আদৰ্শৰ প্ৰতি আকৃষ্ট হৈ কনকসেন আৰ. চি. পি. আইৰ সক্ৰিয় সমৰ্থক হৈ উঠিছিল আৰু এইভাৱে তেওঁ কিছুকাল আত্মগোপনৰ জীৱন অতিবাহিত কৰা এবাৰ নহয় দুবাৰকৈ কাৰাবাস খাটিবলগীয়া হৈছিল ১৯৪৯-৫১ চনৰ কালছোৱাত। মহাত্মা গান্ধীয়ে কাৰাজীৱনক তীৰ্থযাত্ৰা বুলি অভিহিত কৰিছিল। কুমলীয়া বয়সতে কনকসেন ডেকাই এনে তীৰ্থযাত্ৰাৰ সক্ৰিয় পথিক হ'ব পাৰিছিল প্ৰতিজ্ঞাবদ্ধ সামাজিক দায়বদ্ধতাৰ কাৰণে। এবাৰ যি সামাজিক, নীতিনিষ্ঠ দায়বদ্ধতাৰ দীক্ষা লয় তেওঁ সচৰাচৰ এই দায়বদ্ধতা অটুট ৰাখি দৃঢ় কৰি তোলাৰ প্ৰচেষ্টা কৰে বিভিন্ন কৰ্মক্ষেত্ৰ সত্ত্বেও। কনকসেন ডেকায়ো এই সামাজিক দায়বদ্ধতা ৰক্ষা কৰি চলিব পাৰিছে বুলি স্বীকৃতি পোৱাৰ যোগ্য ব্যক্তি। তেৰোঁ এক সংগ্ৰামী জীৱনৰ অধিকাৰী।

দহ বছৰ কালজুৰি তেওঁ শিক্ষকতাৰ জীৱনৰ অভিজ্ঞতা লাভ কৰিছিল। মংগলদৈৰ কৰ্মক্ষেত্ৰতে তেওঁ সাংবাদিকতাৰ প্ৰতিও নিষ্ঠাসহকাৰে আকৃষ্ট হৈছিল আৰু ১৯৭১ চনত 'অগ্ৰদূত' কাকতখন প্ৰথমতে পষেকীয়া হিচাপে আৰম্ভ কৰি কালত প্ৰচাৰ বৃদ্ধিৰ লগে লগে সপ্তাহিক আৰু তিনিদিনীয়া প্ৰকাশৰ স্তৰলৈ আগুৱাই নিব পাৰিছিল অসামান্য সাধনা আৰু পৰিশ্ৰমেৰে। সাধনাই নতুন সিদ্ধি লাভ কৰে ১৯৯৫ চনত 'দৈনিক অগ্ৰদূত' প্ৰকাশৰ মাধ্যমেৰে। তেওঁ প্ৰথমতে সম্পাদক, লগে লগে অগ্ৰদূত প্ৰতিষ্ঠানৰ পৰিয়াল তথা স্বত্বাধিকাৰীও। কনকসেন ডেকাৰ নিজৰ স্বীকৃতি মতে 'সকলো সৃষ্টিৰ মাজতে অনিশ্চয়তা আৰু কঠোৰ শ্ৰম জড়িত হৈ আছে'; আৰু '.....অসীম কষ্ট, ধৈৰ্য আৰু অনিশ্চিত ভৱিষ্যতক

লৈ আঁগবঢ়াসকলেই সৃষ্টিশীল কাম কৰিবলৈ সক্ষম হৈছে।' কথাখিনি লিখিছিল আনৰ উদাহৰণ দিয়াৰ ক্ষেত্ৰত। নিজৰ পৰিশ্ৰমী জীৱনৰ অভিজ্ঞতালব্ধ এই উপলব্ধিখিনি নিতান্তই তাৎপৰ্যপূৰ্ণ। অগ্ৰদূত প্ৰতিষ্ঠানৰ উন্নতিকল্পে কনকসেনৰ সফলতাৰ মূলতে আছে তেওঁৰ সাংবাদিক পৰিয়ালৰ 'পাৰিবাৰিক খেতি'— পৰিয়ালৰ সকলো সদস্যই ইয়াত সক্ৰিয় অংশগ্ৰহণ কৰি অগ্ৰদূত প্ৰতিষ্ঠানৰ ভিন ভিন পত্ৰ-পত্ৰিকাৰ বুনিয়াদ ৰচনা কৰিছে। মূলতঃ স্বনিৰ্ভৰশীল কৰ্মপ্ৰচেষ্টাৰ ই অসামান্য ফলশ্ৰুতি। প্ৰতিষ্ঠানটোৰ সাংবাদিকবৰ্গ আৰু আন আন কৰ্মচাৰীয়েও 'অগ্ৰদূত'ৰ প্ৰতিষ্ঠানগত মৰ্যাদা লাভত বৰঙণি যোগাই আহিছে। অসমত জনাভিমুখী, প্ৰগতিশীল, বস্তুনিষ্ঠ প্ৰকাশৰ একাধিক সংবাদপত্ৰ আছে, এইসবে সামাজিক দায়বদ্ধতাৰ প্ৰতিফলনস্বৰূপে প্ৰতিবাদী সাংবাদিকতাৰ আদৰ্শও প্ৰয়োজনীয় দিশত আগুৱাই নিবলৈ সক্ষম হৈছে। 'অগ্ৰদূতে'ও এনে সংবাদ সেৱাৰ দিশত মৰ্যাদাৰ স্থান লভিবলৈ সমৰ্থ হৈ উঠিছে বুলি ক'ব পাৰি। সফলতাৰ উচ্চ শিখৰত উঠিবলৈ হ'লে সময়ে সময়ে আত্মসমালোচনাৰো প্ৰয়োজন, যাতে যিটো ভাল তাক আৰু ভালকৈ গঢ় দিব পাৰি। সামাজিক স্বাৰ্থত মই ভাবোঁ যে 'অগ্ৰদূতে'ও সময়ে-সময়ে এনে আত্মসমীক্ষা কৰে আৰু কৰি থাকিব সমূহৰ হিতৰ কাৰণে, সমাজৰ হিতৰ কাৰণে। ই এক অনন্য 'ন্যস্ত স্বাৰ্থ' জনাভিমুখী 'ন্যস্তস্বাৰ্থ' প্ৰগতিবাদী সাংবাদিকতাৰ উন্নতিৰ সোপান বুলি আমাৰ ধাৰণা।

ঘাইকৈ সাংবাদিকতাৰ মাধ্যমেৰে সংবাদ-সাহিত্য আৰু সচৰাচৰ সাহিত্যকৰ্মৰ ভিন ভিন দিশতো কনকসেন ডেকাই যোগ্যবৰঙণি আগবঢ়াব পাৰিছে বিভিন্ন প্ৰকাশনেৰে। নিজস্ব ৰচনাশৈলীৰে তেওঁ সাহিত্য কৰ্মৰ ভিন ভিন দিশত প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈ উঠিছে।

গুৱাহাটী বিশ্ববিদ্যালয়ত এটা সময়ত ৰাজনীতি বিজ্ঞান বিভাগৰ লগত সাংবাদিকতা বিভাগটোৱো ৰাজনীতি বিজ্ঞানৰ মুৰব্বী অধ্যাপকজনৰ মাধ্যমেৰে জড়িত হৈ আছিল। মোৰ অধ্যাপনাৰ জীৱনত বেছ কেইবছৰমানৰ কাৰণে দুয়োটা বিভাগৰ দায়িত্বত থকাৰ ব্যক্তিগত সৌভাগ্য হৈছিল। কনকসেন ডেকাই এলাহাবাদ বিশ্ববিদ্যালয়ৰ পৰা ৰাজনীতি বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী অৰ্জন কৰিছিল। এই সূত্ৰে এবাৰ সাংবাদিকতাৰ বিষয়ত পি. এইচ. ডি. ডিগ্ৰীৰ কাৰণে গৱেষণা কৰাটো মনস্থ কৰি মোৰ লগত যোগাযোগ কৰিছিল যাতে আমাৰ তত্ত্বাৱধানত তেওঁ পি. এইচ. ডিৰ কাৰণে পঞ্জীয়ন কৰিব পাৰে। এই সম্পৰ্কে পঞ্জীয়নৰ দিহাও কৰা হৈছিল। পিছে জৰুৰীকালীন অৱস্থা ঘোষিত হোৱাত মই জেললৈ যাবলগীয়া হ'ল, আৰু ১৯৭৫-৭৭ চনৰ অমানিশাৰ অন্তত মই জেলৰ

পৰা মুকলি হৈ অহাৰ পিছত ব্যস্ত হৈ পৰিলোঁ বিভাগীয় আৰু অন্যান্য কাৰ্যত, আৰু কনকসেন ডেকা অতিকৈ ব্যস্ত হৈ পৰিল 'অগ্ৰদূত'ৰ পৰিচালনাত। গতিকে তেওঁৰ ডক্টৰেট হোৱা গৱেষণাৰ প্ৰস্তাৱনাতে অন্ত পৰিবলগীয়া হ'ল। ইমাৰজেন্সিয়ে বাধা নিদিয়া হ'লে হয়তো কনকসেন ডেকায়ো ডক্টৰেটৰ পৰ্যায়লৈ বিদ্যায়তনিক উন্নতি সাধিব পাৰিলেহেঁতেন। এইটো সম্ভৱ হৈ নুঠা কাৰণত মোৰ এটা আক্ষেপ ৰৈ গ'ল, যেনেকৈ আক্ষেপ ৰৈ গ'ল ৰাধিকামোহন ভাগৱতীৰ ক্ষেত্ৰতো। ভাগৱতীয়েও সাংবাদিকতাত আমাৰ তত্ত্বাৱধানত ডক্টৰেটৰ গৱেষণা কৰাৰ দিশত যথেষ্ট আগবাঢ়িছিল। কিন্তু তেওঁ 'আজিৰ অসম'ৰ দায়িত্ব বহন কৰিবলগীয়া হোৱা কাৰণে গৱেষণাৰ কামত যতি পৰে।

বয়স আৰু অভিজ্ঞতাৰে সংবাদসেৱাত স্বকীয় বিশিষ্টতাৰে সমৃদ্ধ কেইবাগৰাকী বিশিষ্ট সাংবাদিক অসমত আছে। তেখেতসকলে সাংবাদিকতাৰ ক্ষেত্ৰত আজীৱন সেৱা আগবঢ়োৱাৰ ৰাজহুৱা সম্বৰ্ধনা স্বৰূপে সাংবাদিকতাৰ আচাৰ্য অৰ্থাৎ সাংবাদিকতাচাৰ্য খিতাপ পোৱাটো উচিত আছিল। কেইবছৰমান আগতে অধুনা প্ৰয়াত গিৰীশ চন্দ্ৰ শৰ্মাই শ্ৰীযুত সতীশ চন্দ্ৰ কাকতীৰ জন্ম দিনত নে তেখেতৰ সাংবাদিক জীৱনৰ বিশেষ মুহূৰ্তবোৰৰ স্বীকৃতিত এখন ৰাজহুৱা সম্বৰ্ধনা সভা আহ্বান কৰি তাত বক্তৃতা দিবলৈ আমাকো নিমন্ত্ৰণ কৰিছিল। সেইখন সভাতে মই কাকতী ডাঙৰীয়াক সাংবাদিকতাচাৰ্য স্বৰূপে সম্বোধন কৰিছিলোঁ। অসমত আমাৰ অগ্ৰজ কেইবাগৰাকী সাংবাদিক এনে সন্মান পোৱাৰ যোগ্য বুলি ভাবোঁ। অসম সাহিত্য সভা বা প্ৰতিষ্ঠিত সাংবাদিক সংস্থাসমূহে এই বিষয়ে প্ৰয়োজনীয় বিবেচনা কৰিব পাৰে। সি যি কি নহওক, ত্ৰিছ বছৰৰ অধিক কালৰ প্ৰতিষ্ঠিত সংবাদসেৱী স্বৰূপে এই দিশত জীৱনজোৰা বৰঙণিৰ হেতু আমি কনকসেন ডেকাক সাংবাদিকতাৰ অন্যতম আচাৰ্য, সাংবাদিকাচাৰ্য আখ্যাৰে সম্বৰ্ধনা তথা অভিনন্দন জনাইছোঁ। ○

# যেনেদৰে জানো কনকসেন ডেকাক

**ৰমা বেজবৰুৱা**

ঋজু শৰীৰৰ ওখ-পাখ মানুহজন, শান্ত চকুযুৰিত ফুটি থকা বুদ্ধি-দীপ্ত কৌতুহল, সুবিন্যস্ত চুলিখিনি আৰু শুধ বগা আৰু পৰিচ্ছন্ন সাজ-পাৰেৰে যিজনক আমি জানো, মিত আৰু অল্পভাষী, আত্ম-মগ্নতাৰ লগতে বাস্তৱ জীৱনৰ স'তে সমানে সঙ্গতি ৰাখি যিজনে সুমিষ্ট হাঁহি এটিৰে যিকোনো চিনাকি-অচিনাকিক এটা আত্মীয়তা আৰু অমায়িক আচৰণেৰে কথা-বতৰা পাতি অনায়াসে সহৃদয়তা গঢ়ি তুলিব পাৰে, সেইজনেই হৈছে কনকসেন ডেকা। আমি সৰ্বসাধাৰণে তেওঁক মাথো জানো, অগ্ৰদূত গোষ্ঠীৰ স্বত্বাধিকাৰী বুলি, বহুল প্ৰচাৰিত দৈনিক আৰু তিনিদিনীয়া 'অগ্ৰদূত' কাকতৰ সম্পাদক স্বৰূপেহে। এই দুখন কাকতৰ উপৰি অগ্ৰদূত ভৱনৰ পৰাই প্ৰকাশিত জনপ্ৰিয় মাহেকীয়া আলোচনী 'শ্ৰীময়ী' আৰু হাস্য-কৌতুকৰ মাহেকীয়া 'চিচিংফাঁক' আদি প্ৰকাশনৰ মালিক হোৱাৰ সুবাদত অসমৰ জনসাধাৰণৰ মাজত এজন নিৰ্ভীক আৰু ন্যায়-নিষ্ঠ সম্পাদকৰ ভাৱমূৰ্তিয়ে তেওঁৰ পৰিচিতি প্ৰতিষ্ঠিত যদিও তেওঁৰ এটা সুকীয়া আৰু আছুতীয়া ব্যক্তি-সত্তা আছে আৰু সেইটো হৈছে তেওঁৰ সাহিত্য কৰ্মৰ কীৰ্তি। এটা ডাঙৰ প্ৰতিষ্ঠানৰ অধিকাৰী হৈ লগতে সাংবাদিকতা, সম্পাদনা আৰু সাহিত্য চৰ্চাৰ ভূমিকা একাধাৰে পাৰদৰ্শিতাৰে আৰু তুলনাবিহীন ভাৱসাম্যতা আৰু মানদণ্ডেৰে চলাই যোৱাৰ উদাহৰণ নিচেই তাকৰ যদিও এওঁৰ কৰ্মক্ষেত্ৰত আধিপত্য বজাই ৰখা সম্পাদক আৰু সাহিত্যিক— এই দ্বৈত ভূমিকাৰ পাৰস্পৰিক সোঁতে কোনেও কাকো চেৰ পেলাব পৰা নাই। সেয়েহে তেওঁৰ সাহিত্য ধাৰাই এটা সুকীয়া পৰিচয় বহন কৰি তেওঁৰ পৰিণত চিন্তাৰ ভৰা-সুঁতিৰ গতিৰে এটা সুগম

পথেৰে প্ৰৱহমান হৈ আছে।

ডেকাৰ সাহিত্য সৃষ্টি অন্য বহুতো খ্যাতি-সম্পন্ন সাহিত্যিকতকৈ কিছু সুকীয়া আৰু ব্যতিক্ৰমী আৰু প্ৰতিটো লিখনিতেই দেখিবলৈ পোৱা যায় অভিজ্ঞতাপুষ্ট মনৰ স্বচ্ছ চিন্তাধাৰাৰ প্ৰকাশৰ স্পষ্টভাষিতা। ই এটা নতুন ধাৰাৰ সৃষ্টি এই কাৰণেই যে তেওঁৰ প্ৰবন্ধ বা ৰচনা যিমানেই গধুৰ নহওক, সেইবোৰ সহজ-বোধ্য, অকুণ্ঠ, নিৰ্ভীক আৰু বিশেষকৈ প্ৰত্যেকটো ৰচনাই সমস্যা-সমাধান প্ৰয়াসী। জনামতে এতিয়ালৈকে তেওঁৰ এঁকৈছখন গ্ৰন্থ প্ৰকাশিত হৈছে। ইয়াৰ ভিতৰত কেইখনমান কিতাপ বিশেষভাৱে উল্লেখযোগ্য—যিকেইখনে সুস্থ মনেৰে ভাবিব পৰা চিন্তাৰ খোৰাক যোগায়। বিশেষকৈ তিনিখন কিতাপৰ কথা উল্লেখ কৰিব খুজিছোঁ, যিকেইখন সাহিত্যৰ দৃষ্টিকোণৰ পৰা তেওঁৰ এটা দৃঢ় আৰু সাহসী পদক্ষেপ বুলি ক'ব পাৰি। এইকেইখনত কেৱল দৃঢ়তা আৰু সাহসিকতাই নাই, কোনো ধৰণৰ দ্বিধা, কুণ্ঠা আৰু সঙ্কোচবোধ নথকা তেওঁৰ সাৱলীল লিখনিবোৰত আছে যুক্তি-গ্ৰাহ্যতা আৰু আমাৰ যুৱ-সমাজে ভৱিষ্যতৰ পিনে খোজ পেলোৱাৰ আশা আৰু প্ৰত্যাশাও। 'আমাৰ যুৱ-সমাজ বিশ্ব বিজয় কৰিবলৈ ওলাই আহক' গ্ৰন্থখনিত জ্যোতিপ্ৰসাদৰ আদৰ্শৰ ৰিণি ৰিণি সুৰ এটি আছে যদিও ডেকাই আমাৰ যুৱক-যুৱতীৰ মাজত থকা হীনমন্যতাকে ধৰি বিভিন্ন দুৰ্বলতাবোৰৰ বাধাৰ হেঙাৰ অতিক্ৰম কৰি সততা আৰু সাহসেৰে অতিক্ৰম কৰি যাব পৰাৰ বিশ্লেষণাত্মক ৰূপৰেখা দাঙি ধৰিছে। 'অসমৰ বিক্ষুব্ধ যুৱ-সমাজ'তো আমাৰ যুৱ-শক্তিৰ উদগীৰণ হ'ব খোজা বিদ্ৰোহৰ স্ফুলিঙ্গৰ যি ৰচনাত্মক বৰ্ণনা সেয়া ডেকাৰ বাস্তৱায়িত সু-সংহত চিন্তাৰ গভীৰতাৰ পৰিচায়ক। 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক' যুৱ সমাজত থকা যোগাত্মক আৰু ঋণাত্মক দিশ সামৰি লৈ সেইবোৰৰ ওপৰত যুৱ-শক্তিয়ে কেনেদৰে বাস্তৱসম্মত আৰু যুগোপযোগী দৃষ্টিপাত কৰিব লাগে তাৰ বাবে যি বিশ্লেষণ আৰু পৰামৰ্শ আগবঢ়োৱা হৈছে, সেয়া আমাৰ নতুন প্ৰজন্মৰ বাবে কেৱল দিক-নিৰ্ণয়কাৰীয়ে নহয়, দিশহাৰা হৈ পৰা ভগ্ন-হৃদয়ৰ যুৱক-যুৱতীক এই কিতাপখনে চালিকা শক্তিৰূপেও উদ্বুদ্ধ কৰাৰ থল বিচাৰি পোৱা যায়। উক্ত তিনিখন, বিশেষকৈ শেষত উল্লেখ কৰা কিতাপখনে আমাৰ বহুতো যুৱক-যুৱতীৰ মাজত এটা সুস্থ-চিন্তাভিত্তিক জাগৰণৰ ভাব জগাই তুলিবলৈ সক্ষম হৈছে বুলি আমি জানিব পাৰিছোঁ।

কনকসেন ডেকাৰ লিখনিবোৰত উদগনি আছে, কিন্তু উচটনি নাই। নাই হতাশাগ্ৰস্ত মানসিকতাত সৃষ্টি হোৱা আক্ৰোশ আৰু বিননি। আছে শুদ্ধ-চিত্তেৰে অগ্ৰসৰ হোৱা ধৰ্ম-সিক্ত শ্ৰমৰ কষ্ট-কল্পিত সংগ্ৰাম আৰু তেনে সংগ্ৰামে

অনিবাৰ্যৰূপে আনি দিব পৰা অভীষ্ট সিদ্ধি লাভৰ সংকেত।

প্ৰকৃত সংগ্ৰামেৰে কৃতিত্ব লাভ কৰা লেখকৰ লিখনিতহে বাস্তৱৰ ৰূঢ়তা থাকে। কনকসেন ডেকা যিহেতু নিজেই এজন সংগ্ৰামী মানুহ, সেয়ে আৱেগিক অনুভূতিবোৰ সাময়িকভাৱে হ'লেও একাষৰীয়াকৈ থৈ কঠিন আৰু কঠোৰ বাস্তৱৰ লগত তেওঁ যুঁজিছিল। সেই কাৰণেই বোধকৰো তেওঁৰ লিখনিবোৰৰ মাজত সকলো চিন্তাশীল পঢ়ুৱৈয়ে এটা সংগ্ৰামী মনৰ পৰিপক্কতা দেখিবলৈ পায়।

সাংবাদিকতা আৰু বাতৰি কাকতক ব্যৱসায় হিচাপে গ্ৰহণ কৰাৰ সংকল্পৰে জীৱন যুদ্ধত অৱতীৰ্ণ হোৱা কনকসেন ডেকাৰ সংগ্ৰামী জীৱনৰ আৰম্ভণিৰ কিছু কথা মোৰ জনাৰ সৌভাগ্য ঘটিছিল যেতিয়াৰ পৰা একুৰি সাত, আঠ বছৰৰ আগতে তেওঁৰ সৈতে মোৰ পৰিচয় ঘটিছিল। তেতিয়া মই ৰাজ্যিক তথ্য আৰু জন-সম্পৰ্কৰক্ষী বিভাগৰ বাতৰি আৰু বিজ্ঞাপন শাখাৰ লগত জড়িত হৈ আছিলোঁ। প্ৰথম পৰিচয়তে মানুহজনক ভাল লাগি গৈছিল, বন্ধুত্বত পৰিণত হৈছিল আৰু ক্ৰমাৎ সেয়া গৈ প্ৰগাঢ় আৰু সৌহাৰ্দ্যপূৰ্ণ আত্মীয়তাৰ পৰ্যায় পাইছিল। তেতিয়া তেওঁৰ সাপ্তাহিক 'অগ্ৰদূত'ৰ কাৰ্যালয় আছিল মালিগাঁৱৰ এটা ভাৰা ঘৰত। মুষ্টিমেয় কেইজনমান কম্প'জিটাৰ, এটা কৰ্কশ শব্দ সৃষ্টিকাৰী মেচিন আৰু মেচিনমেন। ডেস্ক, চম্ভালিবলৈ এজনমান সহকৰ্মী। অনুষ্টুপীয়া আৰু ক্ষুদ্ৰ পৰিসৰৰ এই প্ৰেছটোৰ পৰাই তাহানি নিয়মিতভাৱেই সেই তেতিয়াৰ দিনৰ অনিৰ্ব্যস্ত অথচ নিৰ্ভুল ছপা কাৰ্যেৰে সাপ্তাহিক অগ্ৰদূত কিছু বছৰলৈ প্ৰকাশ পাই আহিছিল। তেতিয়াও একে সাজ-পাৰ—বগা পাঞ্জাবী, পায়জামা বা ধুতীৰে চকুত উদ্দীপ্ত কৌতুহল আৰু বুকুত সাহস আৰু উৎসাহ বান্ধি লৈ লৰি-ঢাপৰি, চিটি বাছ বগাই কঠোৰ পৰিশ্ৰম কৰি গুৱাহাটীৰ ইমূৰৰ পৰা সিমূৰলৈ চকৰী ঘূৰাদি ঘূৰিছিল সেই তেতিয়াৰ কনকসেন ডেকাই।

সেই সময়ত আৰু দেখিছিলোঁ, লগে লগে লাগি প্ৰেছৰ হিচাপ-পত্ৰ ৰখাকে আদি কৰি সকলো পিনে সতৰ্ক দৃষ্টি ৰাখি যিকোনো তাৎক্ষণিক সমস্যাৰ জোৰা মাৰিবলৈ ডেকাৰ একমাত্ৰ সঙ্গী আছিল তেওঁৰ পত্নী শ্ৰীমতী ভানুশ্ৰী ডেকা। চালুকীয়া সন্তানসহ ৰান্ধনি ঘৰ চম্ভালাৰ পৰা আৰম্ভ কৰি প্ৰেছৰ প্ৰায় সকলো দিশৰ পিনে অক্লান্তভাৱে চকু দিব পৰা গুণ এগৰাকী প্ৰকৃত সহধৰ্মিণীৰ ক্ষেত্ৰতহে প্ৰযোজ্য। এগৰাকী সুদক্ষা পৰিচালিকা হোৱাৰ উপৰি শ্ৰীমতী ডেকা এগৰাকী সু-ৰান্ধনী যাৰ হাতৰ ৰন্ধনৰ স্বাদ পোৱাৰ সৌভাগ্য মোৰ কেবাবাৰো ঘটিছিল। তেতিয়াৰ সত্তৰ দশকৰ সেই কালছোৱাত যিমানেই ডেকাৰ আন্তৰিক সান্নিধ্যলৈ আহিছিলোঁ, তেওঁৰ ব্যৱসায় নৈপুণ্যৰ আভাস পাইছিলোঁ, কঠোৰ শ্ৰমৰ প্ৰতি

আলস্যহীন প্ৰৱণতা আৰু নিজৰ আদৰ্শৰ প্ৰতি নিষ্ঠা দেখি মুগ্ধ নোহোৱাকৈ থাকিব পৰা নাছিলোঁ, সিমানেই বেছি তেওঁৰ প্ৰতি শ্ৰদ্ধা জন্মিছিল তেওঁৰ বদান্যতা, ন্যায্যজনক জনোৱা তেওঁৰ কৃতজ্ঞতা বোধ দেখি। লগে লগে ছাঁৰ দৰে আছিল আৰু আজিও আছে তেওঁৰ সহধৰ্মিণী। দুয়োকে দেখি তেতিয়া আমাৰ মনলৈ ভাব আহিছিল এয়েই বোধকৰো আদৰ্শ দম্পতী।

এৰা আৰু ধৰা, স্বাৰ্থ আৰু নিস্বাৰ্থ—এই শব্দকেইটা ব্যৱসায়িক ক্ষেত্ৰত যেনেদৰে খাটে, সমাজত একেলগে বাস কৰি পাৰস্পৰিক সম্বন্ধ গঢ়ি তোলাৰ ক্ষেত্ৰতো ই সমানে প্ৰযোজ্য। এই দুয়োটা দিশকে মানৱীয় দৃষ্টিভঙ্গীৰে ধৰি ৰাখিব পৰাটোৱেই বোধকৰো ডেকা-দম্পতীৰ অন্য এটা বহুমূলীয়া সম্পদ। সেয়েহে একক প্ৰচেষ্টা, কঠোৰ শ্ৰম, ব্যৱসায়িক বুদ্ধিৰে আজিৰ এক বৃহৎ প্ৰতিষ্ঠানৰ গৰাকী হোৱা সত্বেও এওঁলোকৰ মাৰ্জিত আৰু অহংকাৰশূন্য মনোভাৱ সততে বৰ্তি থকা হেতুকে সমগ্ৰ অগ্ৰদূত গোষ্ঠীৰ জনপ্ৰিয়তা কোনো অৱস্থাতে হ্ৰাস পোৱা নাই। এনে জনপ্ৰিয়তাৰ মূল চাবি-কাঠী কিন্তু কনকসেন ডেকাৰ হাততেই।

সকলো মানুহেই সপোন দেখে। কিন্তু কনকসেন ডেকাই 'একবিংশ শতিকাৰ অসম'ত যি সপোনৰ বাৰতা আনি তথ্যভিত্তিক বিশ্লেষণ আগবঢ়াইছে তাক আজিৰ সুস্থ সবলী চিন্তাসন্ধানী ন-পুৰণি সকলো লোকেই তাৰ যুক্তিগ্ৰাহ্যতা আৰু বাস্তৱতা স্বীকাৰ নকৰাকৈ থাকিব নোৱাৰে। মনেৰে মানি ল'বলৈ কষ্ট পালেও তাত আছে নিৰ্মম সত্য আৰু কঠোৰ বাস্তৱমুখী দৃষ্টিপাত। প্ৰকৃত মানুহ হিচাপে জীয়াই থকাৰ সংগ্ৰাম আৰু সেই সত্যৰ যথাৰ্থতাৰ কথা মনত ৰাখিয়ে বোধকৰো কনকসেন ডেকাই তেওঁৰ 'আধুনিক বিশ্বৰ এশগৰাকী মহান ব্যক্তি' নামৰ বৃহৎ সংকলনটোৰ একেবাৰে আৰম্ভণিতে জে. আৰ. লৱেলৰ এইকেইষাৰি বাক্য উদ্ধৃত কৰাৰ লোভ সম্বৰণ কৰিব নোৱাৰিলে—"He who would win the name of truly great must understand his own age and the next." ○

# নমস্য ব্যক্তি কনকসেন ডেকা

## দিনেশ শৰ্মা

কেবা বছৰ আগৰ কথা। মই যেতিয়া কনকসেন ডেকাদেৱক দেখা পাওঁ তেতিয়া তেখেতে ছিপাঝাৰৰ কোনোবা এখন স্কুলত শিক্ষকতা কৰে। চন-তাৰিখ নাজানো। মই নিজে নাজানিলেও বহুতো লোকে তেখেতক এজন বাওঁপন্থী ৰাজনৈতিক দলৰ অনুগত বুলি কোৱাও শুনিছিলোঁ। ডেকাদেৱে প্ৰথমতে এতিয়াৰ তিনিদিনীয়া অগ্ৰদূত কাকতখন সাপ্তাহিক কাকত হিচাপে মঙলদৈৰ পৰাই উলিয়াইছিল। এদিন এজন আগশাৰীৰ ৰাজনৈতিক নেতাই ডেকাদেৱক কোৱা শুনিছিলোঁ ঃ "ডেকা চাহাব! আপুনি যদি সঁচাকৈয়ে কাকতখন (অগ্ৰদূত) ভালদৰে উলিয়াব বিচাৰিছে তেনেহ'লে গুৱাহাটীলৈ বলক। মঙলদৈৰ পৰা এই কাম সম্ভৱ নহ'ব।" কথাষাৰ বোধকৰো ডেকা চাহাবৰ মনত লাগিল। পৰৱৰ্তী দিনত তেখেতে থিৰাং কৰিলে,—অগ্ৰদূত কাকতখনৰ যদি. প্ৰসাৰ আৰু প্ৰচাৰ বঢ়াব লাগে তেনেহ'লে গুৱাহাটীত খোপনি পোতাটোৱে হ'ব উত্তম উপায়। কিন্তু ডেকা চাহাবৰ অৰ্থ যে তেনেই সীমিত। তথাপি মনৰ উদ্যম লৈ ডেকা চাহাবে কঁকালত টঙালি বান্ধিলে। তেখেতে গুৱাহাটীৰ মালিগাঁৱতে সৰু ঘৰ এটা ভাৰালৈ ল'লে। অগ্ৰদূত কাকতখন সাপ্তাহিকৰ পৰা অৰ্ধসাপ্তাহিক ৰূপত প্ৰকাশ পাবলৈ ধৰিলে। কাকতখন দেখাত এখন, তাহানি আমি স্কুলীয়া দিনতে ব্যৱহাৰ কৰা মেপ আঁকা ভূগোলৰ বহীটো যেন লাগে। কেতিয়াবা সোঁমাজতে এটা পিন মৰা থাকে। কেতিয়াবা পিনটোও নাথাকে। কাকতখনে মানুহক আকৰ্ষণ কৰিব পৰা বাহ্যিক কোনো আড়ম্বৰ নাই। কিন্তু ভিতৰত থকা প্ৰতিটো লেখা অগ্নিবৰষা। অন্য কাকতে প্ৰকাশ নকৰা অথচ "নিউজ ভেলু" পৰিপুষ্ট বাতৰি পৰিৱেশনৰ ষ্টাইলে অসমীয়া

আৰু অনা-অসমীয়া পঢ়ুৱৈক আকৰ্ষণ কৰিবলৈ ধৰিলে। লাহে লাহে তিনিদিনীয়া অগ্ৰদূত কাকতখনৰ কলেৱৰ সলনি হ'ল আৰু গুৱাহাটীৰ প্ৰায়বোৰ কিতাপৰ দোকান আৰু হকাৰৰ হাতত দেখা দিবলৈ ধৰিলে। এক বুজন সংখ্যক কপি তেতিয়াৰ অসমৰ ৰাজধানী শ্বিলঙৰ পুলিচ বজাৰৰ চ'কটোত থকা বাতৰি কাকতৰ দোকানখনতো দেখা পোৱা গ'ল।

অসমত বহুতে বাতৰি কাকত উলিয়াইছে। বহুত কাকত অকাল মৃত্যুৰ গৰাহতো পৰিছে। কিন্তু শ্ৰীযুত ডেকা আৰু শ্ৰীযুতা ডেকাৰ কায়িক পৰিশ্ৰমৰ উপৰি সীমিত পুঁজিৰে বাতৰি কাকত উলিয়াই গজ্‌গজীয়া স্বত্বাধিকাৰী হোৱা লোক আজিলৈকে দেখা নাই। আজি দিছপুৰস্থ অগ্ৰদূত ভৱনৰ যিটো মনোমোহা ৰূপ সেই ৰূপৰ স্বপ্ন ডেকা দম্পতীহালে মালিগাঁৱতে কোনোবা এটা সুন্দৰ ৰাতিপুৱা হয়তো দেখিছিল। সপোনক বাস্তৱত পৰিণত কৰাৰ ভাৰ যে সপোন দেখোতাজনৰে! শ্ৰীযুত ডেকা আৰু শ্ৰীযুতা ডেকাৰ ধৈৰ্য আৰু ক্লান্তিহীন পৰিশ্ৰমৰ ফল যে কেনেকুৱা মিঠা তাক আজিৰ যুগৰ ডেকা-ডেকেৰীহঁতে উপলব্ধি কৰিবলৈ কিছু সময় থমকি ৰ'ব লাগিব। সহজলভ্য ধন-দৌলতৰ পিছে পিছে দৌৰি ফুৰাহঁতে কনকসেন ডেকাৰ কৰ্মক আদৰ্শ হিচাপে এবাৰ ভালদৰে জুকিয়াই চাব পাৰে।

বোধকৰো ১৯৭২ চনৰ কথা। এবাৰ নিচেই পুৱাতে স্বৰ্গীয় হিতেশ্বৰ শইকীয়া আৰু এই প্ৰবন্ধ লেখক একেখন গাড়ীতে তেজপুৰলৈ বুলি গুৱাহাটী আৱৰ্ত ভৱনৰ পৰা ৰাওনা হৈছোঁ। তেতিয়া গুৱাহাটীৰ পৰা তেজপুৰলৈ যাবলৈ হ'লে শৰাইঘাট দলঙৰ ওপৰেৰে গৈ মঙলদৈ হৈ যাব লাগিছিল। স্বৰ্গীয় শইকীয়াদেৱ তেতিয়া ৰাজ্যিক গৃহমন্ত্ৰী। আমাৰ গাড়ী গৈ মালিগাঁও পোৱাৰ লগে লগে শইকীয়া চাহাবে কৈ উঠিল ঃ "শৰ্মা! এবাৰ কনকসেন ডেকাৰ বাহাত সোমাই যাওঁ বলক।" কথাষাৰ শুনি মোৰো ভাল লাগিল। তেতিয়া জুন মাহ। ৰাতিপুৱা পাঁচ বাজিছেহে। আমি ৰাস্তাৰ কাষতে গাড়ীখন ৰাখি মূল ৰাস্তাৰ পৰা নামি গ'লোঁ। শ্ৰীযুত ডেকা এতিয়া চাগে শুই আছে। ৰাতিপুৱাৰ টোপনি। শুই থকা মানুহক জগাবলৈ সঙ্কোচবোধ এটা আহিল। কিন্তু কি আচৰিত! অকণমানি ঘৰটোৰ বাৰাণ্ডাতে শ্ৰীযুত ডেকা আৰু শ্ৰীযুতা ডেকাই আখৰ বাছি আছে। মেটাৰ কম্পোজ কৰি আছে। দুয়োৰে হাতকেইখন ক'লা আৰু লেতেৰা। আমালৈ দুটা মূঢ়া আগবঢ়াই ডেকাদেৱে হাত দুখন খৰখেদাকৈ ধুই ল'লৈ আৰু ৰাস্তাৰ কাষৰ চাহৰ দোকান এখনৰ পৰা চাৰিটা গজা কাগজেৰে মেৰিয়াই আনিলে। শ্ৰীযুতা ডেকাইও তদ্ৰূপ হাত ধুই চৌকাত কেট্‌লি বহুৱালে। আমি আটায়ে ইটো-সিটো

কথা পাতি, চাহ খাই তেজপুৰলৈ বুলি ৰাওনা হ'লোঁ। লগতে গোটেই বাটছোৱা ভাবি গ'লোঁ—ডেকা দম্পতী হালৰ কামৰ প্ৰতি একাগ্ৰতা আৰু পৰিশ্ৰমৰ প্ৰতি উদ্যম। আঠ পৃষ্ঠাৰ এটা "ভূগোলৰ বহী" ছপাবলৈ দিনে ৰাতি "মেটাৰ কম্পোজ" কৰি আছে। প্ৰুফ চাইছে। লেখকৰ পৰা লিখা আনিছে। সম্পাদনা কৰিছে। সম্পাদকীয় লিখিছে। সৰু-সুৰা বিজ্ঞাপনো বিচাৰি খোচাৰি আনিছে। "ভূগোলৰ বহী"টোৰ প্ৰতি মোৰ বিশেষ আকৰ্ষণ আছিল সম্পাদকীয়টো আৰু এজন বিমান কৰ নামৰ বাংলাভাষী অধ্যাপকৰ লেখাটো।

কনকসেন ডেকাদেৱ ভাৰতীয় বুলি গৌৰৱ কৰা এজন জাতীয়তাবাদী লোক। তিনিদিনীয়া 'অগ্ৰদূত' আৰু 'দৈনিক অগ্ৰদূত'ৰ পাতত তেখেতে অসমৰ সম্পদ আৰু অসমীয়া জাতিটোক আগুৱাই নিবলৈ এটা স্পষ্ট দিশ নিৰ্ণয় কৰাৰ ভূমিকা সদায় পালন কৰি আহিছে। তেখেতে অসমৰ জ্বলন্ত সমস্যাবোৰৰ ওপৰত কেবাখনো গ্ৰন্থ লিখি প্ৰকাশ কৰিও উলিয়াইছে। তেখেতে যুক্তি সহকাৰে; নতুন প্ৰজন্মইহে যে অসমৰ ভাগ্য নিৰ্ণয় কৰিব লাগিব তাক বাৰম্বাৰ বুজাবলৈ চেষ্টা কৰিছে। অধিকাৰ কোনেও হাতত তুলি নিদিয়ে। অধিকাৰ নিজে নিজৰ সুকৰ্ম আৰু ধী শক্তিৰ দ্বাৰা সাব্যস্ত কৰিব লাগিব।.....স্পষ্টবাদিতাৰ বাবে ডেকা চাহাব উগ্ৰপন্থীৰো ভাবুকিৰ সন্মুখীন হ'বলগীয়া হৈছিল। সাহসেৰে স্পষ্ট ভাষাত সমালোচনা কৰা বাবে তেখেতে কেবাবাৰো ৰাজৰোষতো পৰিবলগীয়া হৈছিল। পিছে ডেকাদেৱ অবিচলিত। কাৰণ পঢ়ুৱৈ যে তেখেতৰ পক্ষত। সেয়েহে পঢ়ুৱৈৰ আশীৰ্বাদকে মূলধন হিচাপে লৈ দোপতদোপে কাগজৰ প্ৰচাৰ বঢ়াব পাৰিছে।

পৰৱৰ্তী দিনবোৰত, অকল বাতৰি কাকততে লাগি নাথাকি ডেকাদেৱে কিছুমান সামাজিক কামৰ লগতো নিজকে জড়িত কৰি সম্পদনা কৰিছিল। দিছপুৰ গণেশ মন্দিৰ, বৃক্ষৰোপণ আঁচনি আছিল তাৰ ভিতৰত অন্যতম। তেখেতে সদায় ন লেখক-লেখিকাক উৎসাহ প্ৰদান কৰি অহা আমি দেখি আহিছোঁ। আনকি ন লেখকৰ কিতাপ কম খৰচতে তেখেতৰ নিজা প্ৰেছত ছপাই-বন্ধাই দিয়াৰ উপৰি বিনামূলীয়াকৈ সেই কিতাপৰ বিজ্ঞাপনো প্ৰকাশ কৰি আহিছে। বিশেষভাৱে মন কৰিবলগীয়া কথা এইটোৱে যে যিয়ে এবাৰ 'অগ্ৰদূত' কাকতত কাম কৰাৰ সুযোগ পাইছে তেৱেঁ অগ্ৰদূত পৰিয়ালৰ এজন হৈ পৰিছে। অগ্ৰদূত ভৱনত মালিক আৰু কৰ্মচাৰীৰ ব্যৱধান ন্যূনতম হৈ পৰে। ডেকা দম্পতী হালৰ যিয়ে এবাৰ মৰম আৰু ব্যৱহাৰত সংপৃক্ত হৈ পৰিছে তেৱেঁ জীৱনত পাহৰিব নোৱাৰাকৈ আবেগিক আকৰ্ষণত বন্দী হৈ ৰ'বলগীয়া হৈছে।

বৰ্তমানে অগ্ৰদূত ভৱনৰ পৰা 'দৈনিক অগ্ৰদূত' আৰু তিনিদিনীয়া

'অগ্রদূত'ৰ উপৰি তিনিখন ভিন্ন ৰুচিৰ আলোচনী নিয়মিতভাৱে প্ৰকাশ পাই আছে। ডেকা চাহাবৰ এনে এটা সময়ো অতিবাহিত হৈছিল যেতিয়া নেকি তেখেতে সপ্তাহত নটাকৈ সম্পাদকীয় প্ৰবন্ধ লিখিবলগীয়া হৈছিল। প্ৰতিটো সম্পাদকীয় আছিল ভাৱত গধুৰ-আবেগ মধুৰ।

আজি কনকসেন ডেকাদেৱ সম্পূৰ্ণভাৱে প্ৰতিষ্ঠিত এজন সু-সাংবাদিক, পৰিপক্ক বাৰ্তাজীৱী, বুদ্ধিজীৱী আৰু সু-বৃহৎ প্ৰকাশন প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰী। তথাপি তথাকথিত আভিজাত্যই তেখেতক স্পৰ্শ কৰিব পৰা নাই। এইটোৱে তেখেতৰ মহৎ গুণ। তেখেত আজিও এজন সাধাৰণ মানুহ। সাধাৰণ মানুহৰ লগত ঘনিষ্ঠতা আজিও বজাই ৰাখিছে। অতি সাধাৰণ মানুহেও তেখেতক যেতিয়াই তেতিয়াই লগ ধৰিব পাৰে। অসমীয়া জাতিৰ ইতিহাস, অসমীয়া জাতিৰ পৰম্পৰা, অসমীয়া মানুহৰ হৃৎপিণ্ডৰ সৈতে নিজকে সাঙুৰি অবিৰতভাৱে ডেকাদেৱে ক্লান্তিহীন দৃঢ় মন এটাৰে সংবাদসেৱাত লাগি আছে। তেখেতৰ সু-স্বাস্থ্য দীৰ্ঘদিনীয়া হওক—তাকেই কামনা কৰিছোঁ। ○

# কনকসেন ডেকাৰ সান্নিধ্যত

ড° যতীন মিপুন

সত্তৰ দশকৰ মধ্যভাগৰ কথা। সেই সময়ছোৱাত মই ডিব্ৰুগড় বিশ্ববিদ্যালয়ত সমাজশাস্ত্ৰ বিভাগত গৱেষক ছাত্ৰ আছিলোঁ। মোৰ গৱেষণাৰ বিষয়বস্তু আছিল যোগাযোগ ব্যৱস্থা, সংস্কৃতিধাৰণ আৰু প্ৰগতি অৰ্থাৎ যোগাযোগ ব্যৱস্থাৰ উন্নতিৰ ফলত মিচিং জনজাতিয়ে অসমীয়া ভাষা-সংস্কৃতিৰ সংস্পৰ্শলৈ আহি তেওঁলোকৰ ভাষা-সংস্কৃতি কেনেকৈ পৰিৱৰ্তন ঘটিছে আৰু তাৰ ফলত তেওঁলোকৰ ভাষা-সংস্কৃতি, আৰ্থ-সামাজিক উন্নতি কিমান হৈছে, এই বিষয়-বস্তুক লৈ মই মোৰ পি.এইচ.ডি. ডিগ্ৰীৰ বাবে গৱেষণাত ব্যস্ত আছিলোঁ। মিচিং অধ্যুষিত অঞ্চলৰ তিনিখন গাঁও আধাৰ হিচাপে লৈ মই গৱেষণাত লিপ্ত আছিলোঁ। এই তিনিখন গাঁৱৰ এখন মিচিং গাঁও আছিল জোনাই চহৰৰ কাষৰ। মিচিং জনজাতি অধ্যুষিত অঞ্চলত যোগাযোগ ব্যৱস্থাত উত্তৰ-পূব ৰেলৱেৰ ভূমিকাকো মোৰ গৱেষণাত গুৰুত্বপূৰ্ণ স্থান দিছিলোঁ। সেয়ে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে লক্ষীমপুৰৰ পৰা ধেমাজি আৰু ধেমাজিৰ পৰা জোনাই বা মুৰ্কংচেলেকলৈ কেতিয়া ৰেলৱে লাইন স্থাপন হৈছিল, ৰেলৱেৰ লাভ-লোকচানৰ কথা উত্তৰ-পূব ৰেলৱেৰ সদৰ কাৰ্যালয় মালিগাঁৱলৈ গৈ যুগুত কৰিব লগাত পৰিছিলোঁ। তেনেবোৰ তথ্য সংগ্ৰহ কৰিবৰ বাবে মই দিছপুৰৰ ৰাজধানী চৌহদত সচিবালয়ৰ কৰ্মচাৰী বন্ধুৰ চৰকাৰী কোৱাৰ্টাৰত থাকি চিটি বাছেৰে মালিগাঁৱলৈ অহা-যোৱা কৰিছিলোঁ। দিছপুৰৰ পৰা পাণবজাৰ হৈ চিটিবাছত মালিগাঁৱত অৱস্থিত উত্তৰ-পূব ৰেলৱে সদৰ কাৰ্যালয়লৈ যাওঁতে বাওঁফালে নতুবা মালিগাঁৱৰ পৰা ঘূৰি আহোঁতে সোঁফালে কামাখ্যা গেটৰ ঠিক সন্মুখত ৰেলৱে লাইনৰ সিপাৰে পাহাৰৰ টিলাটোত ডাঙৰ চাইনবোৰ্ডত

'অগ্রদূত'ৰ বিজ্ঞাপন দেখা পাইছিলোঁ। মই ইতিমধ্যে কলকাতাৰ পৰা প্ৰকাশিত ড° ভূপেন হাজৰিকা সম্পাদিত 'আমাৰ প্ৰতিনিধি' আলোচনীখনত নিয়মীয়াকৈ কবিতা লিখা আৰম্ভ কৰি দিছিলোঁ। হোমেন বৰগোহাঞি সম্পাদিত 'সাপ্তাহিক নীলাচল' কাকতখনতো দুই-এটা প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিছিলোঁ। সেয়ে স্বাভাৱিকভাৱেই 'অগ্ৰদূত'ৰ পাহাৰৰ টিলাৰ দাঁতিৰ ডাঙৰ চাইনবোৰ্ডখন দেখি কাকতখনৰ প্ৰতি মোৰ ঔৎসুক্য জন্মিছিল। 'অগ্ৰদূত' কাকতখনতো প্ৰবন্ধপাতি লিখাৰ আগ্ৰহ জন্মিছিল।

ভাদ মাহৰ গুৱাহাটীৰ উৎকট গৰমত দিছপুৰৰ সচিবালয়ৰ বন্ধু কৰ্মচাৰীৰ অসম আৰ্হিৰ সৰু সৰু কোঠালীৰ ঘৰত গধূলি পৰত সোমাই থকাটো অসহ্যকৰ হোৱা বাবে আমি বন্ধুকেইজনে মিলি দুৱাৰ-খিৰিকী সম্পূৰ্ণ খুলি আড্ডা মাৰিছিলোঁ। তাচ খেলৰ 'ৰামি' আৰু সুৰাৰ আড্ডাও নচলাকৈ থকা নাছিল। তেনে আড্ডাত মই কামাখ্যা গেটৰ সন্মুখৰ ৰেল লাইনৰ সিপাৰে পাহাৰ টিলাৰ খট্‌খটীৰ দাঁতিৰ 'অগ্ৰদূত'ৰ ডাঙৰ চাইনবোৰ্ডখনৰ কথা উলিয়াইছিলোঁ। কাকতখনত লিখা আৰু সম্পাদকগৰাকীৰ লগত চিনাকি হোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিলোঁ। মোৰ বন্ধুৰ বন্ধু মণ্ডলদৈৰ ফালৰ সচিবালয়ৰ কৰ্মচাৰী এগৰাকীয়ে মোৰ ইচ্ছাৰ কথা শুনি আজিৰ জ্যেষ্ঠ সাংবাদিক-সাহিত্যিক তিনিদিনীয়া আৰু দৈনিক 'অগ্ৰদূত' কাকতৰ সম্পাদক কনকসেন ডেকাৰ বিষয়ে কৈছিল এনেদৰে,

'অ' আপুনি তিনিদিনীয়া অগ্ৰদূত কাকতখনৰ সম্পাদক কনকসেন ডেকাৰ লগত চিনাকি হোৱাৰ ইচ্ছাৰ কথা কৈছে নেকি?'

'হয়।'

'কেলেই, আপুনি লিখা-মেলা কৰে নেকি?'

'পি.এইচ.ডি.ৰ বাবে গৱেষণা কৰি আছোঁ, মাজে-সময়ে লিখা-মেলা কৰোঁ।'

'আপোনাৰ লিখা-মেলা অসমৰ সাম্প্ৰতিক ঘটনাৱলীৰ ওপৰত হ'লে তেখেতৰ লগত চিনাকি নহ'লেও আপোনাৰ লেখা তেখেতৰ কাকতত প্ৰকাশ পাব।'

'আপুনি কেনেকৈ জানিলে?'

'মই তিনিদিনীয়া অগ্ৰদূতৰ পুৰণি গ্ৰাহক। তেখেতক মই ভালদৰেই জানো দিয়ক। সেই মণ্ডলদৈ চহৰত চাইকেল চলাই ফুৰি কাকতখন উলিওৱা দিনৰে পৰা মই তেখেতক চিনি পাওঁ। তিনিদিনীয়া অগ্ৰদূতখনৰ কাৰ্যালয় গুৱাহাটীলৈ স্থানান্তৰ কৰা বেছি বছৰ হোৱা নাই। কাকতখনৰ কাৰ্যালয় দিছপুৰৰ ওচৰলৈ

অনাৰ বাবে যো-জা চলাই থকাৰ কথাও শুনিছোঁ।'

'আপুনি তেন্তে তেখেতৰ লগত মোক চিনাকি কৰাই দিব!'

মোৰ বন্ধুৰ বন্ধু মণ্ডলদৈৰ ফালৰ সচিবালয়ৰ কৰ্মচাৰীগৰাকীৰ দীঘলীয়াকৈ কোৱা কথাত ঔৎসুক্য প্ৰকাশ কৰি সেপ ঢুকি মই কৈছিলোঁ। মোৰ কথাত হাঁহি মাৰি কৰ্মচাৰীগৰাকীয়ে কৈছিল, 'কনকসেন ডেকা মানুহজন তেনেই সহজ-সৰল। গুৱাহাটীত চিটিবাছত, অ'টো ৰিক্সাত বা ৰিক্সাত নতুবা সচিবালয়তো কেতিয়াবা তেখেতক লগ পাই যাব পাৰে। সাম্প্ৰতিক বিষয়-বস্তুৰ ওপৰত প্ৰবন্ধ লিখিলে আৰু উপযুক্ত বিবেচিত হ'লে তেখেতৰ লগত পৰিচয় নাথাকিলেও 'অগ্ৰদূত'ত আপোনাৰ লেখা প্ৰকাশ পাব। এই কথা মই নদি ক'ব পাৰোঁ।'

অসহ্যকৰ গৰমৰ বতৰত মালিগাঁৱত অৱস্থিত উত্তৰ-পূব ৰেলৱেৰ সদৰ কাৰ্যালয়ৰ পৰা মোৰ প্ৰয়োজনীয় তথ্য-পাতি এসপ্তাহমানত সংগ্ৰহ কৰি ডিব্ৰুগড় বিশ্ববিদ্যালয়লৈ গুচি আহিবলগীয়া হোৱাত 'অগ্ৰদূত' কাকতখনৰ সম্পাদক কনকসেন ডেকাৰ লগত সেইবাৰলৈ চিনাকি হ'ব নোৱাৰিলোঁ। অৱশ্যে বিশ্ববিদ্যালয়ত থকাৰ সময়ছোৱাত 'আমাৰ প্ৰতিনিধি', 'সাপ্তাহিক নীলাচল', 'অগ্ৰদূত'ৰ মই নিয়মীয়া গ্ৰাহক আৰু পাঠক আছিলোঁ।

ডিব্ৰুগড় বিশ্ববিদ্যালয়ত গৱেষক ছাত্ৰ হৈ থাকোঁতে সত্তৰ দশকৰ মধ্য ভাগতে 'অগ্ৰদূত' কাকতখনত লিখিবলৈ মন মেলি কাকতখনৰ সম্পাদক কনকসেন ডেকাৰ লগত চিনাকি হোৱাৰ ইচ্ছা জন্মিছিল যদিও প্ৰায় এক দশক কাল অৰ্থাৎ আশী দশকৰ মধ্যভাগলৈকে মই কোনো লেখা কাকতখনলৈ পঠাব পৰা নাছিলোঁ। মিচিং অধ্যুষিত অঞ্চলত মই বাছ, নাও আদিত উঠি, চাইকেল চলাই ফুৰি গৱেষণাৰ কাম কৰিছিলোঁ বাবে চাইকেল চলাই ফুৰি বাতৰি কাকত উলিওৱা কনকসেন ডেকাৰ লগত চিনাকি হোৱাৰ অহৈতুক হেঁপাহ হয়তো মোৰ জন্মিছিল। তাতে প্ৰায় এটা দশক মনঃপূত চৰকাৰী চাকৰিৰ বাবে চেষ্টা চলাই থাকিবলগীয়া হোৱাত 'অগ্ৰদূত' আৰু কনকসেন ডেকাৰ কথা একেবাৰে পাহৰি যোৱাৰ দৰেই হৈছিল। চৰকাৰী চাকৰিৰ বাবে বয়সৰ সীমা পাৰ হওঁ হওঁ অৱস্থাত আশী দশকৰ আৰম্ভণিত ভাৰতীয় আৰক্ষী সেৱাৰ চাকৰিত মকৰল হোৱাত আন চাকৰি বিচৰাৰ সুযোগ শেষ হৈ যোৱাত লেখা-মেলাৰ প্ৰতি পুনৰ আগ্ৰহ জন্মিল। তেতিয়াই মনত পৰিল 'অগ্ৰদূত' আৰু কনকসেন ডেকাৰ কথা। সত্তৰ দশকৰ মধ্যভাগত দিছপুৰ ৰাজধানী চৌহদত লগ পোৱা মোৰ বন্ধুৰ বন্ধু মণ্ডলদৈৰ ফালৰ সচিবালয়ৰ কৰ্মচাৰীগৰাকীৰ কথা সাৱোগত কৰি আশী দশকৰ মধ্যভাগত আৰক্ষীৰ চাকৰিত অতি ব্যস্ততাত থাকিবলগীয়া হোৱা সত্বেও দুই-এটা প্ৰবন্ধ

লিখি 'অগ্ৰদূত'লৈ দিছপুৰৰ ঠিকনাত পঠাবলৈ আৰম্ভ কৰিছিলোঁ। মোৰ বন্ধুৰ বন্ধু মণ্ডলদৈৰ ফালৰ সচিবালয়ৰ কৰ্মচাৰীগৰাকীয়ে সত্তৰ দশকৰ মধ্যভাগতে কোৱাৰ দৰে কনকসেন ডেকাৰ লগত মোৰ চিনাকি নথকা সত্ত্বেও সাম্প্ৰতিক বিষয়বস্তুৰ ওপৰত লিখা বাবে মোৰ নিবন্ধ 'অগ্ৰদূত'ত নিয়মীয়াকৈ প্ৰকাশ পাবলৈ আৰম্ভ কৰিছিল। 'তিনিদিনীয়া অগ্ৰদূত'ৰ ৰঙালী বিহু বিশেষ সংখ্যা বা দুৰ্গা পূজা উপলক্ষে উলিওৱা শাৰদীয় বিশেষ সংখ্যাত মোৰ গল্প প্ৰকাশ পাবলৈ আৰম্ভ কৰিছিল। কাকতখনত প্ৰকাশিত প্ৰতিটো লেখনিৰ বাবে যথোপযুক্ত মাননি দিয়াত অগ্ৰদূত প্ৰকাশনে কৃপণালি কৰা মই কেতিয়াও পোৱা নাছিলোঁ। চৰকাৰী চাকৰিয়াল হোৱা বাবে একোটা লেখনিৰ বাবে মাননি নাপালেও চলিব পৰা অৱস্থাত থকা সত্ত্বেও গুৱাহাটীত নথকা দিনবিলাকত ডাক যোগে সময়মতে মাননি পোৱাত নিশ্চিত কৰাটো হয়তো অগ্ৰদূত প্ৰকাশনৰ হে কনকসেন ডেকাৰ প্ৰশাসনীয় কৃতিত্বৰ ফল।

চাইকেল চলাই 'অগ্ৰদূত' বাতৰি কাকতখন সমগ্ৰ অসমৰ পাঠকৰ গ্ৰহণযোগ্য কৰি তোলা, সত্তৰ দশকৰ মধ্যভাগত চিনাকি হ'ব বিচৰা কনকসেন ডেকাক মই চাকৰি সূত্ৰে নব্বৈ দশকৰ প্ৰথম ভাগত গুৱাহাটীত বসবাস কৰিবলৈ লোৱাৰে পৰা সভাই-সমিতিয়ে লগ পাবলৈ আৰম্ভ কৰিলোঁ। প্ৰয়োজন হ'লে দিছপুৰৰ কাহিলীপাৰা পথত গণেশ মন্দিৰৰ সমীপত থকা 'অগ্ৰদূত' তথা অগ্ৰদূত প্ৰকাশনৰ অফিচ কক্ষ বা তেখেতৰ ঘৰতো লগ কৰিব পৰা অৱস্থালৈ আহিলোঁ। অগ্ৰদূত প্ৰকাশনে পতা সভা-সমিতিত যোগদান কৰাটো মোৰ বাবে এক প্ৰকাৰ কৰ্তব্যৰ ভিতৰত পৰিল। এবাৰ এখন সভাত ভাষণ প্ৰসঙ্গত মই কৈছিলোঁ যে অসমৰ প্ৰায় সকলো সমস্যাৰ নিজে নিজেই ওব পৰিব যদিহে কৰ্ম-সংস্কৃতিৰ যোগেদি স্বনিয়োজিত হৈ আত্মনিৰ্ভৰশীল হৈ অসমৰ বিভিন্ন জনগোষ্ঠীসমূহ আৰ্থ-সামাজিকভাৱে উন্নতি লাভ কৰে। মোৰ এই কথাত বয়স, অভিজ্ঞতাকে ধৰি সকলো ফালৰ পৰাই জ্যেষ্ঠ সাংবাদিক-সাহিত্যিক কনকসেন ডেকাই সমৰ্থন জনাইছিল। পিছলৈ কেইবাখনো সভাত মোৰ এইষাৰ কথা তেখেতে উদ্ধৃতি দিছিল। কৰ্ম-সংস্কৃতি আৰু আত্মনিৰ্ভৰশীলতাৰ শ্ৰেষ্ঠ উদাহৰণ অগ্ৰদূত প্ৰকাশনৰ স্বত্বাধিকাৰী স্বয়ং কনকসেন ডেকা যে নিজেই এই কথা কোনো কালেই নিজে নকৈ তেখেতৰ বয়স আৰু অভিজ্ঞতাৰ তুলনাত আমাৰ দৰে সাধাৰণ সাহিত্য-প্ৰেমী মানুহক উৎসাহ যোগাবৰ বাবেই হয়তো মোৰ ভাষণৰ প্ৰশংসা তেখেতে কৰিছিল। তাতেকৈ মহৎ সাংবাদিক-সাহিত্যিক মই খুউব কমেই লগ পাইছোঁ। তেনে ব্যক্তিত্বসম্পন্ন মানুহৰ ওচৰত মই বিনা দ্বিধাই নতি স্বীকাৰ কৰোঁ। সেয়ে কনকসেন ডেকাই যেতিয়াই তেখেতৰ অফিচলৈ কামৰ বাবে আহিবলৈ কয়

তেতিয়াঁই মই বিনা প্ৰতিবাদে তেখেতক লগ কৰি আহোঁ।

জ্যেষ্ঠ সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ 'তিনিদিনীয়া অগ্ৰদূত'ৰ সম্পাদকীয়ৰ আধাৰত মই কৰ্ম-সংস্কৃতি, আত্মনিৰ্ভৰশীল, আৰ্থ-সামাজিক উন্নতিৰ কথা কওঁ বোলোঁতে তেখেতৰ দৃষ্টিভংগী অনুসৰণ কৰিছোঁ বোলাত মই হীনমান্যতা বা আক্ষেপ কৰাৰ কোনো কাৰণ নাই বুলিয়েই ভাবোঁ। জ্যেষ্ঠজনৰ আদৰ্শ গ্ৰহণ কৰাত মোৰ বোধেৰে কোনো অপৰাধ নহয়। 'তিনিদিনীয়া অগ্ৰদূত'ৰ নতুন পুৰুষৰ প্ৰতি আহ্বান জনোৱা কনকসেন ডেকাৰ সম্পাদকীয়খিনি গ্ৰন্থ আকাৰে প্ৰকাশ পোৱা 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক' কিতাপখন পঢ়িলেই তেখেতৰ বাস্তৱধৰ্মী স্বদেশপ্ৰেমৰ মানসিকতা অতি সহজেই উপলব্ধি কৰিব পাৰি। নানান সমস্যাৰে জৰ্জৰিত অসমীয়া জাতিক বিশ্বৰ এক মহান জাতি হিচাপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিবলৈ অসমৰ নতুন পুৰুষ চামক আহ্বান জনাবলৈ যাওঁতে যুক্তিৰ খাতিৰত প্ৰয়োজনবশতঃ ক্ষুৰধাৰ সমালোচনা কনকসেন ডেকাই এই গ্ৰন্থখনত কৰিছে। ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীৰ দিনা ইয়াণ্ডাবু সন্ধি সূত্ৰে অসমৰ বেলি মাৰ গ'ল বুলি আমি যি আক্ষেপ কৰি থাকোঁ পৰৱৰ্তী কালছোৱাত বিশেষকৈ ভাৰত স্বাধীন হোৱাৰ পিছত নিজকে অসমীয়া বুলি কোৱা মানুহখিনিৰ বাবেই যে অসমখন থানবান হৈ গ'ল এই কথাও কনকসেন ডেকাই ক'বলৈ পাহৰা নাই। 'যুক্তি অবিহনেই আন্দোলনৰ ভাবুকি' দিয়াৰ মানসিকতা গঢ়ি উঠা নতুন পুৰুষচামক সৎ পথলৈ অনাৰ বাবে আত্ম-সমালোচনাৰ বাবে আহ্বান জনাওঁতে এনেকৈ অসম সাহিত্য সভাকো কনকসেন ডেকাই সমালোচনা কৰিবলৈ এৰা নাই। "চিৰ চেনেহী মোৰ ভাষা জননী বোলোঁতে যদিহে অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠীৰ লোকে অসন্তুষ্টি অনুভৱ কৰে আৰু প্ৰত্যেকেই নিজ নিজ ভাষাৰ বাবে পাঁচদিনীয়া সভা পাতিবলৈ লয় তেতিয়াই বুজিব লাগে যে অসম সাহিত্য সভাই অসমৰ জনগণক একত্ৰিত কৰাৰ সলনি কাৰোবাৰ মনত আঘাতহে হানিছে। সেইটো স্বীকাৰ কৰি ল'বলৈ টান পোৱা সকলেও অন্ততঃ ক'ব লাগিব যে এই সংগঠনটোৱে অসমৰ সকলো শ্ৰেণীৰ লোকৰ সমাদৰ লাভ কৰিবলৈ অপাৰগ হৈছে। অসম সাহিত্য সভা গতিশীল হোৱা হ'লে সেই মুহূৰ্ততেই এনে কাৰ্যসূচী ল'লেহেঁতেন যিবোৰে অসমৰ আটাইবোৰ ভাষা-সাহিত্যক সামৰি লয়। উল্লেখযোগ্য যে সাম্প্ৰতিক অসমত উত্থাপিত ভিন ভিন ৰাজ্যৰ দাবীৰ বাবেও অসম সাহিত্য সভা বহু পৰিমাণে জগৰীয়া। সাহিত্য সভাৰ দৰে সংগঠন এটি গঢ়ি তোলাৰ বাবে গোহাঞিবৰুৱা, বেজবৰুৱা আমাৰ চিৰ নমস্য হৈ থাকিব, কিন্তু তাৰ অৰ্থ এইটো নহয় যে সাহিত্য

সভাৰ দৃষ্টিভঙ্গীও সেই যুগতেই বন্দী হৈ ৰ'ব। তাহানিৰ সেই পৰিৱেশ দ্ৰুতগতিত সলনি হৈছে। চিৰ চেনেহী মোৰ ভাষা জননীয়ে আজি বোকোচাত অৰ্থনীতি, বিজ্ঞান, প্ৰযুক্তিবিদ্যা ল'ব নোৱাৰিলে কেৱল ভাষাটোৱে অকলে আমাৰ অস্তিত্ব ৰক্ষা কৰিব নোৱাৰে। অতি শীঘ্ৰে অসম সাহিত্য সভাক ৰাজ্যখনৰ আটাইবোৰ ভাষাৰেই উমৈহতীয়া মঞ্চ কৰি লোৱা হওক আৰু সভাপতিগৰাকী অসমীয়া সাহিত্যসেৱী হোৱাৰ সলনি অন্য ভাষাৰ পৰা লোৱা হওক। অকল সিয়েই নহয়, অসমীয়া ভাষাক অৰ্থনীতি, বিজ্ঞান আৰু কাৰিকৰী জ্ঞানৰ বাহন কৰি তোলাৰ বাবেহে তৎপৰতাৰে চেষ্টা চলোৱা হওক।" (ন. পু. যু. আ. ন. স. গ. পৃ-৩৭-৩৮)। এনে এক বাস্তৱধৰ্মী দৃষ্টিভঙ্গীৰ গৰাকী কনকসেন ডেকাৰ আন এক বাস্তৱধৰ্মী উক্তি এনেধৰণৰ, "আজিৰ অসমৰ বাবে সকলোতকৈ প্ৰয়োজন হৈ পৰিছে এক কৰ্মসংস্কৃতি বাহিনী। এই বাহিনীৰ সংগঠন অসমৰ ২২ হেজাৰখন গাঁৱত গঢ়ি তুলিব পাৰিলেহে আমি সঁচা অৰ্থতেই বিনা ৰক্তপাতে মুক্ত হ'ম।" (ঐ, পৃ. ২০)।

এনেধৰণৰ বাস্তৱধৰ্মী চিন্তাধাৰাৰ অধিকাৰী হোৱা বাবে মই কনকসেন ডেকাৰ অনুগামী, তেখেতৰ লেখনিৰ খৰচি মাৰি পঢ়া পাঠক। আৰু তেনেবোৰ কাৰণতে সত্তৰ দশকৰ মধ্যভাগৰ পৰা আজি পৰ্যন্ত 'তিনিদিনীয়া অগ্ৰদূত' আৰু বৰ্তমান 'দৈনিক অগ্ৰদূত'ৰ মই এজন নিয়মীয়া গ্ৰাহক আৰু পাঠক। মোৰ বেছিভাগ নিবন্ধ, গল্প আদি 'তিনিদিনীয়া অগ্ৰদূত'তে প্ৰকাশ পাইছিল যিবিলাক এতিয়া গ্ৰন্থ আকাৰতো প্ৰকাশ পাইছে। সত্তৰ দশকৰ মধ্যভাগত চিনাকি হ'বলৈ মন কৰা কনকসেন ডেকাক একবিংশ শতিকাৰ আৰম্ভণিত জজ ফিল্ডৰ গ্ৰন্থমেলাত মোৰ গল্প সংকলনৰ উন্মোচক হিচাপে পোৱাটো মোৰ বাবে গৌৰৱৰ লগতে স্মৰণীয়ও। এসময়ত চাইকেল চলাই বাতৰি কাগজ উলিওৱা মানুহগৰাকীৰ আৰু ওচৰ সান্নিধ্য লাভ কৰিছিলোঁ যোৱা ১৯/১২/২০০২ তাৰিখে। সেইদিনাখন অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰ তথা সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানৰ লগতে লাগি থকা দিছপুৰৰ বাসভৱনত পুৱা ৯টা বজাত উপস্থিত হৈছিলোঁগৈ। যাৰ মাতৃভাষা অসমীয়া নহয় অথচ অসমীয়া ভাষা-সাহিত্যলৈ অৰিহণা গোগাইছে তেনে অসমীয়া ভাষা-সাহিত্যসেৱীক অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানে চৈয়দ আব্দুল মালিক বঁটা দিব বুলি ঘোষণা কৰি মোক প্ৰথমবাৰৰ বাবে এই বঁটাৰ বাবে নিৰ্বাচন কৰে। এখন স্মাৰক আৰু নগদ দহ হেজাৰ টকাৰ এই বঁটা কথা-সাহিত্যিক চৈয়দ আব্দুল মালিক দ্বিতীয় মৃত্যু বাৰ্ষিকী উদযাপন সমিতিয়ে আহ্বান কৰা স্মৃতিচাৰণ সভাত যোৰহাট থিয়েটাৰ হলত

প্ৰদান কৰাৰ সিদ্ধান্ত লৈ যোৰহাটলৈ একেলগে যাবৰ বাবে লগ ধৰাত মই কনকসেন ডেকাৰ ঘৰ ওলাইছিলোঁগৈ। মই মিচিং মাতৃভাষী হৈ অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰা বাবে অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানে মোক প্ৰথমবাৰৰ বাবে প্ৰৱৰ্তন কৰা চৈয়দ আব্দুল মালিক বঁটাৰ বাবে নিৰ্বাচন কৰিছিল। অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানৰ স্বত্বাধিকাৰ তথা সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ এই বাস্তৱমুখী মহান উদ্দেশ্যৰ কথা দকৈ ভাবি নোচোৱাকৈ মই অসমীয়া নহও নেকি বুলি ইতিমধ্যে বাতৰি কাগজত বিতৰ্কৰ সৃষ্টি হৈছিল। যাহওক এই দিশটো পিছলৈ থৈ যোৰহাটলৈ একেলগে যাবৰ বাবে কনকসেন ডেকাৰ ঘৰত উপস্থিত হোৱাৰ অভিজ্ঞতাৰ কথা লিখোঁ। সত্তৰ দশকৰ মধ্যভাগত চিনাকি হ'ব বিচৰা মোৰ ছাত্ৰ জীৱনৰ এগৰাকী আদৰ্শ পুৰুষ কনকসেন ডেকাৰ ঘৰত ১৯/১২/২০০২ তাৰিখে পুৱা ৯টা বজাত যোৱাই নহয়, ড্ৰয়িং ৰুমত পুৱাৰ জলপান খোৱাৰ সুযোগ পালোঁ। কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকৰ দ্বিতীয় মৃত্যু বাৰ্ষিকী উদযাপন সমিতিৰ লগত জড়িত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ড° দেৱ প্ৰসাদ বৰুৱা, তেখেতৰ পো-বোৱাৰী, সু সাহিত্যিক পদ্ম বৰকটকী, প্ৰতিষ্ঠিত গল্পকাৰ ৰিজু হাজৰিকা আৰু কনকসেন ডেকাৰ লগত একেলগে ডাইনিং টেবুলত বহি পুৱাৰ জলপান খালোঁ কনকসেন ডেকাৰ পৰিবাৰ আৰু বোৱাৰীয়ে দিয়া সুস্বাদু খাদ্য সম্ভাৰেৰে। পুৱাৰ জলপান খাওঁতে ড° দেৱ প্ৰসাদ বৰুৱা, পদ্ম বৰকটকী, কনকসেন ডেকা আৰু ৰিজু হাজৰিকাৰ ৰসাল কথাই তেখেতসকলৰ বয়সক যেন উপহাস কৰিছে তেনে লাগিছিল। তেনে এক অতি ঘৰুৱা পৰিৱেশত মই সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ ঘৰৰ বাহিৰে আন প্ৰতিষ্ঠিত সাহিত্যিকৰ ঘৰত পুৱাৰ জলপান খাই পোৱা নাই বাবে এইখিনি কথা উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ।

যাহওক অতি ঘৰুৱা পৰিৱেশত জ্যেষ্ঠজনৰ হাঁহিৰ খোৰাকত তৃপ্ত হৈ কনকসেন ডেকাৰ ঘৰত পুৱাৰ জলপান খাই আমি সকলোৱে একেলগে যোৰহাটলৈ বুলি পুৱা ৯-৩০ বজাত ওলালোঁ। মোৰ গাড়ীত বিশিষ্ট গল্পকাৰ ৰিজু হাজৰিকা আৰু অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানৰ এগৰাকী কৰ্মচাৰী আছিল। ড° দেৱ প্ৰসাদ বৰুৱা, তেখেতৰ পো-বোৱাৰী, পদ্ম বৰকটকী আৰু কনকসেন ডেকা অগ্ৰদূত প্ৰকাশন ·প্ৰতিষ্ঠানৰ টাটা ছাফাৰি গাড়ীখনত আছিল। টাটা ছাফাৰি অত্যাধুনিক গাড়ীখনত কনকসেন ডেকা উঠোতে মোৰ কাল্পনিক মনটোৱে 'তিনিদিনীয়া অগ্ৰদূত'ৰ জন্ম লগ্নত চাইকেল মাৰি ফুৰা কনকসেন ডেকাৰ ছবি এখন বিচাৰি হাবাথুৰি খাইছিল। নতুন পুৰুষক বাস্তৱমুখী হ'বলৈ আহ্বান জনোৱা

কৰ্ম সংস্কৃতিৰ যোগেদি স্বনিয়োজিত হৈ আত্মপ্ৰতিষ্ঠা লাভ কৰাৰ উদাহৰণ কনকসেন ডেকাতকৈ ভাল উদাহৰণ সেই ক্ষণটোত মই বিচাৰি পোৱা নাছিলোঁ। যোৰহাট অভিমুখে আমি একেলগে আহি দিনৰ ২টা বজাত কাজিৰঙাৰ ওচৰত বুঢ়া পাহাৰৰ দাঁতিত ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত থকা জি. এল. ৰিৰ্চটছত দুপৰীয়াৰ ভাত অসমীয়া জুতিৰে খালোঁ। সমগ্ৰ অসমৰ ৰাষ্ট্ৰীয় ঘাইপথৰ কাষৰ হোটেল বা ধাবা হিচাপে জি. এল. ৰিৰ্চটছৰ হোটেলখনকে আটাইতকৈ ভাল বুলিব পাৰি যাৰ স্বত্বাধিকাৰ জি. এল. আগৰৱালা অসমীয়া বাতৰি কাগজ তথা আলোচনীৰ ক্ষেত্ৰত আন এগৰাকী আত্ম প্ৰতিষ্ঠিত ব্যক্তি। আমি সকলোৱেই তেওঁৰ অসমীয়া জুতিৰে ভাত খোৱাৰ ব্যৱস্থা ৰখা সুন্দৰ ধাবাৰ প্ৰশংসা কৰিলোঁ। অসম আৰু অসমীয়াৰ বাবে উদাহৰণস্বৰূপ হৈ অসমত বসবাস কৰা ব্যক্তি মাত্ৰেই অসমীয়া আৰু তেনে ব্যক্তিক প্ৰশংসা কৰাত আমাৰ মাজত বিশেষভাৱে কনকসেন ডেকাই উদ্যোগ লোৱা যেন লাগিল যিটোৱে তেখেতৰ অজ্ঞাতেই তেখেতৰ বহল মনৰ পৰিচয় দিলে। আবেলি ৪টা মান বজাত আমি যোৰহাট আৱৰ্ত ভৱনত ভৰি দিয়া মাত্ৰকে অগ্ৰদূত প্ৰকাশন প্ৰতিষ্ঠানৰ লগত আৰু কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকৰ দ্বিতীয় মৃত্যু বাৰ্ষিকী উদযাপন সমিতিৰ লগত জড়িত ব্যক্তি আহি আমাক, বিশেষকৈ কনকসেন ডেকাৰ খা-খবৰ কৰিলেহি। জিলা প্ৰশাসনৰ ফালৰ পৰা উপায়ুক্ত ৰবি কোটা আৰু আৰক্ষী অধীক্ষক পি চি শালৈয়ে আমাক দেখা কৰি পিছদিনাখন কথা সাহিত্যিক চৈয়দ আব্দুল মালিক স্মৃতিচাৰণ সভাত যোগদান কৰাটো নিশ্চিত কৰি গ'ল। তিতাবৰত পতা গ্ৰন্থমেলাত আগতীয়া বন্দবস্তিৰে প্ৰেছ মীটত কনকসেন ডেকা যাবলৈ ওলোৱাত ড° দেৱ প্ৰসাদ বৰুৱা, ৰিজু হাজৰিকাৰ লগত ময়ো ওলালোঁ। দিনটো দীঘলীয়া যাত্ৰা কৰা বাবে গা বেয়া লাগি আছে বুলি পদ্ম বৰকটকীয়ে আৱৰ্ত ভৱনতে বিশ্ৰাম লোৱাৰ সিদ্ধান্ত ল'লে। তিতাবৰৰ গ্ৰন্থমেলাত পতা প্ৰেছ মীটত স্থানীয় সাংবাদিক তথা ৰাইজে কনকসেন ডেকাক বিভিন্ন ধৰণৰ প্ৰশ্ন কৰা লক্ষ্য কৰিলোঁ। তেনে প্ৰশ্নৰ উত্তৰসমূহ যথোচিতভাৱে বৰ্তমান অসমৰ পৰিস্থিতিৰ লগত খাপ খুৱাই কনকসেন ডেকাই উত্তৰ দিয়া মই লক্ষ্য কৰিছিলোঁ। ড° দেৱ প্ৰসাদ বৰুৱা আৰু ৰিজু হাজৰিকায়ো সমবেত ৰাইজক উদ্দেশ্যি দুআষাৰ ক'লে। তিতাবৰৰ পৰা নিশা ৯টা মান বজাত যোৰহাট আৱৰ্ত ভৱনলৈ ঘূৰি আহি আমি আটায়ে একেলগে নিশাৰ সাজ ভাত খাই ৰাতিটোলৈ বুলি বিশ্ৰাম ল'লোঁ। পিছদিনা অৰ্থাৎ ২০/১২/২০০২ তাৰিখে পুৱা ৭টা বজাত গুৱাহাটীৰ পৰা একেলগে অহা আমি আটায়ে আৰক্ষী অধীক্ষক পি চি শইকীয়াৰ আমন্ত্ৰণ ক্ৰমে যোৰহাট আৱৰ্ত ভৱনৰ সন্মুখত থকা তেওঁৰ চৰকাৰী

বাসভৱনত পুনৰ জলপান গ্রহণ কৰিলোঁ। পুনৰ জলপান গ্রহণ কৰিয়েই যোৰহাট থিয়েটাৰ হললৈ আহিলোঁ। কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকৰ দ্বিতীয় মৃত্যু বার্ষিকী স্মৃতিচাৰণ সভাত যোগদান কৰিবলৈ। এই স্মৃতিচাৰণ সভাতে মোক চৈয়দ আব্দুল মালিক অগ্রদূত বঁটা প্রদান কৰাৰ কথা। ইতিমধ্যে কিন্‌কিনীয়া বৰষুণ দিবলৈ আৰম্ভ কৰিছিল। সভা আৰম্ভ হোৱা মানে ডাঙৰ বৰষুণেই আছিল। তৎসত্ত্বেও যোৰহাট থিয়েটাৰ হলত যথেষ্ট সংখ্যক যোৰহাটবাসী ৰাইজৰ সমাগম হৈছিল। ড° দেৱ প্রসাদ বৰুৱা, কনকসেন ডেকাৰ পৰা মই চৈয়দ আব্দুল মালিক অগ্রদূত বঁটা গ্রহণ কৰি পদ্ম বৰকটকীৰ পৰা টকা দহ হেজাৰৰ চেক লৈ পুনৰ ঘূৰাই দিলোঁ আত্মপ্রতিষ্ঠাৰ বাবে সংগ্রাম কৰি থকা আর্থিকভাৱে দুর্বল অসমীয়া ভাষা-সাহিত্য চর্চা কৰা ব্যক্তিলৈ এনে অনুদান দিলেহে বেছি কামত আহিব বুলি কৈ। এই বঁটা যাৰ মাতৃভাষা অসমীয়া নহয় অথচ অসমীয়া ভাষা-সাহিত্যলৈ অৱদান আগবঢ়োৱা ব্যক্তিক দিয়া হ'ব বুলি ঘোষণা হওতে বিতর্কৰ সৃষ্টি হোৱা কথা লৈ বিশিষ্ট লেখক অৰুণ গোস্বামীয়ে সাৰগর্ভ ভাষণ দিছিল। সভা শেষ হোৱাৰ লগে লগে গুৱাহাটীৰ পৰা একেলগে যোৱা আমি আটায়ে গুৱাহাটীলৈ ঘূৰি আহিছিলোঁ।

অগ্রদূত প্রকাশন প্রতিষ্ঠানৰ স্বত্বাধিকাৰ তথা বিশিষ্ট সাংবাদিক-সাহিত্যিক কনকসেন ডেকা তথা কথা-সাহিত্যিক চৈয়দ আব্দুল মালিকৰ দ্বিতীয় মৃত্যু বার্ষিকী উদযাপন সমিতিয়ে চৈয়দ আব্দুল মালিক অগ্রদূত বঁটা মোক প্রদান কৰি যি মহানুভৱতা প্রকাশ কৰিছিল বা অনা-অসমীয়া মাতৃভাষীয়ে অসমীয়া ভাষা-সাহিত্য চর্চা কৰাত যি উদগনিৰ কথা বিবেচনা কৰিছিল, এই কথা বহুতে উপলব্ধি কৰিব নোৱাৰি অনাহকত মোক লৈ বিতর্কৰ সৃষ্টি কৰিছিল। এই লৈ জ্যেষ্ঠ সাংবাদিক-সাহিত্যিক কনকসেন ডেকাক চিন্তিত হোৱাও লক্ষ্য কৰিছিলোঁ এই বঁটা গ্রহণৰ বাবে মই তেখেতৰ লগত যোৰহাটলৈ যোৱাৰ আগতে। অসমীয়া কোন? এই দিশটোলৈ লক্ষ্য ৰাখি অসমৰ বিভিন্ন পিছপৰা জনগোষ্ঠীয়ে অসমীয়া ভাষা-সংস্কৃতি গ্রহণ কৰি লাহে লাহে অসমীয়া হ'ব ধৰা প্রক্রিয়াৰ ওপৰতে মই মোৰ পি এইচ ডি ডিগ্রীৰ বাবে সত্তৰ দশকত মিচিং জনজাতিক আধাৰ হিচাপে লৈ গৱেষণা কৰিছিলোঁ। সেই অর্থত মই মিচিং মাতৃভাষী অসমীয়া। মোৰ এই ধাৰণাটো সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ প্রতিটো লেখাতে স্পষ্টভাৱে প্রতিফলিত হোৱা দেখা যায়। মোৰ মাতৃভাষা মিচিং, মিচিং ভাষা আজিকালি চৰকাৰীভাৱে স্বীকৃত, অথচ মই অসমীয়া ভাষাত সাহিত্য চর্চা কৰোঁ। চৈয়দ আব্দুল মালিক অগ্রদূত বঁটা প্রদানেৰে কনকসেন ডেকাই মোক পৰোক্ষভাৱে

অসমৰ অসমীয়া হিচাপে পৰিচয় দিয়াত উদগনিহে যোগালে যিটো অলপ আগতে উল্লেখ কৰি অহা তেখেতৰ মহানুভৱতাৰ পৰিচায়ক। এক কথাত 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক' বোলা কনকসেন ডেকাৰ যুক্তিৰ আধাৰতে ময়ো কওঁ যে অসমত বসবাস কৰা প্ৰতিটো জনগোষ্ঠীৰে নিজস্ব মাতৃভাষা আছে, এই সকলো জনগোষ্ঠীৰে উমৈহতীয়া ভাষা হ'ল অসমীয়া আৰু অসমত বসবাস কৰা এই উমৈহতীয়া অসমীয়া ভাষা কোৱা জনগোষ্ঠীৰ সমষ্টিয়েই হ'ল অসমীয়া জাতি। এই বিবেচনাৰেই মই হ'লোঁ মিচিং মাতৃভাষী অসমীয়া। মই মিচিং জনগোষ্ঠীৰ বুলি যিমান গৌৰববোধ কৰোঁ অসমীয়া বুলি পৰিচয় দিও সিমানেই গৌৰব অনুভৱ কৰোঁ। আৰু মোৰ ছাত্ৰাবস্থাৰ বিষয়বস্তু সংস্কৃতিধাৰণ প্ৰক্ৰিয়াৰ ফলত মোৰ সন্তানকেইটা মিচিং যদিও অসমীয়া মাতৃভাষী মিচিং অসমীয়া হৈ থাকিল। এই যুক্তি বা প্ৰক্ৰিয়াৰ প্ৰতি অধ্যয়ন আৰু অভিজ্ঞতাৰে পুষ্ট কনকসেন ডেকা অতি সচেতন। সেয়ে তেখেতে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক বুলি নতুন প্ৰজন্মক আহ্বান জনাওতে অসমৰ সংখ্যালঘু অসমীয়া মাতৃভাষী অসমীয়া বৰ্ণ হিন্দু নতুবা প্ৰয়োজনবোধে অসম সাহিত্য সভাৰো কিছুমান পদক্ষেপক ক্ষুৰধাৰ সমালোচনা কৰাত কৃপণালি কৰা নাই। গভীৰ অধ্যয়ন, অভিজ্ঞতা আৰু আত্মবিশ্বাস অবিহনে সংখ্যালঘু অসমীয়া মাতৃভাষী অসমীয়া বৰ্ণহিন্দু মধ্যবিত্ত শ্ৰেণীটোক জোকাই ল'বলৈ সাহস কৰাটো ইমান সহজ কথা নহয়। আৰু একমাত্ৰ এইটো কাৰণতে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত, অসমীয়া ভাষা-সংস্কৃতিৰ বৰ্তমানৰ পৰিবৰ্তন আৰু বিকাশৰ ইতিহাসত সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ নাম স্মৰণীয় হৈ ৰ'ব। এই কথা আনে স্বীকাৰ নকৰিলেও আমি কৰোঁ, যাৰ গাত গাঁৱৰ বোকা-পানীৰ গোন্ধ এতিয়াও লাগি আছে, যিয়ে একমাত্ৰ নিজস্ব একক প্ৰচেষ্টাৰে জীৱনত প্ৰতিষ্ঠা লাভ কৰিছে। আৰু এই 'আমি' আৰু 'আমাৰ' মাজৰে এজন হ'ল কনকসেন ডেকা। সেয়ে সাংবাদিক-সাহিত্যিক কনকসেন ডেকাৰ সংগ্ৰামী জীৱন আৰু সাধনা আমাৰ বাবে চিৰ নমস্য হৈ ৰ'ব। ○

# জীৱন-সংগ্ৰামী কনকসেন ডেকা

ড° ৰেণু দেৱী

সকলো ব্যক্তিৰে জীৱনধাৰা একোটা আদৰ্শ বা লক্ষ্যই পৰিচালিত কৰিলেও পৰিৱেশ আৰু বয়সেও জীৱনধাৰাৰ গতি নিৰ্ধাৰণ কৰে। এনে পৰিৱেশ সামাজিক, ৰাজনৈতিক বা অৰ্থনৈতিকো হ'ব পাৰে। বহুত সময়ত একোজন আদৰ্শ পুৰুষ বুলি ভবা মানুহৰ আদৰ্শই শিক্ষাৰ্থীৰো জীৱনত যথেষ্ট প্ৰভাৱ পেলোৱাৰ কাৰণে তেওঁলোকে সেই আদৰ্শ পুৰুষৰ জীৱন গতিকে অনুসৰণ কৰে। যৌৱনৰ দুৱাৰডলিত থিয় হৈ যুৱক-যুৱতীয়ে সুন্দৰৰ, সত্যৰ আৰু অলেখ কল্পনা কৰি স্থবিৰ সমাজৰ পংকিলতা গুচাই নতুন সুন্দৰ সমাজ গঢ়াৰ সপোন দেখে। কিছুমানে টকা ঘটি নিজকে প্ৰাচুৰ্যৰ শীৰ্ষস্থানলৈ নিয়াৰ কল্পনা কৰে, কিছুমানে ত্যাগৰ মাজেৰে একোটা আদৰ্শৰ কাৰণে জীৱন দান দিবলৈ সংকোচ নকৰে আৰু কিছুমানে জীৱনৰ সীমাবদ্ধ পৰিধিৰ মাজত নিজৰ নাম থৈ যাবলৈ সৃজনীমূলক কামৰ সহায় লয়। কুৰি শতিকাৰ প্ৰথম পাঁচ দশকত ভাৰতক স্বাধীন কৰাৰ অহিংস অসহযোগ আন্দোলনৰ আদৰ্শই বহুতো ডেকা ল'ৰাক উদ্বুদ্ধ কৰি এনে আন্দোলনত যোগদান কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। কিন্তু তিনি আৰু চাৰি দশকত কিছুমান মেধাৱী শিক্ষিত আৰু আদৰ্শবাদী যুৱকে অহিংসা নীতিৰ মাজেৰে দেশ স্বাধীন কৰাৰ সম্ভাৱনা নুই কৰি সশস্ত্ৰ বিপ্লৱৰ কথা চিন্তা কৰিছিল। দ্বিতীয় মহাযুদ্ধ (১৯৩৯-১৯৪৫) চলাৰ সময়তে এই ডেকাসকলৰ মনত যুদ্ধ-বিৰোধী ধ্বনি তুলি সাম্ৰাজ্যবাদক মষিমূৰ কৰাৰ মনোভাবে ডেকা চিন্তাবিদসকলৰ মাজত প্ৰাধান্য লাভ কৰিছিল। বহুতো শিক্ষিত উগ্ৰমতবাদী ডেকা ল'ৰাই কংগ্ৰেছৰ পৰা ওলাই আহি সৃষ্টি কৰিছিল ছ'চিয়েলিষ্ট পাৰ্টি, কমিউনিষ্ট পাৰ্টি আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টি। অসমতো কমিউনিষ্ট পাৰ্টিৰ বাহিৰেও বিপ্লৱী কমিউনিষ্ট পাৰ্টি সক্ৰিয় হৈ পৰিছিল

খগেন বৰবৰা, তৰুণসেন ডেকা, হৰিদাস ডেকা, কামিনী শৰ্মা, কেদাৰনাথ গোস্বামী, হৰেন কলিতা, বানেশ্বৰ শইকীয়া, চামচুল হুদা আদি নেতাসকলৰ কাৰণে। অৰবিন্দ ঘোষ, উপেন শৰ্মা, উমা শৰ্মা, শৈলেন মেধি, গোপাল দাস, কমলা মজুমদাৰ, সৰোজ সেন আদি কৰি বহুতো যুৱক-যুৱতীয়ে শিক্ষা আৰু বৃত্তি এৰি সশস্ত্ৰ বিপ্লৱত যোগদান কৰিছিল। আজন্ম বিপ্লৱী বিষ্ণু ৰাভাই এই পাৰ্টিত ১৯৪৫ চনত যোগদান কৰি গাঁৱৰ সংগঠনত উঠিপৰি লাগিছিল। কংগ্ৰেছৰ নীতিক বিৰোধিতা কৰা এই দুটা পাৰ্টি অধিক সক্ৰিয় হৈ উঠাৰ লগে লগে কংগ্ৰেছ চৰকাৰে ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছত ৰাষ্ট্ৰ-বিৰোধী কাম কৰাৰ অজুহাত দেখুৱাই দুয়োটা পাৰ্টিকে নিষিদ্ধ কৰিছিল ফলত পাৰ্টিৰ সদস্যসকলে চহৰ-গাঁৱৰ মাজত আত্মগোপন কৰি মানুহক বিশেষকৈ কৃষকসকলৰ সংগঠনৰ বাবে মনে মনে কাম কৰিছিল। সেই সময়ত এনে দললৈ অতি দৃঢ়মনা, দুঃসাহসী, নিষ্ঠাৱান আৰু সংগঠনত দক্ষতা থকা মেধাৱী ব্যক্তিকহে স্থান দিয়া হৈছিল। নেতাসকলে ডেকা সদস্যসকলক প্ৰশিক্ষণ দি সংগঠনৰ সক্ৰিয় কৰ্মী কৰি গঢ়ি তুলিছিল। তেনে বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সমৰ্থক আছিল কনকসেন ডেকা। স্কুল আৰু পিছত কলেজৰ ছাত্ৰ হৈও পাৰ্টিৰ সংগঠনৰ কাৰণে মনে মনে কাম কৰিলেও পুলিচৰ চকুত ধূলি মাৰিব পৰা নাছিল। ফলত ১৯৪৯ৰ পৰা ১৯৫২ চনলৈ পাৰ্টিৰ মানুহক গোপনে সহায় কৰাৰ কাৰণে দুবাৰো জেল খাবলগীয়া হৈছিল।

আত্মগোপন কালত হয়তো চৰকাৰৰ পৰা তীব্ৰ বাধা পোৱা কাৰণেই কমৰেডসকলৰ মাজত মিত্ৰতা, সাংগঠনিক দক্ষতা, বৈপ্লৱিক বিষয়ৰ চিন্তা-চৰ্চা, কামৰ তৎপৰতা আৰু নিষ্ঠা অতি প্ৰবল আছিল আৰু তেনে গুণসমূহ কৰ্মীসকলেও আয়ত্ত কৰিছিল। নেতাসকলক ধৰিব পাৰিলে চৰকাৰে পাঁচ হেজাৰৰ পৰা দহ হেজাৰ টকা দিব বুলি ঘোষণা কৰিলেও বিভিন্ন ধৰণৰ ডেকান পিন্ধি নেতাসকল মানুহৰ মাজতে ঘূৰা-ফুৰা কৰি সাংগঠনিক কাম কৰিছিল। অসমৰ বিভিন্ন ঠাইৰ লগত যোগাযোগ ৰাখিছিল স্কুল-কলেজত পঢ়ি থকা ডেকা কমৰেডসকলৰ দ্বাৰা। ১৯৫২ চনত সাধাৰণ নিৰ্বাচন ঘোষণা কৰাৰ লগে লগে পাৰ্টিবোৰৰ ওপৰতো নিষেধাজ্ঞা উঠাই লোৱাৰ কাৰণে পুনৰ এই দুই পাৰ্টিৰ নেতা আৰু কৰ্মীসকলে বাহিৰলৈ ওলাই আহি নিৰ্বাচনত নিজৰ প্ৰাৰ্থী থিয় কৰাইছিল। বহুতো মানুহে এওঁলোকক 'ডকাইত', 'বিপ্লৱী গুণ্ডা' আদি বিশেষণেৰে বিভূষিত কৰিলেও কমিউনিষ্ট পাৰ্টিৰ পৰা গৌৰীশঙ্কৰ ভট্টাচাৰ্য আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ পৰা খগেন বৰবৰাক ৰাইজেই বিজয়ী কৰিছিল। এওঁলোকে অসম বিধানসভাত চৰকাৰৰ বিৰুদ্ধে বিভিন্ন সমস্যাসমূহ সমাধান নোহোৱাৰ কাৰণে তীব্ৰ সমালোচনা কৰি বিধানসভা কঁপাই তুলিছিল। তেওঁলোকৰ জ্ঞানপুষ্ট তৰ্ক আৰু অখণ্ডনীয় যুক্তিপূৰ্ণ কথাৰে তৰ্কত অৱতীৰ্ণ হ'লে চৰকাৰৰ পক্ষৰ লোক

শ'লঠেকুত পৰা দেখা গৈছিল।

সেই সময়ত নেতাসকলে কৰ্মী আৰু সমৰ্থকসকলক প্ৰশিক্ষণৰ যোগেৰে কমিউনিষ্ট আদৰ্শৰ প্ৰতি কাম কৰাৰ দৃঢ় মনোবল বঢ়োৱাৰ উপৰি নিৰ্ভীক মনোভাৱ আৰু চৰকাৰৰ প্ৰতি এক বিদ্বেষৰ মনোভাৱ জাগৰিত কৰিছিল। এনেবোৰ কাৰণতেই হয়তো ছাত্ৰ কনকসেন ডেকাই ৰাজনীতি বিজ্ঞানত স্নাতকোত্তৰ ডিগ্ৰী পোৱাৰ পিছতো চৰকাৰী চাকৰি নকৰি শিক্ষকতাৰে জীৱন আৰম্ভ কৰিছিল। কিন্তু স্বাধীনচিতীয়া কনকসেনে তাতে সন্তুষ্ট নাথাকি বাতৰি কাকত প্ৰকাশত হাত দিছিল। ১৯৭১ চনত সৰু প্ৰেছ্ এটা স্থাপন কৰি স্বাধীন ব্যৱসায়ৰ পাতনি মেলিছিল। তেওঁৰ লিখনিৰ মাজেৰেই প্ৰকাশ পাইছিল যে উনবিংশ শতিকাৰ আনন্দৰাম ঢেকিয়াল ফুকন, মণিৰাম দেৱান, ভোলা বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ বৰুৱা, চন্দ্ৰ কুমাৰ আগৰৱালাহঁত বহিৰ্জগতৰ দ্বাৰা প্ৰভাৱিত হৈ অসমৰ সাহিত্য-সংস্কৃতি, ব্যৱসায়-বাণিজ্যত যি অৱদান আগবঢ়াইছিল সেইবোৰে তেওঁক স্বাধীন ব্যৱসায় বাছি লোৱাত অনুপ্ৰেৰণা যোগাইছিল। তেওঁলোক মানসিকভাৱে গোলামি স্বভাৱৰ পৰা মুক্ত হৈ যি আত্মবিশ্বাসেৰে নিজৰ মগজুক ব্যৱহাৰ কৰি নিজস্ব দিশত আগবাঢ়িবলৈ চলোৱা চেষ্টা তেওঁৰ যেন আদৰ্শ হৈ পৰিছিল। সামান্য অৰ্থৰে সৰু প্ৰেছ এটা চলাই সাপ্তাহিক বাতৰি কাকত এখন উলিওৱাটো সাধাৰণ কথা নাছিল। তেওঁৰ পত্নী শ্ৰীমতী ভানুসেন ডেকাইও এনে কষ্টকৰ সংগ্ৰামী জীৱনৰ অংশীদাৰ হৈ প্ৰয়োজন হ'লে মেচিন চলাই স্বামীক উৎসাহ যোগাইছিল। মঙলদৈ আৰু মালিগাঁৱত চাইকেল চলাই প্ৰেছৰ কামত ঘূৰি-ফুৰা এসময়ৰ বিপ্লৱী কৰ্মীজনক বিশ্ববিদ্যালয়লৈ যাওঁতে প্ৰায়ে দেখোঁতে মনত তেওঁৰ চেষ্টাৰ সাফল্যত শংকাৰভাৱ উদিত হৈছিল। কাৰণ আমি দুয়োজনে বিশ্ববিদ্যালয়ত কাম কৰিলেও এওঁ পাৰ্টিলৈ দিয়া দান আৰু আন দান-দক্ষিণা দি ভাৰা ঘৰত কোনোমতেহে চলিছিলোঁ কাৰণ শিক্ষকৰ দৰমহা তেনেই কম আছিল। আমি আটাইবোৰ সম-সাময়িক হোৱাৰ কাৰণে সেই সময়ৰ সংগ্ৰামী বিপ্লৱীসকলৰ জীৱনসংগ্ৰামৰ বিষয়ে সহজে জানিবলৈ পাৰিছিলোঁ। কিন্তু নিজৰ অহোপুৰুষাৰ্থৰ কাৰণেই মালিগাঁৱৰ সৰু ঘৰটোৰ পৰা প্ৰকাশ পোৱা সাদিনীয়া অগ্ৰদূতে নতুন ৰূপ পাইছিল দিছপুৰত। নিজে মাটি কিনি ঘৰ কৰি বাতৰি কাকতৰ প্ৰতিষ্ঠান ডাঙৰ কৰি পেলাইছিল। আত্মবিশ্বাস, অহৰহ চেষ্টা আৰু কষ্টসহিষ্ণুতাৰ যেন ফল পাইছিল। ১৯৯৫ চনত দৈনিক অগ্ৰদূত, শ্ৰীময়ী, চিচিংফাঁক আৰু প্ৰকাশন খুলি নিজকে স্বাধীনচেতীয়া বাতৰি কাকতৰ সফল প্ৰতিষ্ঠাপক হিচাপে প্ৰমাণ কৰিছে। ইয়াৰ বাবে কৰা অমানুষিক কষ্ট কৰিব পৰা ক্ষমতা, ধৈৰ্য আৰু বিচক্ষণতাৰ যে প্ৰয়োজন তাক প্ৰমাণ কৰিছে।

কনকসেন ডেকাৰ লগত চিনাকি থাকিলেও পৰিয়ালৰ লগত ঘনিষ্ঠ বন্ধুত্ব হৈছিল প্ৰায় ১৯৮৩ চনৰ পৰা। মই বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ সাংস্কৃতিক বিনিময় আঁচনিত সেই সময়ৰ জাৰ্মান ডেমক্ৰেটিক ৰিপাব্লিকৰ বিভিন্ন ঠাইলৈ গৈ সেই ঠাইবোৰৰ পৌৰাণিক প্ৰাসাদঘৰ বিভিন্ন ঠাইবোৰৰ সংৰক্ষিত কৰি থোৱা সম্পত্তিবোৰ চাই অভিভূত হৈছিলোঁ। প্ৰত্যেকদিনে ডায়েৰীত লিখা কথাবোৰ এটি ভ্ৰমণ কাহিনী হিচাপে সাদিনীয়া অগ্ৰদূতলৈ পঠিয়াওতে শ্ৰীযুত ডেকাই ফোনেৰে মোক ধাৰাবাহিকভাৱে লিখিবলৈ কৈছিল। তেখেতে মোৰ লিখাটো প্ৰশংসা কৰা দেখি মই উৎসাহিত হৈ ধাৰাবাহিকভাৱে লিখিবলৈ আৰম্ভ কৰিলেও বিশ্ববিদ্যালয়ৰ বিদ্যায়তনিক কামত ব্যস্ত হোৱাৰ কাৰণে লিখাত যতি পৰিছিল। কিন্তু অৱসৰ গ্ৰহণৰ পিছত সৰ্বসাধাৰণ পাঠকৰ উপযোগী কৰি 'দৈনিক অগ্ৰদূত'ত আৰম্ভ কৰিছিলোঁ 'ব্যক্তিগত ডক-মুকনি।' এই লিখাৰ যেন শেষ নোহোৱা হ'ল। 'প্ৰবাহিত ভাৱনা' নাম দি সাময়িক বিভিন্ন সমস্যা সাধাৰণ পাঠকে বুজি পোৱাকৈ লিখাৰ আজি প্ৰায় চাৰি বছৰে হ'ল। কেতিয়াবা লিখিবলৈ এৰিম বুলি ভাবিলেও তেখেতৰ অনুৰোধতে পুনৰ কলম তুলি লৈছোঁ। তেখেতে নোকোৱা হ'লে মোৰ কাপৰ পৰা হয়তো ইমানখিনি লিখা নোলালহেঁতেন। মই সদায় প্ৰবন্ধবোৰ অধিক তথ্যমূলক, গভীৰ ভাবৰ নকৰি অধিক মানুহে বুজি পাবলৈ লিখাৰ কাৰণে মানুহে সমাদৰ হয়তো কৰিছিল।

মই শুনিছিলোঁ যে নবীন লেখক-লেখিকাক বাতৰি কাকত বা আলোচনীত তেওঁলোকৰ লিখনি প্ৰকাশ কৰি উৎসাহ দিয়াটো কনকসেনৰ স্বভাৱজাত গুণ আছিল। হয়তো নিজে লেখক হৈ আন লিখকৰ ব্যৰ্থতাৰ মনোবেদনা উপলব্ধি কৰিছিল। আজিৰ অমায়িক, মাৰ্জিত আচৰণৰ আৰু ভদ্ৰ ব্যৱহাৰৰ এই ক্ষীণকায় ব্যক্তিজন যে এসময়ত সশস্ত্ৰ বিপ্লৱী দলৰ সমৰ্থক আছিল তাক বুজিব নোৱাৰি। বয়স আৰু জ্ঞানৰ পৰিপক্কতাৰ লগতে বাস্তৱান্বিত কৰিব পৰা যুক্তিৰে নতুন সমাজ গঢ়াৰ প্ৰস্তাৱসমূহ তেখেতে লিখা কিতাপসমূহৰ মাজতে পোৱা যায়। 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক', 'আমাৰ যুৱসমাজ বিশ্ববিজয় কৰিবলৈ ওলাই আহক', 'দুশবছৰীয়া হীনমন্যতাৰ অৱসান হওক', 'আলফাৰ স্বাধীন অসম' আদি কিতাপকেইখনত সমাজৰ সমস্যা সমাধানৰ গধুৰ যুক্তি, ভাৱাবেগৰ সলনি বাস্তৱৰ সন্মুখীন হ'ব পৰা মানসিকতা প্ৰকাশ পাইছে। উপন্যাস, গল্প, নাটক, ভ্ৰমণ কাহিনীত হাত দিয়া কনকসেনৰ সম্পাদিত পুথিকেইখন যেনে 'এশখন মহৎ গ্ৰন্থ', 'এশগৰাকী মহান ব্যক্তি' আৰু 'একবিংশ শতিকাৰ অসম'খনো পঢ়ুৱৈ সমাজত সমাদৃত হৈছে। আজীৱন জীৱন সংগ্ৰামী আৰু কেইবাখনো বাতৰি কাকত প্ৰকাশ কৰি সংবাদ জগতত নিজকে প্ৰতিষ্ঠা কৰা বিশিষ্ট সংবাদ-পত্ৰ প্ৰতিষ্ঠাপক শ্ৰীযুত কনকসেন ডেকাৰ জন্ম দিনত আমাৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ। ○

# কনকসেন ডেকা
# এক অসাধাৰণ ব্যক্তিত্ব

**ৰিজু হাজৰিকা**

কনকসেন ডেকা এজন উদ্যোগী পুৰুষ। তেওঁ নিষ্ঠাবান, সহানুভূতিশীল, সদালাপী, সৎ সাহসী, পৰিশ্ৰমী, ব্যক্তিত্বৰ অধিকাৰী, মানব দৰদী। যিয়ে এবাৰ তেওঁৰ সঙ্গলৈ আহিছে তেওঁ আৰু সঙ্গ এৰি দিয়া কঠিন।

ডেকা এজন প্ৰখ্যাত সাংবাদিক। এজন আগশাৰীৰ সম্পাদক। আদিতে জীৱিকা আছিল শিক্ষকতা। মনৰ দুৰ্বাৰ ইচ্ছাত হয়তো সাংবাদিকতাকে জীৱিকা হিচাপে ল'লে। অশেষ কষ্ট মূৰ পাতি লৈ প্ৰথমতে উলিয়ালে 'অগ্ৰদূত'। ভৰিৰে পেডেল মৰা এটা সাধাৰণ প্ৰেছত। একক প্ৰচেষ্টা। সহায় কৰিছিল তেওঁৰ সুযোগ্যা পত্নী ভানুশ্ৰী সেন ডেকাই। প্ৰথম 'অগ্ৰদূত' উলিয়াওতে দুয়োজনেই যিমান কষ্ট কৰিবলগীয়া হৈছিল তাক দোহৰাৰ কোনো প্ৰয়োজন নাই। তেওঁৰ যিমানবোৰ বন্ধু আছে—সকলোৱে এই কথা জানে। সেই অগ্ৰদূত আজি সৰ্বজনপ্ৰিয়, বহুল প্ৰচাৰিত, জাকতজিলিকা কাকত। ডেকাৰ এই কৃতকাৰ্যতাৰ গুৰিতে আছে অক্লান্ত পৰিশ্ৰম আৰু তেওঁৰ প্ৰজ্ঞা। চেমুৱেল স্মাইল্‌চে কোৱাৰ দৰে ঃ It is the close observation of little things which is the secret of success in every pursuit in life. ডেকাৰ প্ৰত্যেক কৰ্মতে এই কথা খাটে।

সেই অকণমান প্ৰেছটো ৰূপান্তৰ হৈ আজি এটা চকুত লগা প্ৰেছত পৰিণত হৈছে। প্ৰকাশিত হৈছে 'দৈনিক অগ্ৰদূত'—এখন জাকতজিলিকা, সু-প্ৰতিষ্ঠিত দৈনিক কাকত। এখন তিনিদিনীয়া অগ্ৰদূত সেই প্ৰেছৰ পৰা প্ৰকাশিত হৈছে—মাহেকীয়া

আলোচনী শ্ৰীময়ী, মাহেকীয়া শিশু আলোচনী অকণিৰ অগ্ৰদূত, চিচিংফাক। Action নামৰ এখন ইংৰাজী সাপ্তাহিকো ওলাইছিল—যিখন সদ্যহতে বন্ধ হৈছে। এই কাকত, আলোচনীবোৰৰ লেখ দিয়াৰ উদ্দেশ্য হ'ল—কনকসেন ডেকাৰ কেনে উদ্যম আৰু পৰম ঐকান্তিকতা তাকে ব্যক্ত কৰিবলৈ। অসমত কত বাতৰি কাকত-আলোচনীৰ মৃত্যু হ'ল লেখ দিয়া টান। কিন্তু আমি গৌৰৱ কৰিব লাগিব—ডেকাৰ প্ৰচেষ্টাত ওলোৱা কাকত-আলোচনী ক্ৰমে ক্ৰমে উজ্জ্বলতৰ হৈ আহিছে। ক্ৰমে ক্ৰমে দুয়োখন অগ্ৰদূত, শ্ৰীময়ী, অকণিৰ অগ্ৰদূত, চিচিংফাক ন ন ৰূপত আগবাঢ়ি আছে।

কনকসেন ডেকা কাকত, আলোচনীৰ এজন প্ৰকাশকেই নহয়—তেওঁ এজন প্ৰখ্যাত, লব্ধপ্ৰতিষ্ঠ সাংবাদিক। তিনিদিনীয়া 'অগ্ৰদূত' আৰু 'দৈনিক অগ্ৰদূত' কাকতৰ তেওঁ সম্পাদক। যোৱা বত্ৰিছ বছৰে যিমানবোৰ সম্পাদকীয় তেওঁ লিখিছে সেইবোৰৰ মূল্যায়ন কৰা আমাৰ এই ক্ষুদ্ৰ লেখনীত মুঠেও সম্ভৱপৰ নহয়। সম্পাদকীয়বোৰ ৰাজনৈতিক, সাহিত্য-সংস্কৃতিমূলক আৰু সামাজিক এই তিনিটা ভাগত ভাগ কৰিব পাৰি। এই তিনিওটা দিশৰে সম্পাদকীয়ত তেওঁৰ গভীৰ জ্ঞানৰ পৰিচয় পোৱা যায়। ৰাজনৈতিক দিশত ডেকা এজন গভীৰতা থকা দূৰদৃষ্টিসম্পন্ন ব্যক্তি। ভাৰতবৰ্ষ তথা অসমত ৰাজনৈতিক ঘটনাৰ অন্ত নাই। সমস্যাৰ অন্ত নাই। এই সমস্যাবোৰ ক'ৰ পৰা উদ্ভৱ হয় আৰু ইয়াৰ সমাধান কেনেকৈ কৰিব পাৰি তাৰ নীতি-নিৰ্দেশনা তেওঁৰ অসংখ্য সম্পাদকীয়ত যুক্তিসহকাৰে দাঙি ধৰিছে। গণতন্ত্ৰৰ যেতিয়া বিপৰ্যয় ঘটিবলৈ উপক্ৰম হৈছে তেতিয়াই ডেকাই কলম হাতত তুলি লৈছে তীক্ষ্ণ ধাৰে সমালোচনা কৰিছে। কিন্তু তেওঁ সত্যৰ পৰা কেতিয়াও পিছলি নাযায়। স্বামী বিবেকানন্দই কোৱাৰ দৰে ঃ সত্য কথা সদায় সাহসেৰে কবা, লাগে ই কাৰোবাক অন্যায় কৰক বা তোমাৰে অন্যায় হওক। ডেকাও তেনে ধৰণৰ সম্পাদক। সেই কাৰণেই তেওঁ শাসনাধিষ্ঠ কিম্বা বিৰোধী দলৰ আৰু উচ্চ পৰ্যায়ৰ বিষয়াবৰ্গৰ যদি কিবা ভ্ৰষ্টাচাৰ, দুৰ্নীতি, অত্যাচাৰ, অন্যায় কাৰ্য দেখিছে তাক তেওঁ সাহসেৰে লিখিছে। এনেদৰেই তেওঁ দেশৰ তথা বিশ্বৰ সমস্ত ঘটনাৰ ওপৰত সুস্পষ্ট মতামত ব্যক্ত কৰিছে। সেইদৰেই সামাজিক ঘটনাৰাজি, সমস্যাৰ ওপৰত আলোকপাত কৰি লেখা সম্পাদকীয়বোৰো অতি উচ্চ স্তৰৰ, অতি স্পষ্ট, অতি আদৰ্শমূলক।

আনহাতে সাহিত্য-সংস্কৃতিমূলক যিবোৰ সম্পাদকীয় লিখিছে—সেইবোৰ তুলনাবিহীন। তাতেই পৰিচয় পোৱা যায় ডেকাৰ জ্ঞানৰ গভীৰতা, অধ্যয়নৰ পৰিপুষ্টতা। বিশ্ব সাহিত্য, ভাৰতীয় সাহিত্য আৰু অসমীয়া সাহিত্য অধ্যয়নৰ ক্ষেত্ৰত যে তেওঁ আগ্ৰহশীল আৰু একাণপতীয়াভাৱে যে এইবোৰ তেওঁ অধ্যয়ন কৰে—সম্পাদকীয়বোৰেই তাৰ সুস্পষ্ট প্ৰমাণ দিয়ে। তদুপৰি সাহিত্য ক্ষেত্ৰত যে কিছুমান

বিসঙ্গতিপূৰ্ণ, পক্ষপাতমূলক ঘটনা ঘটি যায় তাকো ডেকাই তেওঁৰ সম্পাদকীয়বোৰত স্পষ্টভাৱে দাঙি ধৰিছে। বিশেষকৈ বিশ্ব সাহিত্য, ভাৰতীয় সাহিত্যৰ বঁটা-বাহনৰ ক্ষেত্ৰতো যে কিছুমান বিতৰ্কমূলক, বৈষম্যমূলক, পক্ষপাতমূলক বাতাবৰণ আহি পৰিছে তাকো ডেকাই দ্বিধাহীনভাৱে আঙুলিয়াই দিছে। অসম সাহিত্য সভাৰো য'ত বিসঙ্গতিপূৰ্ণ কাৰ্য দেখা পাইছে তাকো আঙুলিয়াইছে আৰু ভাল কাৰ্যবো শলাগ লৈছে।

অসমৰ কলা-সংস্কৃতিৰ ওপৰতো ডেকাৰ দৃষ্টি অতি প্ৰখৰ। অসমীয়া কলা-সংস্কৃতিৰ অৱক্ষয় ঘটাটো তেওঁ সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰিছে আৰু এই বিপৰ্যয়ৰ পৰা ৰক্ষা পাবলৈ নীতি-নিৰ্দেশনাও আগবঢ়াইছে ভালেমান সম্পাদকীয়ত। আমাৰ জাতীয় উৎসৱ বিহু,' মহাপুৰুষসকলৰ ধৰ্ম, দুৰ্গা পূজা, আৰু আন আন উৎসৱ যে কলঙ্কিত, কলুষিত হৈ পৰিছে— ইয়াৰ ওপৰতো দৃষ্টি ৰাখি সম্পাদকীয় লিখিছে। দেশৰ, ৰাজ্যৰ অৰ্থনৈতিক দুৰৱস্থা, বিশৃংখলতা আদিৰ বিষয়েও ডেকাহ ভালেমান সম্পাদকীয়ত নীতি-নিৰ্দেশনা দিছে। বিশ্বৰ, ৰাষ্ট্ৰৰ সাহিত্যিকসকলৰ জীৱন দৰ্শনৰ ওপৰত আলোকপাত কৰিও ডেকাই বহু সম্পাদকীয় লিখিছে। অসংখ্য মূল্যবান কিতাপৰ সমালোচনাও তেওঁৰ সম্পাদকীয়ত প্ৰকাশ কৰিছে। সেইবোৰ পঢ়িলে বুজা যায় তেওঁ কিমান অধ্যয়নশীল লোক। আমাৰ সমাজত মহিলাৰ স্বাধীনতা সম্পৰ্কে ডেকাই দিয়া নিৰ্দেশনাবোৰ অতি বাস্তৱ, যুক্তিপূৰ্ণ। দেশৰ দুৰ্নীতি, ভ্ৰষ্টাচাৰবোৰ মহিলাসকলেহে আগভাগ লৈ নিৰ্মূল কৰিব পৰাৰ যুক্তি কেবাটাও সম্পাদকীয়ত তেওঁ দাঙি ধৰিছে। মুঠতে কনকসেন ডেকাৰ সম্পাদকীয়বোৰ আমাৰ জাতিৰ কাৰণে মূল্যবান সম্পদ। দেশৰ, সমাজৰ হিত সাধনৰ বাটকটীয়া। এইবোৰ গ্ৰন্থ আকাৰত প্ৰকাশ কৰি উলিয়ালে ই আমাৰ সাহিত্যৰ ভঁৰাল চহকী কৰিব। ইতিমধ্যে যিখিনি কিতাপ আকাৰত প্ৰকাশ হৈছে—এইবোৰে ভূয়সী প্ৰশংসা লাভ কৰিছে। অকল প্ৰশংসা লাভ কৰাই নহয়— নতুন পুৰুষৰ ক্ষেত্ৰত এইবোৰ গ্ৰন্থ জীৱনৰ গঢ় দিয়াৰ এক অমূল্য উদাহৰণ। কেৱল গ্ৰহণ কৰিবলৈ শিকিব লাগিব।

সাহিত্যৰ ক্ষেত্ৰত কনকসেন ডেকাৰ স্থান বহুত ওপৰত। প্ৰকাৰান্তৰে তেওঁ এজন লব্ধপ্ৰতিষ্ঠ সাহিত্যিক। বিভিন্ন বিষয়ৰ ওপৰত লিখা অসংখ্য প্ৰবন্ধৰ উপৰি অসমীয়া চুটিগল্পত তেওঁৰ সম্পূৰ্ণ দখল আছে। কোৱা বাহুল্য যে ডেকাই লিখনি হাতত লওঁতে প্ৰথমে চুটিগল্প আৰম্ভ কৰিছিল। অতবোৰ গভীৰ তত্ত্বমূলক, কঠিন বিষয়বস্তুৰ প্ৰবন্ধ, সম্পাদকীয় লেখাৰ পিছতো ডেকাই কেনেকৈ গল্প লিখিব পাৰে আমি ভাবি আচৰিত হওঁ। কিয়নো আমাৰ প্ৰায়বোৰ চুটিগল্প লেখকেই লেখাৰ বিষয়বস্তু আইনকালে গতি কৰাত চুটিগল্প লিখাৰ পৰা বিৰত থকা দেখা গৈছে। কিন্তু শীলভদ্ৰ আৰু কনকসেন ডেকাই এই পৰ্যন্ত চুটিগল্প লিখি আছে। দুয়োজনেই প্ৰবীণ গল্পকাৰ।

চুটিগল্প লিখাৰ যিটো কৌশল ডেকাৰ সেইটো সম্পূৰ্ণ আয়ত্তাধীন। চুটিগল্পৰ সংজ্ঞা সম্পৰ্কে নানা লেখকৰ নানা মত। চুটিগল্পত থাকিব এটা ঘটনা, ঘটনাটোৰ মাজত চৰিত্ৰ আহি পৰিব। তাৰ পিছত আহিব ৰচনাশৈলী। কিছুমান গল্পত ঘটনাটোৰ গুৰুত্ব নাথাকে। কিন্তু চৰিত্ৰবোৰ অংকন কৰোঁতেই ঘটনা এটা আহি পৰিবই। নিজস্ব ৰচনাশৈলীয়ে সেই ঘটনা আৰু চৰিত্ৰ এনেভাৱে আগুৱাই নিব যে পাঠকে শেষতহে সেই ঘটনাটো বুজিব পাৰিব। কনকসেন ডেকাৰ আটাইবোৰ গল্পতে চুটিগল্পৰ বৈশিষ্ট্যবোৰ ফুটি উঠিছে।

কনকসেন ডেকাৰ "দৰৱ" এটা মনস্তাত্ত্বিক দিশৰ মনোৰম গল্প। গল্পটোৰ নামকৰণো যথোপযুক্ত। এহাল আদৰ্শ স্বামী-স্ত্ৰী আৰু কন্যাৰ মানসিক অন্তৰ্দ্বন্দ্বৰ এক সাৱলীল বৰ্ণনা দিয়া হৈছে গল্পটোত। মানুহে জীৱনত সকলোবোৰ পোৱাৰ পিছতো সামান্য নোপোৱাখিনিৰ বাবে যিটো খেদ কৰে তথা মানসিক অশান্তি ভোগ কৰে তাক "দৰৱ" গল্পটোত ক'তো এখুদমানো আঁৰ নলগাকৈ প্ৰতিপন্ন কৰিছে। বৰ্তমান সমাজত পঢ়া-শুনাত মন বহুৱাব নোৱৰা সন্তানক লৈ পিতৃ-মাতৃৰ কত বিৰম্বনা! "দৰৱ" গল্পটোত তাৰেই বৰ্ণনা। জীয়েকজনীৰ নাম সন্ধ্যা। গল্পৰ নায়কৰ পত্নীৰ নাম কাবেৰী। গল্পটো লিখা হৈছে প্ৰথম পুৰুষত। গতিকে নায়কৰ নাম নাই। বৈবাহিক জীৱনত কাবেৰীৰ মনতো দুখ আছে। দুখটো প্ৰধানকৈ জীয়েক সন্ধ্যাক লৈ। সন্ধ্যাই পঢ়া-শুনা মুঠেই নকৰে। কত ডাক্তৰ, কবিৰাজ লগালে—একো কামত নাহিল। কিন্তু একমাত্ৰ কাবেৰীৰ কথাই সন্ধ্যাৰ জীৱনলৈ নামি আহিল পঢ়া-শুনা কৰাৰ এক দুৰ্বাৰ উদ্যম। কাবেৰীয়ে জীয়েকক বুজনি দিলে—"মোক সুখী বুলি তইঁতে কেনেকৈ ভাবিব পাৰ মই বুজিব নোৱাৰোঁ। বয়সত তয়ো সকলো বুজি পাবি। দেউতাই টকাৰ বেগটো মোৰ হাতত তুলি দিয়া দেখিলেই তইঁতে ভাবি ল যে মই সুখী। কিন্তু সেই অনুগ্ৰহৰ হাতৰ মুঠিতেই যে চাবুকডাল আছে সেই কথা মোৰ বাহিৰে আনে কেনেকৈ বুজিব! খোৱা-পিন্ধা আৰু টকা খৰচ কৰাটোৱেই মানুহৰ জীৱনৰ বাবে যথেষ্ট নে? মানুহ হিচাপে জীয়াই থাকিবলৈ হ'লে মানসিকভাৱেও পোন হৈ থাকিব পাৰিব লাগিব।........ আমি বন্দিনী। আমাৰ স্বাধীনতা ক'ত? সেইবাবে তোক কওঁ, স্বাৱলম্বী হ'বলৈ চেষ্টা কৰ। নিজকে যোগ্যা কৰি তোল।" এই যে দৰৱ দিলে মাক কাবেৰীয়ে, সন্ধ্যাক সেয়ে কাম দিলে। সন্ধ্যাৰ জীৱনলৈ অপৰিসীম পৰিবৰ্তন আহি পৰিল। সন্ধ্যাই এম. এছ. চিত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পালে। তাৰ পিছত কটন কলেজত পালে প্ৰৱক্তাৰ পদ। গল্পটোৰ গতি অতি সাৱলীল। ক'তো খোকোজা নলগা ভাষা। শেষ বাক্যটোলৈকে পাঠকক উৎসুক্য কৰি ৰাখে। গল্পটোৰ পটভূমি বাস্তৱ, আন আন গৌণ চৰিত্ৰবোৰো বাস্তৱ। সকলো বাস্তৱ কথাই গল্প হ'ব নোৱাৰে আৰু অবাস্তৱ কল্পনাই গল্পৰ সৌন্দৰ্য

ক্ষুণ্ণ কৰে। ডেকাৰ 'দৰৱ' গল্পটো কিন্তু মাত্ৰাহীন কল্পনা আৰু বাস্তৱৰ সুসংযত সংযোগ ঘটাব পৰাত গল্পটোৰ সৌন্দৰ্যৰ অকণমানো ক্ষুণ্ণ হোৱা নাই। ইয়াৰ মূলতে হ'ল তেওঁৰ পুৰঠ ৰচনাশৈলী।

ডেকাৰ আন এটা সুন্দৰ গল্প "পক্ষান্তৰ"। গল্পটো ৰোমাণ্টিক। কিন্তু ৰোমাঞ্চৰ বাহুল্য নাই। ৰেল ভ্ৰমণৰ সুন্দৰ বৰ্ণনা। ৰমেনে তিনি বছৰ আগতে স্নিগ্ধা নামৰ ছোৱালীজনীৰ লগত ৰেল ভ্ৰমণ কৰোঁতে যিটো আনন্দ আৰু প্ৰেমৰ আলাপ কৰি সময় কটাইছিল—এইবাৰৰ ৰেল ভ্ৰমণত সেই আনন্দ আৰু মাদকতা নাই। কিয়নো এইবাৰ স্নিগ্ধা আহিছে বিধৱাৰ ৰূপ লৈ। দুয়ো দুয়োকে ভাল পাইছিল। কিন্তু প্ৰকাশ কৰিব নোৱাৰিলে। স্নিগ্ধাৰ বিয়া হ'ল এজন ইঞ্জিনীয়াৰৰ লগত। দুমাহৰ পিছতে দুৰ্ঘটনাত স্বামীৰ মৃত্যু হ'ল। স্নিগ্ধা ৰমেনৰ নবৌৱেকৰ ভনীয়েক। গতিকে বৈধব্যৰ যন্ত্ৰণা উপশম কৰাবলৈ স্নিগ্ধাক মাকৰ ঘৰৰ পৰা আনি বায়েকৰ ঘৰত কিছুদিন ৰখাৰ উদ্দেশ্যেই ৰমেনে ডিব্ৰুগড়ৰ পৰা স্নিগ্ধাক গুৱাহাটীলৈ আনিছিল ৰেলত। অপ্ৰকাশ্য বেদনাত আহত হৈ নিশাৰ ৰেলৰ দবাত স্নিগ্ধাই ৰমেনৰ কোলাত মূৰ থৈ উচুপি উচুপি কান্দিছিল। ৰমেনে স্নিগ্ধাক নিজৰ ভনীয়েকৰ দৰেহে কোলাত লৈ সান্ত্বনা দিছিল। বিধৱা স্নিগ্ধাক প্ৰেমিকাৰূপে ভাবিবলৈ সাহস নহ'ল ৰমেনৰ। গল্পটোৰ সমাপ্তি অতিকৈ কৰুণ। পঢ়িলে চকু সিক্ত হৈ আহে। ডেকাৰ সংযত প্ৰেমৰ বৰ্ণনাই গল্পটোক এটা উচ্চস্তৰৰ ৰূপ দিছে।

ডেকাৰ আন এটি ৰাজনৈতিক গল্প "সলনি হ'ল"। আমাৰ দেশৰ বিষয়াসকল যে চৰম দুৰ্নীতিত লিপ্ত হৈ পৰে তাৰে এটা বাস্তৱ চিত্ৰ গল্পটোত দাঙি ধৰা হৈছে। কেন্দ্ৰীয় চৰকাৰে দিয়া গ্ৰামোন্নয়নৰ টকাবোৰ বিষয়াবৰ্গই কেনেকৈ ভাগ কৰি খায় আৰু প্ৰকৃত গাঁৱৰ হিতাধিকাৰীয়ে যে ইয়াৰ টকাটোৰ দহ পইচাও ভাগ নাপায় তাৰে সত্যতা গল্পৰ নায়ক অভিজিৎ বৰুৱাৰ চৰিত্ৰৰ মাজেৰে প্ৰকাশ কৰিছে। আজিকালি সকলো বিভাগীয় মুৰব্বীয়ে চৰকাৰী টকা নিজৰ ঘৰৰ কামত খৰচ কৰাটো এটা নিয়মত পৰিণত হৈছে। বৰুৱা গ্ৰামোন্নয়ন বিভাগৰ সঞ্চালক। কেন্দ্ৰীয় চৰকাৰৰ পৰা পোৱা প্ৰথম কিস্তিৰ টকাৰে অফিচ আৰু নিজৰ বিল্ডিং বান্ধিলে। দ্বিতীয় কিস্তিৰ টকা ষাঠি কোটি অহাত বৰুৱা-বৰুৱানীৰ আনন্দৰ সীমা নাই। এতিয়া নিজৰ অট্টালিকাটো তিনি মহলীয়া কৰিব। ঘৰটো এয়াৰ কণ্ডিচনড্ কৰিব। ল'ৰা দুটাক বিদেশত পঢ়ুৱাব। গাড়ী দুখন কিনিব। স্বামী-স্ত্ৰীৰ কি যে আনন্দ! যেন পৈত্ৰিক সম্পত্তিহে পাইছে। এনে দুৰ্নীতিৰে ভৰা বিষয়া আমাৰ দেশখনত গুৱাহাটীৰ মহৰ দৰে বৃদ্ধি পাইছে আৰু মহে নিম্ন শ্ৰেণীৰ লোকক কামুৰি মেলেৰীয়াত পেলাই দিয়াৰ দৰে এই বিষয়া-কৰ্মচাৰীবোৰেও দুখী-দৰিদ্ৰবোৰৰ তেজ শুহি খাইছে। ডেকাই এইবোৰ কথা তীক্ষ্ণ

দৃষ্টিত ৰাখিছে আৰু জনসাধাৰণক জানিবৰ সুযোগ দিছে।

কনকসেন ডেকাৰ আন এটি হৃদয়-বিদাৰক গল্প "কেৱল শ্রুতিয়ে জানে"। আচলতে যৌতুকৰ বলি সাধাৰণতে শাহু, শহুৰ বা স্বামীৰ হাততে হয় ন বোৱাৰীজনী। শাহুৱেকৰ গালিত শ্রুতিয়ে পেটে-ভাতে খাই থকা শিক্ষক দেউতাকৰ পৰা আনিলে এটা ৰঙীন টি ভি। তাৰ পিছত শাহুৱেকে বিচাৰিলে এটা ভি চি আৰ। উপায় নাপাই শ্রুতিয়ে দেউতাকক জনালে। দেউতাক হাৰ্ট ফেইল কৰি ঢুকাল। দেউতাকৰ মৃত্যুৰ কাৰণ যে শ্রুতি, প্রকাৰান্তৰে শহুৰেকৰ ঘৰখন, শোকত, অনুতাপত শ্রুতি দগ্ধ হ'ল। গল্পটোৰ উপস্থাপন ৰীতি, কৌশল এনে সাবলীল যে পাঠকৰ মনত বিদ্রোহ ওপজে, শোক, তাপ সহানুভূতিত অন্তৰ দগ্ধ হয়।

এনেদৰেই দেখা যায় কনকসেন ডেকাই সমাজখনক নিকা কৰাৰ অৰ্থে নানা বিষয়ৰ অসংখ্য গল্প লিখিছে। কিতাপ আকাৰে সংগৃহীত হৈছে মাত্র দুখনহে। বাকীবোৰ গল্পও সংগ্রহ কৰি কিতাপ আকাৰে ছপাই থব পাৰিলে অসমীয়া চুটিগল্পৰ ভঁৰাল চহকী হ'ব।

ডেকা মোৰ পৰম বন্ধু। যোৱা ত্রিছ বছৰে মই তেওঁক নিবিড়ভাৱে জানো। তেখেতৰ ব্যক্তিত্বৰ তুলনা নাই। তেওঁ আতিথিপৰায়ণ, সকলোৰে সুহৃদ বন্ধু, সহানুভূতিশীল, কৰ্তব্যপৰায়ণ, আত্মনিৰ্ভৰশীল, প্রত্যুৎপন্নমতিসম্পন্ন, পৰোপকাৰী, নিৰ্জু, বুধিয়ক। তেওঁৰ ওচৰলৈ কোনোবা সহায় বিচাৰি গ'লে কাকো বিমুখ নকৰে। সকলোৰে ওপৰত সমদৃষ্টি। "দাঁতাত, চোৰত যেন দৃষ্টি সমতুল"। শিল্পী, সাহিত্যিকক মৰ্যাদা দিয়ে। তেওঁৰ সান্নিধ্য এবাৰ যিয়ে পাইছে—তেওঁ আৰু তেওঁৰ পৰা বিচ্ছিন্ন হ'ব নোৱাৰে। অন্তৰঙ্গ আলাপী লোক।

তেওঁ নিজৰ কৰ্মৰ ওপৰত গভীৰ বিশ্বাস। সদায় টান কাম কৰিবলৈ সাজু থাকে। ধীৰ-স্থিৰ অভ্যাস গঢ়ি তুলিছে। আনৰ পৰা যেনেকৈ উত্তমটো বিচাৰে নিজেও তেওঁৰ উত্তমটো দিবলৈ সদায় সাজু। জীৱনত যি পাইছে আৰু যি কৰিছে তাতেই তেওঁ সুখী। মনৰ ইচ্ছা পূৰণাৰ্থে তেওঁ অহোপুৰুষাৰ্থ কৰে। সকলো কথাই প্রণালীবদ্ধভাৱে ক'ব জানে। আনৰ কথাও একান্তমনে শুনে। হাস্যৰসৰ কথা বহুত জানে, স্থান, কাল, পাত্র ভেদে তেওঁ কৰা হাস্যৰস অৰ্থপূৰ্ণ, প্রাণৱন্ত।

বেঞ্জামিন দিজৰেলিয়ে কোৱাৰ দৰে—"আটাইতকৈ কৃতকাৰ্য লোক সেইজনেই যিজনে সকলো খবৰেই ৰাখে।" ডেকাও তেনে লোক। তেওঁ নজনা খবৰ একো নাই। তেওঁৰ প্রতিষ্ঠানৰ কৰ্মীসকলৰ লগত সম্ভাৱ দেখিলে আচৰিত মানিব লাগে। ডেকা শাৰীৰিক আৰু মানসিকভাৱে অতি শক্তিমান। তেওঁৰ নিজস্ব অভ্যাসৰ প্রতি সদা সচেতন। কোনো এটা গভীৰ সমস্যাৰ সন্মুখীন হ'লেই তেওঁ বিব্রত হোৱা

দেখা নাযায়। ধীৰ-স্থিৰভাৱে চিন্তা কৰে। যি কোনো কথাৰ সিদ্ধান্ত লোৱাত তেওঁ পাকৈত। সত্যাশ্ৰয়ী লোক সাধাৰণতে এনে প্ৰকৃতিৰ হয়। কোনো সমালোচনাকে তেওঁ ভয় নকৰে। আনকো সমালোচনা নকৰে বিনা কাৰণত। কৰ্মচাৰীৰ সৎ গুণখিনিক তেওঁ প্ৰখৰ কৰি ৰখাৰ চেষ্টা কৰে। বেয়া অভ্যাস বৰ্জন কৰিবলৈ শিকায়। সময়ৰ প্ৰতি সদা সচেতন। নিজৰ কৰ্তব্যক অৱহেলা কৰি সময় অবাবত খৰচ নকৰে। সপ্তাহত কমেও সাতটা সম্পাদকীয় লিখে। তাৰ উপৰি বিভিন্ন প্ৰবন্ধ, গল্প। তেওঁৰ কাকতলৈ অহা লেখাবোৰ পঢ়ে, বাছনি কৰি সযতনে ৰাখে। ডেকা এজন ভ্ৰমণপ্ৰিয় লোক। দেশ-বিদেশ ভ্ৰমণ কৰিছে। ভ্ৰমণ কালত তেওঁৰ সঙ্গ বৰ আকৰ্ষণীয়।

ডেকা এজন সুবক্তা। প্ৰত্যেক বিষয়ৰ ওপৰত ভাষণ দিব পাৰে। ভাষণ কালত অযথা কথা টানি নানে। যেনেকৈ আনে ৰাজনীতিকসকলে। সভা সমিতিলৈ সময় মতে যায়। গুণী লোকৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অপৰিসীম। কঠোৰ সমালোচনাকো ভ্ৰূক্ষেপ নকৰি সদায় নিজৰ মতবাদত চলে।

ডেকা সঁচাকৈয়ে কৰ্মবীৰ। অতবোৰ সম্পাদকীয়, গল্প, প্ৰবন্ধ লেখাৰ উপৰি তেওঁ এতিয়ালৈ সমালোচনামূলক গ্ৰন্থ এঘাৰখন, উপন্যাস চাৰিখন, গল্প সংকলন দুখন, নাট্য সংকলন এখন, সাহিত্য বিষয়ক গ্ৰন্থ তিনিখন আৰু ভ্ৰমণ কাহিনী এখন লিখি উলিয়াই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। প্ৰত্যেকখন গ্ৰন্থই মূল্যবান, তত্ত্বগধুৰ, সময়োপযোগী, আদৰ্শমূলক। দুখন গ্ৰন্থ লিখিছে ইংৰাজীত, এখন বাংলাত আৰু এখন বড়ো ভাষাত। ইয়াতেই তেওঁৰ পাণ্ডিত্যৰ, গভীৰ জ্ঞানৰ কথা বুজিব পাৰি।

কনকসেন ডেকাৰ গুণ আৰু ব্যক্তিত্বৰ কথা লিখি শেষ কৰিব নোৱাৰি। তেওঁ মোৰ অতি প্ৰিয় বন্ধু। এই কথা সকলোৰে দাবী কৰিব। মোতকৈ বয়সত অলপ ডাঙৰ; কিন্তু মই বন্ধুৰ দৰেই ব্যৱহাৰ কৰোঁ। তেওঁ মোক জীৱনত বহুত উৎসাহ দিছে। মোৰ ব্যক্তিগত সুখ-দুখৰ খবৰো তেওঁ ৰাখে। মোক দুখৰ দিনতো তেওঁ খবৰ লৈছে, মোৰ দুখৰ সমভাগী হৈছে। মোৰ সুখৰ দিনতো আনন্দ কৰিছে। ক'ত পাম এনে বন্ধু!– "He is my friend that speaks well of me behind my back".

মই বন্ধুৰ দীৰ্ঘ জীৱন কামনা কৰিলোঁ। I wish him long, happy and prosperous life. ○

# কনকসেন ডেকাক ভাল পাওঁ কিয় ?

**অৰুণ গোস্বামী**

আমি তেতিয়া নৱমমানৰ ছাত্ৰ। অসমত ভাষা আন্দোলন হৈছে। আমাৰ মনত ক'বলৈ গ'লে জুই জ্বলিছিল। অসমত অসমীয়া ভাষা চৰকাৰী ভাষা নহ'ব আৰু ক'ত হ'ব? স্কুলতেই হওক বা বাহিৰতেই হওক আমাৰ কথাত তেতিয়া ফিৰিঙতি ওলাইছিল। যিসকলে অসমীয়া ভাষাটো ৰাজ্য ভাষা কৰাত বাধা দিছে সেইসকলক জালুক পিহা দিব লাগে—তেনে এটা কথাই মূৰটো গৰম কৰি ৰাখিছে। তাৰ দুবছৰমানৰ পিছত আমি যেতিয়া মহাবিদ্যালয়ৰ প্ৰাক-বিশ্ববিদ্যালয়ৰ শ্ৰেণীত পঢ়ো সম্ভৱতঃ তেতিয়াই এখন কিতাপ পালোঁ ভাষা আন্দোলনৰ ওপৰত লিখা। কিতাপখনৰ নামটো মোৰ এতিয়া সঠিক মনত নাথাকিব পাৰে, সম্ভৱতঃ "জ্বলাই" আছিল যদিও বেটুপাতৰ ব্যাখ্যা চিত্ৰটো এতিয়াও জ্বল জ্বল পট্ পট্কৈ জিলিকি আছে। পঢ়িলোঁ। তেজ উতলি উঠিল।

কনকসেন ডেকাৰ দ্বিতীয়খন কিতাপ যেতিয়া পঢ়িলোঁ মোৰ মনত এটা বদ্ধমূল ধাৰণা হ'ল যে দেশক ইমান ভাল পোৱা কনকসেন ডেকা নামৰ লেখকজনক মই লগ ধৰিব লাগিব আৰু স্বাধীনতাৰ বাবে হোৱা অসন্তুষ্টিৰ কথা ক'ব লাগিব। মোৰ মনত এটাই চিন্তা, এই মানুহজনক ক'ত লগ পাম।

১৯৮২ চন। তেতিয়া মই দেৰগাঁৱৰ ঘৰত। মোৰ শিক্ষক দাদাই (সদ্য প্ৰয়াত) অন্যান্য কাকতৰ লগতে 'অগ্ৰদূত'খনো লয়। মই চুয়েই নাচাওঁ কাকতখন। এদিন দাদাই (মোতকৈ প্ৰায় ১৭ বছৰ ডাঙৰ ধৰণীধৰ গোস্বামী) মোক ক'লে, "অগ্ৰদূতৰ অন্য নপঢ়িলেও তই কনকসেন ডেকাৰ সম্পাদকীয়টো পঢ়ি চাবি। ময়ো সেই সম্পাদকীয়টোৰ বাবেই কাকতখন আনো।" দাদাৰ কথাত প্ৰবল

অনিচ্ছাৰে আকৌ সম্পাদকীয় পঢ়িবলৈ ধৰিলোঁ। সম্পাদকীয়ত ইমান পূৰঠ বাস্তৱবাদী চিন্তা। তেনেহ'লে এই মানুহজনে এই মতলবীবোৰে চলোৱা অসম আন্দোলনটো কিয় সমৰ্থন কৰে? কিবা এটা অনুষ্ঠানত এদিন আমাৰ ঘৰতে কেবাজনো মানুহৰ মাজত 'অগ্ৰদূত'ৰ সম্পাদকীয়ৰ ওপৰত দুঘণ্টামান ধৰি আলোচনা চলিল। দেখিলোঁ আন্দোলন মনা-নমনা সকলোৱেই সম্পাদকীয় লেখাৰ ওপৰত সমৰ্থন আগবঢ়ালে। তথাপি কনকসেন ডেকাক মই বেয়া পালোঁ যেতিয়া পালোঁৱেই।

১৯৮৭ চন। ঘৰৰ মানুহৰ চাকৰিসূত্ৰে মই বোকাখাতত। মোৰ চাকৰি গোলাঘাটত। ইতিমধ্যে অসম গণ পৰিষদ চৰকাৰৰ মন্ত্ৰী-বিধায়কসকলৰ কোৱাভাতুৰীয়া দেশপ্ৰেম আৰু দুৰ্নীতি, অনীতি স্বাৰ্থপৰতাৰ খবৰ ওলাবলৈ ধৰিছে। মোৰ তেতিয়া এটাই চিন্তা যে এই আন্দোলনটো দেহে-কেহে সমৰ্থন কৰা কনকসেন ডেকাইতক লগ কৰি কৈফিয়ৎ ল'ব লাগে। তেতিয়া 'অগ্ৰদূত'ৰ শেষ পৃষ্ঠাত একোজন বিশিষ্ট লেখকৰ আলোকচিত্ৰসহ সাক্ষাৎকাৰ ওলাই আছে। 'অগ্ৰদূত'ৰ সাংবাদিক ভৱানন্দ কলিতাই মোক জোৰ দি আছে ফটো এককপিৰ বাবে, বাকীবোৰ তেওঁ লিখিব। মই নাৰাজ। 'অগ্ৰদূত'ত নিদিও আৰু যিহেতু কনকসেন ডেকাক মই আক্ৰমণ কৰি আছোঁ মোৰ কথা তেখেতে নছপায়। ভৱানন্দ আঁকোৰগোজ। অৱশেষত কিবা উপায়েৰে তেওঁ মোৰ একপি ফটো নিলে। দুসপ্তাহমানৰ পিছত দেখিলোঁ ফটোৰে সৈতে মোৰ সাক্ষাৎকাৰ জাতীয় কথা, মোৰ লেখা-মেলাৰ কথা ছপা হৈছে। মই আচৰিত হ'লোঁ। যি কনকসেন ডেকাক যোৱা ছয়-সাত বছৰে আক্ৰমণ কৰি আহিছোঁ সেইজনেই মোৰ গুণানুকীৰ্তন ছপাইছে। ঠিক তেতিয়াই মোৰ মনত এক উপলব্ধি হ'ল যে মতান্তৰ আৰু মনান্তৰ দুটা বেলেগ কথা। মোৰ লগত ডেকাৰ মতান্তৰহে আছে কিন্তু মনান্তৰ নাই। মনত নতুন চিন্তাৰ দিক্ এটা উন্মোচিত হ'ল যদিও মই কনকসেন ডেকাইতক ভাল পাব পৰা নাই। অগপ চৰকাৰৰ মন্ত্ৰী-বিধায়কবোৰৰ ওপৰত যিমানেই দুৰ্নীতিৰ খবৰ ওলাবলৈ ধৰিলে সিমানেই নিবাৰণ বৰা, কনকসেন ডেকাইতৰ ওপৰত বেয়া পোৱা বাঢ়ি যাবলৈ ধৰিলে। আন্দোলনৰ পিছত প্ৰথম লগ পালোঁ নিবাৰণ বৰাক অনিল বৰুৱাৰ ঘৰত। দুঘন্টামান সময় মই উত্তেজিত হৈ তেখেতক বহুত কথা ক'লোঁ। তেখেতৰ কথা মই শুনিবলৈ নাৰাজ। মোৰ ক্ষোভটো তেখেতে উপলব্ধি কৰিলে আৰু যুক্তিপূৰ্ণ বুলিও ক'লে। মোক লগত লৈ গৈ মণিপুৰীবস্তিত কোনোবা এঘৰত শুকান মাছৰ আঞ্জাৰে ভাতো খুৱালে। তাৰ পিছত এদিন ধৰিলোঁ প্ৰফুল্ল বৰুৱাক [একালৰ 'দৈনিক জনমভূমি'ৰ সম্পাদক

আৰু তেতিয়াৰ 'দৈনিক অসম'ৰ]। তেখেতেও মোৰ কথা শুনিলে আৰু বহুত বাধ্যবাধকতা, পৰিস্থিতিৰ বিশ্লেষণ কৰিলে। কনকসেন ডেকাৰ ওপৰত মোৰ বেছি খং। কাৰণ তেখেত মোৰ সেই শৈশৱতেই বুলিব পাৰি আদৰ্শপ্ৰিয় লেখকৰ স্থানত আছিল আৰু কোনোবাই কোৱামতে অষ্টমমানৰ পৰাই তেখেতৰ মাৰ্ক্সবাদী চিন্তাৰ লগত সক্ৰিয় পৰিচয় ঘটিছে।

এদিন মই তেখেতক লগ কৰিবলৈ গ'লোঁ। আগতে দেখা নাই। কোনোবা এজনে খবৰ দিলে তেখেতক। তেখেত নিজৰ কাৰ্যালয়ৰ মেজত। মই সোমাই যোৱাৰ লগে লগেই সেই মুহূৰ্তলৈকে অতিশয় বেয়া পাই থকা মানুহজনে থিয় হৈ হাঁহি এটাৰে মোক বহিবলৈ আসন দেখুৱাই দিলে। ক'বলৈ গ'লে মই মানুহটো জঁয় পৰি গ'লোঁ। সমাহিত শুধ বগা ধুতী পাঞ্জাৱীৰে মোতকৈ ডাঙৰ আৰু সন্মানীয় মানুহজনে যেতিয়া থিয় হে মোক বহিবলে ক'লে সঁচাকৈয়ে মহ জঁয় পৰি যোৱাহ নহয় এটা নতুন শিক্ষাও পালোঁ। [মোৰ এটা দহজনে কোৱা অসভ্যালি আছে। বয়সত যিমানেই ডাঙৰ নহওক লাগে কিবা এটা কথাত যদি মোৰ কাৰোবাৰ প্ৰতি শ্ৰদ্ধা আৰ্কষণ নহয় মই কদাপিও 'দাদা' নোবোলোঁ। আনকি আগতে দাদা বোলাজনকো অশ্ৰদ্ধা হ'লে দাদা নোবোলোঁ, তেনে শিক্ষকক ছাৰ নোবোলোঁ।] মই কিছুপৰ মনে মনে থাকি মনটো প্ৰস্তুত কৰি ল'লোঁ। উত্তেজিত কৰি ল'লোঁ কাৰণ মই তেখেতক 'চাৰ্জ' কৰিবলৈহে আহিছোঁ। তেখেতে মোলৈ চাই আছে।

- "দাদা, মোৰ আপোনাক কিছু কথা ক'বলগীয়া আছে।" মোৰ কথাষাৰ শুনি মানুহজনে আগ্ৰহেৰে মুখটো জোকাৰি সৰুকৈ কওক বুলি ক'লে। এই দ্বিতীয়বাৰৰ বাবে মই এটা বিবেকত টোকৰ পালোঁ কাৰণ মই ভাবি আছিলোঁ মানুহজনে মোক যথেষ্ট, বিশেষকৈ হৈ যোৱা সেই আন্দোলনবিৰোধী বুলি বেয়া পায় আৰু মোৰ কোনো কথা শুনিবলৈ প্ৰস্তুত নহৈ ক'ব, "ঠিক আছে, আমি কেতিয়াবা কথা পাতিম বাৰু কিন্তু এতিয়া মোৰ সময় কম।" কিন্তু তাৰ পৰিৱৰ্তে মৰম আগ্ৰহেৰে যেন ক'লে, "কওক"। তেখেতে আন্দোলনটো সমৰ্থন কৰাৰ কথা মনে মনে ভাবি লৈ মনটোক পাৰে মানে উত্তেজিত কৰি লৈ এফালৰ পৰা ক'বলৈ ধৰিলোঁ। লগতে ইতিমধ্যে যে নিবাৰণ বৰা, প্ৰফুল্ল বৰুৱাক ক'লোঁ সেয়াও উল্লেখ কৰিলোঁ। মই বিৰতিহীনভাৱে প্ৰায় আধাঘণ্টামান মনৰ ক্ষোভ বাহিৰ কৰিলোঁ। অষ্টমমান শ্ৰেণীতে মাৰ্ক্সীয় দৰ্শনত বিশ্বাসী, সক্ৰিয় কৰ্মী হোৱা তেখেতৰ নিচিনা মানুহ এজনে কিয় এই মতলবী ছাত্ৰনেতাবোৰৰ মতলব বুজিব নোৱাৰিলে তাকো প্ৰশ্ন কৰি তেখেতক ক'বলৈ সুবিধা নিদি নিৰন্তৰে কৈ আছোঁ। মই কৈ আছোঁ আৰু তেখেতে শুনি আছে মনোযোগেৰে। এসময়ত মই ৰ'লোঁ। তাৰ পিছত

মানুহজনে মাত্ৰ চাৰিটামান বাক্যহে ক'লে।

"হয়, আমি ভুল কৰিছিলোঁ তেওঁলোকৰ ওপৰত বিশ্বাস কৰি। ইচ্ছাটো বৰ যুক্তিপূৰ্ণ আৰু প্ৰয়োজনীয় আছিল। তেওঁলোকে ইমানকৈ ঠগ দিব বুলি ভাবিব পৰা নাছিলোঁ। অসমীয়া মানুহক বৰ ঠগিলে।" একো নক'লে। মই এইবাৰো বিস্ময়ত হতবাক হ'লোঁ। ইমানখিনি কথা শুনাৰ পিছত মাত্ৰ তিনি-চাৰিটা বাক্যৰে উত্তৰো দিলে আৰু মোকো নিমাত কৰিলে। চাহ-মিঠাই খালোঁ। সেইদিনাই ঠিক সেই মুহূৰ্ততেই তেখেতে যেতিয়া এটা প্ৰস্তাৱ আগবঢ়ালে, সঁচা কথা কৈছোঁ অকণো লুক-ঢাক কৰা নাই, মই কিছুপৰলৈ নিস্তব্ধ হৈ গ'লোঁ। যিজন মানুহক আন্দোলন সমৰ্থন কৰাৰ বাবেই মোৰ লেখাত বহুবাৰ ব্যঙ্গ কৰিছোঁ, যিজন মানুহক মুখৰ আগত বহি অনৰ্গল 'চাৰ্জ' কৰিছোঁ সেই মানুহজনে যে মতান্তৰক কেতিয়াও মনান্তৰ কৰি লোৱা নাছিল তাৰ প্ৰমাণ পালোঁ যেতিয়া 'অগ্ৰদূত'ত নিয়মীয়াকৈ লিখিবলৈ, স্তম্ভ এটা আৰম্ভ কৰিবলৈ ক'লে। কিছু ক্ষণ নীৰৱে বৈ মই ক'লোঁ,

- দাদা, মই যিহকে লিখো আপুনি ছপাবনে?

- ছপাম। অৰুণ গোস্বামীৰ লেখাত কাটিবলে কি আছে। লগতে তেখেতে আৰু এটা কথা ক'লে, আপোনাৰ নিচিনা লেখকৰ মূল উদ্দেশ্য হ'ল মানুহৰ আগত বক্তব্য প্ৰকাশ কৰা। অসমৰ এনে এখন ঠাই নাই য'লৈ দুকপি হ'লেও 'অগ্ৰদূত' নোযোৱাকৈ থাকে। সকলো ঠাইলৈকে 'অগ্ৰদূত' যায়।

কথাষাৰৰ প্ৰমাণ পালোঁ। তাৰ দুসপ্তাহমানৰ পিছৰ পৰাই মই 'অগ্ৰদূত'ত 'কথা আৰু কাম' নামৰ স্তম্ভ লেখিবলৈ আৰম্ভ কৰি আজিৰ তাৰিখলৈকে [মাজতে মাত্ৰ ডেৰ বছৰমান চৰকাৰী চাকৰি এৰি অন্য এটা বাতৰি প্ৰতিষ্ঠানত যোগদান দিওঁতে অন্য কাকতত লেখিব নোৱৰাত এই স্তম্ভটো বন্ধ আছিল আৰু কেৱল বিচৰামতেই টকা দিছিল যদিও কলমটো সীমাবদ্ধ কৰি ৰাখিবলগীয়া হোৱাত, বেছি কথা ক'বলগীয়া থকাত স্বেচ্ছাই সেই প্ৰতিষ্ঠানৰ পৰা ওলাই আহিলোঁ] নিৰন্তৰে চলাই আছোঁ। এতিয়া 'দৈনিক অগ্ৰদূত'তো 'এই বৰ্তমান' নামৰ স্তম্ভটো যতি নপৰাকৈ চলাই থাকোঁতেও কেতিয়াবা যদি লেখা পোৱাত পলম হয় লগে লগেই টেলিফোনত খবৰ লয়। সেই আগ্ৰহটোও কিন্তু মন কৰিবলগীয়া।

তাৰ পিছৰ পৰা যোৱা পোন্ধৰ-যোল্ল বছৰে মই মানুহজনক আৰু বেয়া পোৱাৰ কোনো উপায়েই পোৱা নাই। সেই যে মই কোঠালৈ সোমাই যোৱাৰ লগে লগেই মানুহজন বহাৰ পৰা থিয় হৈ সম্ভাষণ জনাই বহিবলৈ ক'লে তেখেতৰ এই বিৰল গুণটোৰ বিষয়ে পত্ৰ বৰকটকীয়ে পিছত কৰবাত লিখিছিল যে সৰু-বৰ কথা নাই কনকসেন ডেকাৰ কোঠালৈ কোনোবা সোমাই গ'লে থিয় হৈ

সম্ভাষণ জনায়। হয়, মই অন্য কাৰোবে ওচৰত এই গুণটো দেখা নাই। ডাঙৰক তেনেকৈ সম্ভাষণ জনোৱা দেখিছোঁ কিন্তু সৰুকো অইনে তেনেকৈ সম্ভাষণ জনোৱা পোৱা নাই।

ইয়াৰ পিছৰে পৰা ডেকাৰ পৰিয়ালৰ এজনৰ দৰে হৈ পৰিলোঁ। আমি পাৰিবাৰিক সুখ-দুখৰ খা-খবৰ লোৱা, দিয়াৰ পৰ্যায়লৈ আহিলোঁ। এতিয়া কনকসেন ডেকাৰ লগত লেখক আৰু সম্পাদকৰ সম্পৰ্ক নাই, আছে আপোন মানুহৰ সম্পৰ্কহে। মই কিবা কথাত হতাশ হ'লে, পিষ্ট হ'লে, দুখ পালে গুৱাহাটীৰ চাৰিজনমান মোক ভাল পোৱা জ্যেষ্ঠ লোকলৈ ফোন কৰোঁ। তাৰ ভিতৰত ডেকাও এজন। কেইটামান স্থানীয় উৰহে মোক মাজে মাজে বৰ আমনি দি থাকে, কিটিৰ কিটিৰকৈ কামুৰি থাকে; তেনে অতিষ্ঠ অৱস্থাত মই জ্যেষ্ঠজনক সুহৃদ জ্ঞান কৰি ডেকালৈ ফোন কৰোঁ। তেখেতে তেতিয়া যিকেইটা বাক্য কয় মই মনোবল পাওঁ। এবাৰ ক'লে, "অৰুণ গোস্বামীৰ নিচিনা সাহসী বাস্তৱবাদী লেখক এজন তেনেবোৰ কথাত হতাশ হ'লে কেনেকৈ হ'ব। তেনেকুৱা চিঠি মোলৈ আহিলৈতো মত্লবটো বুজিয়েহ বাছকেটত লগে লগে পেলাই দিও। দেৰগাঁৱৰ নিচিনা সৰু ঠাইত থকাৰ বাবেই সেইবোৰে আমনি কৰিব পাৰিছে।" মই সাহস আৰু মনোবল পালোঁ। মই গম পালোঁ মোৰ বিষয়ে বদ্নাম গাবলৈ এজন তেখেতৰ ওচৰলৈয়ো গৈছিল আৰু তেখেতে গুৰুত্ব নিদিলে বাবে হতাশ মনেৰে ওলাই আহিল। তাৰ পৰা আৰু মই তেখেতক এইটো বিষয় লৈ আমনি কৰা নাই।

তথাপি এবাৰ আজি কেইমাহমানৰ আগতে পুৱা তেখেতলৈ ফোন কৰিলোঁ। ক'লোঁ বোলোঁ দাদা মই আৰু স্তম্ভ লিখা বাদহে দিম বুলি ভাবিছোঁ। মই আচলতে আছিলোঁ সৃষ্টিশীল লেখক। গল্প উপন্যাস, নাটক লিখিছিলোঁ। কিন্তু এতিয়া এই স্তম্ভবোৰ লিখাৰ পৰা সেইবোৰো যদিও লিখি আছোঁ বেছি মনোনিৱেশ কৰিব পৰা নাই। তাতোকৈয়ো ডাঙৰ কথাটো হ'ল যে এইবোৰ লিখি মোৰ নিজৰো একো লাভ হোৱা নাই শত্ৰু সংখ্যাৰ বৃদ্ধিৰ বাহিৰে আৰু সমাজৰো অকণো ক'তো লাভ হৈছে বুলি ভাবিব পৰা নাই। কিবা এটা লাভ হ'লে বাৰু লিখিয়েই থাকোঁ। তেখেতে মোৰ কথা শুনিলে। তাৰ পিছত ক'লে, "কষ্ট বেছি হৈছে হয়। পৰিশ্ৰম হৈছে। কিন্তু লাভ হোৱা নাই বুলি কোনে ক'লে।" তেখেতে মাজতে নিজেও এনে হতাশাত ভোগাৰ কথা ক'লে আৰু তেতিয়া প্ৰখ্যাত বাঙালী লেখক সাংবাদিকে [নামটো কৈছিল, পাহৰিলোঁ] বোলে যুক্তি আৰু উদাহৰণেৰে বুজাই দিলে লাভ হৈছে বুলি। অলপ পাছতেই তেখেতে মোক যি আষাৰ কথা ক'লে

সেইটো মোৰ বাবে সঞ্জীৱনী শক্তিৰ দৰে হ'ল যদিও কেইমুহূৰ্তমান মোক ঠাট্টাহে কৰিছেনে নাই তামাচা কৰিছে বুলি ভাবি নীৰব হৈ ৰ'লোঁ। কিন্তু তেখেতৰ কথাৰ সুৰ আৰু কণ্ঠ উপলব্ধি কৰি বুজিব পাৰিলোঁ যে ঠাট্টা কৰা নাই। গভীৰ বিশ্বাস আৰু আস্থাৰেহে কথাষাৰ ক'লে। তোষামোদো নহয় বিশ্বাস। তেখেতে ক'লে, "অৰুণ গোস্বামী হতাশ হোৱাৰ কাৰণ নাই। আজি নহ'লেও এদিন অৰুণ গোস্বামীৰ এই সাহসী লেখাৰ ওপৰত গৱেষণা হ'ব।" আমাৰ নিচিনা সাধাৰণ মানুহ এজনৰ বাবে এই কথাষাৰ সঞ্জীৱনী শক্তি নহ'লনে? নাই, সেই মুহূৰ্তৰ পৰাই মই ভাবি ল'লোঁ যে দেখাত একো কাম নাই হোৱা যদিও তলে তলে সমাজত কাম হৈ আছে এনে লেখাৰ পৰা। অৱশ্যে তেখেতে কিছুমান উদাহৰণো দিলে। তেতিয়াৰে পৰাই মই স্তম্ভ লিখা বাদ দিয়া কথাটোকে মনৰ পৰা বাদ দিলোঁ। কিন্তু তেখেতক নতুন ব্যঙ্গ শিতান এটা মাৰ্চৰ পৰাহ আৰম্ভ কৰিম বুলি কথা দিয়ো কথা ৰাখিব পৰা নাই সময়ৰ অভাৱত, কাৰণ স্তম্ভ লিখি থাকোঁতেই বিহু আৰু পূজা সংখ্যাবোৰত নিচেই কমেও ছখন উপন্যাস আৰু বাৰটা গল্প গড়ে মই সদায় লিখিয়েই আছোঁ। গুণগত মান ৰক্ষা কৰিব হয়তো পৰা নাই কিন্তু সংখ্যাটো ঠিকেই ৰাখি আছোঁ।

তেখেতৰ মনোবল আৰু কৰ্মশক্তিৰ তুলনা নাই। মাত্ৰ এজন সাধাৰণ শিক্ষকহে আছিল। সেই শিক্ষকজনে এখন বাতৰি কাকত প্ৰকাশ কৰাৰ কথাটো কোনো দুই নম্বৰী সহায় নোলোৱাকৈ কম সাহসী কথানে? আৰু সেই সাহস, মনোবল, কৰ্মোদ্যম আৰু কিবা এটা কৰাৰ প্ৰতিজ্ঞাৰে পিছলে ঘূৰি নোচোৱাকে কোনো স্বাৰ্থপৰ অপশক্তিৰ লগত আপোচ নকৰাকৈ আজি অগ্ৰদূত প্ৰতিষ্ঠানটো এক ঈৰ্ষণীয় শক্তিশালী মূৰ দাঙি থকা অনুষ্ঠানত পৰিণত কৰিলে। যাৰ কাৰণে অলপতে মাজে মাজে কোৱা কথা, "অৰুণ গোস্বামীৰ পৰিশ্ৰম অনুযায়ী আমি মাননি দিব পৰা নাই" কথাষাৰে মোক অকণো পোৱা নোপোৱাৰ সম্পৰ্কে ভবাই তোলা নাই। অকালতে চাকৰি এৰি অৰ্থনৈতিক সংকটত পৰোঁতেই মই কাহানিও তেখেতক মোৰ পাৰিশ্ৰমিক বঢ়াবলৈ কোৱা নাই।

মানুহজন সৎ সাহসী। সংযুক্ত মুক্তি বাহিনীক যুক্তিৰে সৈতে প্ৰত্যাহ্বান জনাই থকা কথাটোৱে আমাৰ এই মন্তব্যৰ যুক্তিযুক্ততা প্ৰমাণ কৰে। "নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন অসম গঢ়ক" গ্ৰন্থখন ক'বলৈ গ'লে এক দিক নিৰ্দেশক হাতপুথি। আৰু কিতাপখনৰ জনগ্ৰাহিতাও কম নহয় বাবে বোধহয় দশম তাঙৰণো প্ৰকাশ হৈছে। তেখেতৰ এই সমস্ত সংগঠনবোৰৰ প্ৰতি আগবঢ়োৱা সমালোচনা, বিশ্লেষণে এটা কথাই প্ৰমাণ কৰিছে যে অন্য বহুত ৰাজনৈতিক বুদ্ধিজীৱীয়ে

এইবোৰ অধঃপতনে যোৱা নষ্ট চৰিত্ৰৰ যুৱক-যুৱতী বুলি পোনছাটেই নেতিবাচক দৃষ্টিভঙ্গী এটাৰে উপেক্ষা নকৰি অতিশয় সহানুভূতিৰে জ্যেষ্ঠ ভাতৃৰ চেনেহ আৰু আশাৰে সমস্যাবোৰ ফঁহিয়াই দেখুৱাই, সেই সকলৰো ক্ষোভ, মৰ্মবেদনা উপলব্ধি কৰি যুক্তিৰে সৈতে পথ আৰু ফলাফল ভাবি চাবলৈ আহ্বান কৰিছে। অকল আলফা বুলিয়েই নহয় সকলোবোৰ সশস্ত্ৰ গোটৰ ওপৰতে তেখেতে দৃষ্টি ৰাখিছে। সেই বাবেই ওপৰত উল্লেখ কৰা কিতাপখনৰ মূল্য বাঢ়িছে তাৰ ইংৰাজী, হিন্দী, বাংলা, বড়ো সংস্কৰণো ওলাইছে। ডেকাৰ সহানুভূতি আৰু মানক নামানক তেখেতে আগবঢ়োৱা বিষয়ৰ বিশ্লেষণৰ বাবেই কিতাপখন যাৰ উদ্দেশ্যে লিখা হৈছে সেইসকলেও পোনছাটেই নস্যাৎ কৰি দলিয়াই দিব পৰা নাই। এজন সৃষ্টিশীল লেখক, চিন্তাবিদ, চিন্তা উদ্রেককাৰী তথা দিক নিৰ্ণয়ৰ প্ৰবন্ধকাৰ, বলিষ্ঠ সাংবাদিক সম্পাদক হোৱাৰ পাছতো কেৱল গোট এটা অথবা লৰী এটা নথকাৰ বাবেই বুদ্ধিজীৱী হিচাপে কনকসেন ডেকাৰ যিমান প্ৰতিষ্ঠা থাকিব লাগিছিল সিমান নাই, আনকি বিশ্বকোষতো ডেকাৰ নাম ইত্যাদিৰ শাৰীতো নাই। মাত্ৰ কুৰিটামান গল্প লিখা, চাৰিখনমান উপন্যাস লিখা মানুহৰে এবকলা বৰ্ণনা আছে নাই কনকসেন ডেকাৰ নিচিনা কলমৰ বিশ্ৰামহীন শ্ৰমিকৰ। তাৰ অৰ্থ এইটোৱেই যে অসম সাহিত্য সভাক ডেকাই বস্তুনিষ্ঠভাৱে সমালোচনা কৰে, তোষামোদ নকৰে বা তেনে সমালোচনাক তেখেতৰ সম্পাদনাত ওলোৱা কাকতত স্থান দিয়ে।

বহুতৰ মতে কনকসেন ডেকাই আপোচ কৰিছে। ডেকাই ক'ত কিমানদূৰ কি কি কাৰণত কাৰ কাৰ লগত আপোচ কৰিছে মই নাজানো—কিন্তু এইখন সমাজত, এই শাসন ব্যৱস্থা আৰু এই সমাজ ব্যৱস্থাত জীয়াই থাকিবৰ বাবেই কম-বেছি পৰিমাণে আপোচ নকৰাকৈ কোন আছে। লিখাৰ আৰম্ভণিৰে পৰা প্ৰতিষ্ঠানবিৰোধী লেখাকে মই নিৰন্তৰে তীব্ৰভাষাৰে লিখি থাকিও সেই সিদিনালৈকে তেনে প্ৰতিষ্ঠানৰ তলতেতো চৰকাৰী চাকৰি কৰি আছিলোঁ। সেইটোও এটা আপোচ। কিন্তু প্ৰয়োজনীয় আপোচ। যদিহে চৰকাৰী চাকৰি কৰিলোঁ বুলিয়েই মই চৰকাৰৰ দুৰ্নীতি অপকৰ্মৰ ভাগ ল'লোঁহেঁতেন, সমালোচনা নকৰিলোঁহেঁতেন, দায়িত্ব পালন নকৰিলোঁহেঁতেন তেতিয়াহে মোৰ দোষ হ'ব বোলে বেয়াকৈ আপোচ কৰিলে তেওঁ। গতিকে ডেকাই যদি তেনে কিবা আপোচ কৰিবলগীয়া হৈছে সেয়া নিন্দনীয় নহয় অপৰিহাৰ্য। বাহিৰততো তেনেকৈ প্ৰমাণো পোৱা নাই। কাৰণ মই মনে মনে ভাবি আছিলোঁ যে অসম আন্দোলনত পূৰ্ণ সমৰ্থন কৰা ডেকাই অগপ চৰকাৰৰ কোনো দোষেই নেদেখিব। কিন্তু দেখা গ'ল দুৰ্নীতিকাৰী অগপ চৰকাৰক, ৰাইজবিমুখ অগপ চৰকাৰক উৎখাত কৰাত অগ্ৰদূত গোষ্ঠীয়েও

কম মহাৰণ কৰা নাই। তেনেকৈ কংগ্ৰেছ চৰকাৰ হোৱাৰ পিছত বিশেষকৈ সেই চৰকাৰত নিজৰ ভাতৃ এজন থকাৰ পাছত মই মনে মনে ভাবিছিলোঁ যে এইবাৰ ডেকাই নিশ্চয় মতামত প্ৰকাশ কৰাত, চৰকাৰৰ দোষ সমালোচনা কৰাৰ ক্ষেত্ৰত হাত ধৰিব। যোৱা দুবছৰৰ ভিতৰত বহুত সম্পাদকীয় নিবন্ধত ডেকাই কঠোৰভাৱে কংগ্ৰেছ চৰকাৰ তথা চৰকাৰৰ মন্ত্ৰী-বিধায়ক-বিষয়াক সমালোচনা কৰিয়েই এৰা নাই সকীয়নিও দি আহিছে। অন্যহাতেদি ব্যক্তিগতভাৱে সপ্তাহত মোৰ নিজৰ দুটা স্তম্ভত মই যি চৰকাৰ, মন্ত্ৰী, বিধায়ক-বিষয়াৰ তীব্ৰ সমালোচনা কৰি আহিছোঁ তাতোতো তেখেতে সম্পাদক হিচাপে কাট-কুট্ কৰা নাই বা আওপাকেৰেও কোনো ইঙ্গিত বা নিৰ্দেশনা দিয়া নাই। তাৰ পৰিৱৰ্তে এইটো চৰকাৰৰ ছমাহ পূৰ হওতে তেখেতে এদিন টেলিফোনত কৈছিলেহে বোলে গোস্বামী, আপুনিও তেওঁলোকক ছমাহ সময় দিছিল যদিও ছমাহ উকলি গৈছে; তেতিয়া এই চৰকাৰৰো ব্যৰ্থতা, দুৰ্নীতি, অপকৰ্মৰ ওপৰত চোকা ভাষা প্ৰয়োগ কৰিবৰ হ'ল। আমি চৰকাৰৰ স্বাৰ্থত নাই, আমি আছোঁ ৰাইজৰ স্বাৰ্থতহে।

তেনেহ'লে ইমানৰ পিছতো আমি কি যুক্তিত কম যে ডেকাই কিবা ক্ষেত্ৰত বেয়াকৈ আপোচ কৰিছে বুলি?

কনকসেন ডেকাৰ সম্পৰ্কত নিশ্চয় তেখেতৰ প্ৰতিভা, সাহস, কৰ্মৰাজি আৰু গুণৰাশিৰ ওপৰত পৃথকে পৃথকে বস্তুনিষ্ঠ বিশদ আলোচনা আগবঢ়াব মই মাত্ৰ তেখেতৰ লগত থকা মোৰ ব্যক্তিগত সম্পৰ্ক আৰু লব্ধ অভিজ্ঞতাৰ ওপৰতহে এয়া চমু আভাস আগবঢ়ালোঁ। তথাপি মই শেষত এই কথা দৃঢ়তাৰে ঘোষণা কৰি থওঁ আৰু তেখেতেও ভালদৰে জানে যে যেতিয়াই যি মুহূৰ্ত্তে কিবা কাৰণত ডেকাই ৰাইজবিমুখ কাম কৰিবলৈ ধৰিব, চৰকাৰৰ লগত অহৈতুক আপোচ কৰিব বা আমাৰ খাৰাংখাচ বক্তব্য প্ৰকাশত লেকাম লগাব সেই মুহূৰ্ত্তৰ পৰাই মই তেখেতৰ লগত নাই। আকৌ কৈছোঁ মতান্তৰে মনান্তৰ নুবুজায়। ○

# কনকসেন ডেকাৰ সৈতে একুৰি এটা বছৰ

**বিপুল চন্দ্ৰ কলিতা**

কনকসেন ডেকা এগৰাকী প্ৰতিভাবান সাহিত্যিক আৰু সাংবাদিক। জীৱনৰ বিভিন্ন সময়ত তেখেতে নাটক, গল্প আদিও লিখিছে। কিন্তু আধুনিক অসমৰ আটাইতকৈ শক্তিশালী, স্পষ্টবাদী আৰু যুক্তিবাদী লেখক হিচাপে যদি কোনোবাই মোৰ পৰা কুৰিগৰাকী লেখকৰ নাম জানিব খোজে তেনেহ'লে প্ৰথম কুৰিগৰাকীৰ মাজত মই কনকসেন ডেকাৰ নাম নিঃসন্দেহে কৈ দিম। ওখ-পাখ, খীণ তনুৰ অধিকাৰী এইগৰাকী ব্যক্তিৰ অন্তৰত যে এগৰাকী শক্তিশালী মানুহ সোমাই আছে তাক ভাবিবই নোৱাৰি। অকাট্য যুক্তিবাদী মনেৰে তেখেতে লিখা ৰচনাশৈলীত চকু ফুৰালে তেখেতৰ যিটো শক্তিশালী ৰূপ আমাৰ মনত আহে তেতিয়াই মোৰ মনত পৰে ইব্ছেনে কোৱা সেইশাৰী আপ্তবাক্যলৈ; য'ত তেখেতে কৈছিল— "The strongest man in the world is the man who stands most alone." সঁচা অৰ্থত বহু সময়ত নিজে সম্পাদনা কৰা বাতৰি কাকতযোগে এইগৰাকী সাংবাদিকে অকলে যুঁজি নিজৰ শক্তিশালী স্বৰূপ দাঙি ধৰিছে অসমৰ লাখ লাখ পাঠকৰ মাজত। তেখেতৰ শক্তিশালী মানসিকতাৰ মূলতে হ'ল মানুহজনৰ স্বাধীনতাপ্ৰিয় মনটো। প্ৰকৃতাৰ্থত কনকসেন ডেকা স্বাধীন মানুহ। বিশ্ববিদ্যালয়ৰ পৰা উচ্চ শিক্ষা গ্ৰহণ কৰি ইচ্ছা কৰা হ'লে তেখেতে সেই সময়তে এটা উচ্চ পদৰ চাকৰি লৈ তথাকথিত ভোগবাদী জীৱন এটা আৰম্ভ কৰিব পাৰিলেহেঁতেন। কিন্তু সমাজৰ প্ৰতি থকা দায়বদ্ধতাক দোহাই দি তেখেতে চৰকাৰী পদৰ প্ৰতি কোনোদিনে লালায়িত নহৈ নিজাববীয়াকৈ 'অগ্ৰদূত' কাকত উলিয়াই কলমেৰে জীয়াই থাকিল। অকল তেখেতে নহয় নিজৰ পত্নী

আৰু ল'ৰা-ছোৱালীকো কোনো চাকৰিৰ প্ৰতি আগ্ৰহী নকৰি কাকতৰ কামতে জড়িত কৰি অইন এক আদৰ্শ প্ৰতিষ্ঠা কৰিছে। তেখেতৰ আন যিটো বিষয়ে মোক সদায় আকৰ্ষিত কৰি আহিছে, আলোড়িত কৰি আহিছে সেই বিষয়টি হ'ল অন্য দহজন সম্পাদকৰ দৰে কনকসেন ডেকা কোনো মালিকগোষ্ঠীৰ বেতন পোৱা সম্পাদক নহয়। তেখেত নিজ হাতে শ্ৰম কৰি প্ৰতিষ্ঠা কৰা বাতৰি কাকতৰহে সম্পাদক। সেই দৃষ্টিভঙ্গীৰ ফালৰ পৰা অন্য কাকতত সদ্যহতে থকাৰ দৰে মালিকগোষ্ঠীৰ প্ৰভাৱ তেখেতৰ ওপৰত নাই। তেখেত নিজেই কাকতৰ সম্পাদক আৰু স্বত্বাধিকাৰী। লক্ষ্যধৰ চৌধুৰীদেৱে সভা-সমিতিয়ে প্ৰায়ে কৈছিল— "আমাক মালিক সম্পাদক নালাগে; সম্পাদক মালিকহে লাগে। কনকসেন ডেকা প্ৰথমে সম্পাদক; পিছতহে মালিক।" চৌধুৰীদেৱৰ এই বক্তব্যই কনকসেন ডেকাৰ স্বাধীনচিতীয়া মনৰে প্ৰমাণ দিয়ে। কনকসেন ডেকাই আজি আমাৰ এশ্ৰেণীৰ সম্পাদকৰ দৰে আজি ইখন সংবাদপত্ৰ, কালি ইখন সংবাদপত্ৰৰ সম্পাদকৰ পদৰ বাবে ভ্ৰমি ফুৰিব লগা হোৱা নাই। নিজে প্ৰতিষ্ঠা কৰা কাকতত সম্পাদক হৈ আজি অজস্ৰজনক সংবাদ সেৱাৰ সুযোগ প্ৰদান কৰিব পাৰিছে তেখেতে। এহ ক্ষেত্ৰত কনকসেন ডেকা অন্য দহজন বাতৰি কাকতৰ সম্পাদকৰ মাজত ব্যতিক্ৰম।

কনকসেন ডেকা এক নিজস্ব দৰ্শনৰ অধিকাৰী। তেওঁৰ দৰ্শনৰ মূল ভেটি হ'ল গণপ্ৰীতি। ৰাইজক তেওঁ ভাল পায় প্ৰাণভৰি। নিপীড়িত, নিষ্পেষিত জনগণক সংবাদ সেৱাৰ মাধ্যমেৰে তেওঁ দিক্ নিৰ্দেশনা দিবলে সদায় প্ৰয়াস কৰিছে। সংবাদ সেৱা যদি এবিধ কলা হয় তেনেহ'লে সেই কলা জনগণৰ বাবেই হ'ব লাগিব। মনীষী ৰমা ৰ'লাই কোৱা "Art for the people and people for the art." বোলা আপ্তবাক্যশাৰীক এইগৰাকী ব্যক্তিয়ে সংবাদ পত্ৰৰ মাজেৰে সদায়ে এক চৰম সত্যৰূপে প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰি আহিছে। সংবাদ পত্ৰ হ'ল সমাজৰ কণ্ঠস্বৰূপ। সেই দৃষ্টিভঙ্গীৰে সমাজৰ সকলো সংকটক সজোৰে প্ৰতিফলিত কৰি জনগণৰ প্ৰতি সঁচা দায়বদ্ধতা পূৰণ কৰিবলৈ তেখেতৰ যত্নৰ যেন শেষ নাই! সংবাদ পত্ৰৰ জৰিয়তে জনগণৰ সেৱা কৰিব খোজাৰ মানসেৰেই ১৯৭১ চনৰ ১ ফেব্ৰুৱাৰীৰ দিনা 'অগ্ৰদূত' প্ৰকাশ কৰি সৌ তেতিয়াৰ পৰা আজিলৈ জনগণৰ স্বাৰ্থৰ হকে মাত মাতি আহিছে। এদিন মঙ্গলদৈৰ মাটিত জন্ম গ্ৰহণ কৰি পিছত মালিগাঁৱত থিতাপি লৈ 'অগ্ৰদূত' এতিয়া গণেশগুৰিত এক বটবৃক্ষৰ ৰূপ লৈছে। আজি কনকসেন ডেকাৰ একক প্ৰচেষ্টাত অগ্ৰদূত ভৱনৰ পৰা 'তিনিদিনীয়া অগ্ৰদূত', 'দৈনিক অগ্ৰদূত', 'অকণিৰ অগ্ৰদূত', 'শ্ৰীময়ী', 'চিচিংফাক' আদি

কেবাখনো কাকত, আলোচনী প্ৰকাশ পাই থকাটো নিঃসন্দেহে এক গৌৰৱৰ বিষয়। প্ৰসঙ্গক্ৰমে উল্লেখ কৰি থ'ব খুজিছোঁ যে ১৯৭১ চনৰ ১ ফেব্ৰুৱাৰীৰ পৰা এই নিবন্ধ লিখাৰ সময়লৈ 'তিনিদিনীয়া অগ্ৰদূতে' ৩৩তম প্ৰতিষ্ঠা দিৱস অতিক্ৰম কৰিব পৰাটো অসমৰ সংবাদ পত্ৰ জগতৰ বাবে আন এক গৌৰৱৰ বিষয়। তাহানি 'জোনাকী'ৰ পাতত চন্দ্ৰকুমাৰ আগৰৱালাই 'অসমীয়া বাতৰি কাকতৰ জীৱন কচুপাতৰ পানী' বুলি আক্ষেপ কৰিছিল। কিন্তু অন্য কেইখনমান বাতৰি কাকতৰ লগতে কনকসেন ডেকাৰ তিনিদিনীয়া অগ্ৰদূতেও প্ৰমাণ কৰিলে যে অসমীয়া সংবাদ পত্ৰৰো একোটা দীৰ্ঘ জীৱন আছে। কনকসেন ডেকাই অসমৰ ৰাইজক বুজি পাইছে আৰু ৰাইজেও তেখেতক বুজি পায়, ভাল পায়। আৰু তাৰেই ফলশ্ৰুতিত অসম্ভৱ জনপ্ৰিয়তাৰে তেখেতৰ সংবাদ সেৱা ৰাইজৰ নিবিড় সান্নিধ্যলৈ গুচি গৈছে।

কনকসেন ডেকাৰ নিৰ্ভীক কণ্ঠ আমাৰ বাবে শ্ৰদ্ধাৰ বিষয়। খুব সম্ভৱ তেখেতৰ দৰে ক্ষুৰধাৰ শক্তিশালী লেখনি আমাৰ কমসংখ্যক সাংবাদিকেহে উপহাৰ দিব পাৰিছে। সাংবাদিক-সম্পাদক হিচাপে সো ১৯৭১ চনৰ পৰা আজিলৈ তেখেতে ভালেমান জাতীয় আৰু ৰাষ্ট্ৰীয় সমস্যাৰ সন্মুখীন হ'ব লগা হৈছে। সঁচা অৰ্থত তেখেতৰ সাংবাদিক জীৱন সোণালী কাৰ্পেটৰ দৰে মসৃণ নহয়। অনেক ঘাত-প্ৰতিঘাতৰ মাজেৰে তেখেতে সাংবাদিক জীৱন অতিক্ৰম কৰিব লগা হৈছে। কিন্তু কোনো ক্ষেত্ৰতে, কোনো দিনে জনগণৰ পক্ষৰ পৰা আঁতৰি অহা নাই। কিম্বা চৰকাৰী পক্ষ লৈ সুবিধাবাদী নীতি গ্ৰহণ কৰা নাই। ১৯৭১ চনৰ ১ ফেব্ৰুৱাৰীত 'অগ্ৰদূতে' জন্ম গ্ৰহণ কৰাৰ পিছতে অৰ্থাৎ ১৯৭২-৭৩ চনত অসমত গঢ়ি উঠিছিল বিশ্ববিদ্যালয়ৰ মাধ্যম আন্দোলন। অসমৰ ছাত্ৰ সমাজৰ দ্বাৰা পৰিচালিত এই মাধ্যম আন্দোলনত অসমৰ স্বাৰ্থ সুৰক্ষাৰ বাবে কনকসেন ডেকাই যি বলিষ্ঠ ভূমিকা গ্ৰহণ কৰিছিল তাক অসমৰ সংবাদ পত্ৰই পাহৰি যাব নোৱাৰে। সেইদৰে ১৯৭৫ চনৰ জৰুৰীকালীন অৱস্থা ঘোষণা, ১৯৭৭ চনৰ ভাৰতৰ সাধাৰণ নিৰ্বাচনত ৰাজনৈতিক দৃশ্যপটৰ সলনি হোৱা ঘটনাত, ১৯৭৯ চনৰ ৮ জুনৰ পৰা ১৯৮৫ চনৰ ১৫ আগষ্ট তাৰিখে 'অসম চুক্তি' সম্পাদনৰ দ্বাৰা পৰিসমাপ্তি ঘটোৱা অসমৰ বিদেশী নাগৰিক চিনাক্তকৰণ আৰু বহিষ্কাৰৰ আন্দোলন, ১৯৮৫ চনত প্ৰথমবাৰৰ বাবে সৰ্বভাৰতীয় ৰাজনৈতিক দলৰ বিপৰীতে অসমত আঞ্চলিক দলৰ দ্বাৰা ক্ষমতা লাভ কৰালৈ সকলোবোৰ গুৰুত্বপূৰ্ণ ঘটনাৱলীত এগৰাকী ক্ষুৰধাৰ সাংবাদিক হিচাপে জনগণৰ পক্ষত থাকি মহৎ ভূমিকা পালন কৰি আহিছে এইগৰাকী সাংবাদিকে। ভালটোক ভাল বুলি ক'বলৈ

আমাৰ এইগৰাকী সাংবাদিকৰ যিদৰে আছে এক উদাৰতা সেইদৰে বেয়া এটাক বেয়া বুলি ক'বলৈও তেখেতৰ আছে দুর্জয় সাহস। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত অসমৰ লক্ষ লক্ষজনৰ মুক্ত কণ্ঠক শ্ৰদ্ধাৰে নিজৰ কাকতত স্থান দিছিল সঁচা। কিন্তু অসমৰ ছাত্ৰ সমাজে যেতিয়া ক্ষমতাৰ ৰাগীত কেৱল ভোগবাদী ৰাজনৈতিক বন্যাত উটি যাবলৈ ধৰিলে তেতিয়া জনগণৰ প্ৰতি থকা সঁচা দায়বদ্ধতাক স্বীকাৰ কৰি কনকসেন ডেকাই ক্ষুৰধাৰ কলম তুলি লৈছিল যুব-ৰাজনীতিকসকলৰ বিৰুদ্ধে। ফলত তেখেত বোৱত পৰিল অসমৰ আঞ্চলিক ৰাজনৈতিক নেতা এচামৰ। কনকসেন ডেকাৰ দোষ হ'ল ৰাইজৰ পক্ষ লোৱাটো। সেই একেদৰে ১৯৮৩ চনত অনুষ্ঠিত হোৱা অবৈধ নিৰ্বাচনত জুয়ে পোৰা অসমত অসমীয়া জনগণৰ পক্ষ লৈ কাকতত শক্তিশালী কণ্ঠ নিগৰোৱা বাবে তেতিয়াৰ কংগ্ৰেছ চৰকাৰে কনকসেন ডেকাৰ সংবাদ পত্ৰ বন্ধ কৰিবৰ বাবে বিজ্ঞাপন দিয়াৰ পৰা বিৰত আছিল। বাৰে বাৰে কনকসেন ডেকাৰ ওপৰত চৰকাৰী নিৰ্যাতন চলোৱা হৈছে, বাৰে বাৰে চৰকাৰে এইগৰাকী প্ৰবীণ সংবাদিকক গ্ৰেপ্তাৰ কৰিছে, চৰকাৰী সমৰ্থকৰ দ্বাৰা 'অগ্ৰদূত' কাকতৰ হেজাৰ হেজাৰ কপি দাহ কৰা হৈছে। তথাপি কনকসেন ডেকাৰ কণ্ঠ ৰোধ কৰিবলৈ কোনো পক্ষ সফল নহ'ল। তেখেতৰ নিৰ্ভীক আৰু স্পষ্টবাদী সম্পাদকীয়ই বাৰে বাৰে পৰাজিত কৰিছে শত্ৰুপক্ষক। এই ক্ষেত্ৰত কনকসেন ডেকাৰ 'অগ্ৰদূত'ক সৌ তাহানি জাৰৰ শাসনতন্ত্ৰৰ বিৰুদ্ধে গঢ়ি উঠা বলশ্বেভিক আন্দোলনৰ সময়ত ভি. আই. লেনিনৰ সম্পাদনাত প্ৰকাশ পোৱা 'ইস্ক্ৰা' নামৰ সংবাদ পত্ৰখনৰ সৈতে তুলনা কৰিবৰ মন যায়। লেনিনৰ সম্পাদনাৰ 'ইস্ক্ৰা' নামৰ কাকতখন য'তেই পৰিছিল তাতেই জাৰৰ অত্যাচাৰী শাসনৰ বিৰুদ্ধে যুঁজিবলৈ সাধাৰণ বিপ্লৱীসকলে প্ৰেৰণা পাইছিল। 'ইস্ক্ৰা' ৰুচ শব্দৰ অৰ্থ হ'ল জুইৰ 'ফিৰিঙতি'। তদনুৰূপ কনকসেন ডেকাৰ 'অগ্ৰদূতে'ও আজি ন্যস্ত স্বাৰ্থক নস্যাৎ কৰাৰ বাবে ৰাইজক দিয়ে শক্তি আৰু উৎসাহ। খুব সম্ভৱ কনকসেন ডেকাই প্ৰথম সাংবাদিক যিগৰাকী সাংবাদিকে সৰ্বপ্ৰথমবাৰৰ বাবে অসমৰ সংযুক্ত মুক্তি বাহিনীৰ প্ৰতি গঠনমূলক সমালোচনা আগবঢ়াই তেওঁলোকৰ 'স্বাধীন অসম'ৰ বিষয়টিক অধিক আলোচনাৰ বিষয়ৰূপে জনগণৰ পাদপ্ৰদীপলৈ লৈ আহিছিল। 'আলফাৰ স্বাধীন অসম' নামৰ গ্ৰন্থৰ দ্বাৰা এফালে এইগৰাকী সাংবাদিকে নিজৰ সামাজিক দায়বদ্ধতাৰ পৰিচয় দিছে আৰু নৱ-প্ৰজন্মক যুক্তিৰ আধাৰত নতুন সমাজ গঢ়িবলৈ কৈ সাম্প্ৰতিক সময়ত সশস্ত্ৰ সংগ্ৰামতকৈ অৰ্থনৈতিক স্বাধীনতাৰ যে প্ৰথম প্ৰয়োজন তাক যুক্তিৰে কৈছে। আজিও অসমৰ এশ এবুৰি সমাধানহীন সমস্যাৰ (Vexed problem) ক্ষেত্ৰত

কনকসেন ডেকাই নিজৰ অকাট্য যুক্তিৰে শক্তিশালী কণ্ঠ নিগৰাই আছে অজস্র বিষয়ত—সেয়া অসমৰ জটিল গোষ্ঠী দ্বন্দ্বই হওক কিম্বা উগ্রপন্থীৰ সমস্যাই হওক নতুবা অসমৰ অৰ্থনৈতিক স্বাধীনতাৰ বিষয়ে হওক নতুবা জাতীয় উত্তৰণত আহু, অসম সাহিত্য সভাৰ ভূমিকাৰ বিষয়েই হওক।

'ৰাষ্ট্রীয় নাগৰিক' সন্মানেৰে সন্মানিত, চিন্তাশীল শক্তিশালী লেখক, যাৰ প্রতিটো লেখনিত কনকৰ জ্যোতি প্রদীপ্তমান, সেইগৰাকী চিৰনমস্য পুৰুষ কনকসেন ডেকাৰ প্রতি আনুষ্ঠানিক সম্বৰ্ধনাৰ লগতে এক অভিনৱ অভিনন্দন গ্রন্থ প্রস্তুত কৰিবলৈ তেখেতৰ অজস্র গুণমুগ্ধ লোক আগবাঢ়ি অহাটো পৰম গৌৰৱৰ বিষয়। আজিৰ এই মাহেন্দ্র ক্ষণত অসমীয়া সংবাদ জগতৰ অন্যতম অগ্রদূত, অসমৰ শ্রেষ্ঠ যুক্তিবাদী লেখক, অসমীয়া জাতিৰ সংকটকালত অম্বিকাগিৰিৰ দৰে সততে চিন্তাশীল কণ্ঠ নিগৰোৱা কনকসেন ডেকালৈ মোৰ পৰা জনালোঁ অজস্র প্রণিপাত। তেখেতৰ সমগ্র সাহিত্য আৰু সংবাদ চেতনা কনকসেনীয় চিন্তাৰূপে আমাৰ মাজত জ্যোতিষ্মান হৈ ৰওক। ○

# অভিনেতা হিচাপে কনকসেন ডেকা

উপেন্দ্ৰ নাথ শৰ্মা

১৯৬০ চনৰ জুলাই মাহত মই যেতিয়া ছয়গাঁও শিক্ষা মণ্ডলত বিদ্যালয় সহ-পৰিদৰ্শক হিচাপে কামত যোগদান কৰিছিলোঁ তেতিয়াই আকস্মিকভাৱে বন্ধুবৰ কনকসেন ডেকাৰ সংস্পৰ্শলৈ আহোঁ। দুয়োৰো বয়স প্ৰায় সমান যদিও তেতিয়ালৈকে তেখেত বিবাহ বান্ধোনত সোমাই পৰা নাছিল। মোৰ বিয়া হৈছিল যদিও চাকৰি জীৱনত কৰ্মস্থলীলৈ মোৰ স্ত্ৰীক কোনোদিনেই নিয়াৰ অৱকাশ নেপালোঁ। সেয়েহে স্কুল পৰিদৰ্শনত বাদে বাকীখিনি সময় মই নিজকে অন্য কামত নিয়োগ কৰিবৰ সুবিধা পাইছিলোঁ। ছয়গাঁৱৰ সামাজিক কামত মই নিজকে ব্যস্ত ৰাখিছিলোঁ।

ডেকা ডাঙৰীয়াৰ সৈতে মোৰ বন্ধুত্ব গঢ়ি উঠিল যদিও তেখেতৰ চিন্তাধাৰাৰ লগত মোৰ মিল নাই। মই অনুভৱ কৰিছিলোঁ তেখেত যেন মাৰ্ক্সীয় দৰ্শনৰ দ্বাৰা উদ্বুদ্ধ, ক্ষুৰধাৰ সমালোচক আৰু এগৰাকী সমাজ সচেতন ব্যক্তি। ইংৰাজী, বাংলা, হিন্দী আদি ভাষাৰ কিতাপ পঢ়ি তেখেতে ভাল পায়। সেই সময়ত তেখেতে ছয়গাঁও উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰিছিল। প্ৰধান শিক্ষক স্বৰ্গীয় পূৰ্ণ অধিকাৰীদেৱে তেখেতক ভূয়সী প্ৰশংসা কৰাৰ কথা এতিয়াও মোৰ মনত আছে।

কনকসেন ডেকা এগৰাকী সুবক্তা। মিঠা মিঠা কথাৰে তেখেতে চৰকাৰক সমালোচনা কৰিব জানে। এবাৰ এখন ৰাজহুৱা সভাত তেখেতে আমোলাসকলক এনেকৈ গালি সোধালে যে আমি সেই সভাৰ পৰা ওলাই আহিবৰ সুৰুঙা বিচাৰিবলগীয়া হৈছিল।

বন্ধুবৰ ডেকা সেই সময়ৰ পৰাই সাহিত্যিক। ড° বীৰেন্দ্ৰ কুমাৰ

ভট্টাচাৰ্যকে ধৰি সেই সময়ৰ ভালেমান অসমীয়া সাহিত্যিকৰ লগত তেখেতৰ সু-সম্পৰ্ক আছিল। বিখ্যাত মনীষী বাৰ্ণাৰ্ড শ্বক তেখেতে বিশেষভাৱে শ্ৰদ্ধা কৰিছিল। সেই সময়ত তেখেতে কেবাখনো নাটক লিখিছিল আৰু মোক দেখুৱাইছিল। মই উপলব্ধি কৰিছিলোঁ—নাটকৰ বিষয়বস্তুসমূহ দৈনন্দিন, বাস্তৱধৰ্মী আৰু সৰ্বসাধাৰণৰ মন পৰশি যোৱা বিধৰ। নাটকবোৰ লিখোঁতে তেখেতে কাৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল মই ক'ব নোৱাৰোঁ। কিন্তু এইটো ঠিক যে তেখেতে কেৱল ভাৰতীয় প্ৰাচীন নাট্যশাস্ত্ৰৰ দ্বাৰাই অনুপ্ৰাণিত হোৱা নাছিল। কাৰণ ভৰত মুনিৰ নাট্যশাস্ত্ৰ ধৰ্মীয় শিক্ষা দানতে সীমাবদ্ধ আছিল।

অসম বুৰঞ্জীৰ পাত লুটিয়ালে ৰাজেশ্বৰ সিংহৰ দিনত ৰাৱণ বধ, গৌৰীনাথ সিংহৰ দিনত পদ্মাৱতী হৰণ, কামেশ্বৰ সিংহৰ দিনত ৰুক্মিণী হৰণ আদি নাটকৰ ভাওনাৰ উল্লেখ পোৱা যায়। ৰজাঘৰীয়া পৃষ্ঠপোষকতাত অম্বৰাসুৰ-বধ, কুমৰ হৰণ, ধৰ্মোদয়, কাম কুমাৰ হৰণ, শংখচূড় বধ আদি নাটক মঞ্চস্থ কৰা হৈছিল। ডেকা ডাঙৰীয়া এইবোৰৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা কথা আমাৰ দৃষ্টিগোচৰ হোৱা নাই। তেখেতে পাশ্চাত্য নাট্যকাৰসকলৰ প্ৰতিহে আকৰ্ষিত হৈছিল। ইব্‌চেনৰ কালত বাস্তৱবাদৰ জন্ম হোৱা কথা সকলোৰে জ্ঞাত। পাশ্চাত্যৰ মঞ্চ জগতত এটা সময়ত ঘাইকৈ প্ৰকৃতিবাদ (naturalism) আৰু বাস্তৱবাদে (realism) সুকীয়া আসন লাভ কৰিছিল। ইংৰাজ নাট্যকাৰ জন অচবৰ্ণে 'লুক বেক ইন্ এংগাৰ' নামৰ নাটখনিতে জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হৈছিল। নাটকখনৰ যোগেদি ৰুগ্ন বিকাৰগ্ৰস্ত মানসিকতাৰে কৰা ব্যৱস্থাপনাক তীব্ৰ কটাক্ষ কৰা হৈছে। ডেকা ডাঙৰীয়া আৰ্ণল্ড ওৱেকাৰ, জে. লিটিলউড, ডিল্যানিকে ধৰি কাৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল ক'ব নোৱাৰোঁ। কিন্তু তেখেতৰ একাংকিকাত এটা নিজস্ব ভঙ্গী আছিল। অতি সহজভাৱে সমাজখনক সুশৃংখলৰূপে চলাই নিয়াটোকেই বোধহয় তেখেতে কামনা কৰিছিল।

নাট্য চৰ্চা সম্পৰ্কে আলোচনা কৰাৰ পূৰ্বে আমি আমাৰ অতীতলৈ উভতি চাব লাগিব। অসমীয়া নাট্য আন্দোলনৰ ইতিহাস বেছি পুৰণি নহয়। ১৯০০ চনত পাঠশালাত সন্ত চৌধুৰীয়ে পোনপ্ৰথমে এটা নাট্যদল গঠন কৰে আৰু বাংলা নাটকৰ পৰা অনুবাদ কৰি কেইখনমান নাটক মঞ্চস্থ কৰিবলৈ লয়। শিলাৰ ব্ৰজ শৰ্মাই ১৯২১ চনতেই শিলা বালিকা অপেৰা পাৰ্টি খুলি বাংলা নাট মঞ্চস্থ কৰিছিল, ১৯৩০ চনত তেওঁৱেই পুনঃ আসাম কোহিনুৰ থিয়েটাৰ পাৰ্টি গঠন কৰি অসমীয়া নাট মঞ্চস্থ কৰিবলৈ লয়। ব্ৰজ শৰ্মাই ১৯৩১ চনত ইউনিয়ন কোহিনুৰ অপেৰা পাৰ্টি নামেৰে এটা যাত্ৰা দল গঠন কৰি পোন প্ৰথমবাৰৰ বাবে স্ত্ৰী চৰিত্ৰত

ছোবালীক অভিনয় কৰিবলৈ দিয়ে। ইয়াৰ পূৰ্বে যাত্ৰা দলত ল'ৰাই স্ত্ৰীৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। মঞ্চত মাইক আৰু আলোকৰ ব্যৱস্থা হোৱা নাছিল। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিতত নাটক লিখি মঞ্চস্থ কৰাটো দুঃসাহসিক কাম। কনকসেন ডেকাই তেনে কামতেই হাত দিছিল আৰু মই ভাবোঁ কৃতকাৰ্যও হৈছিল। পিছলৈ সংবাদ সেৱাৰ অদমনীয় হেঁপাহে নাটক লিখাৰ পথত বোধহয় হেঙাৰৰূপে থিয় হ'ল।

শিক্ষাবিদ Mr. Nunnএ ২১/২২ বছৰকাল ব্যয় কৰি এখনেই কিতাপ লিখি বিশ্ববিখ্যাত হৈছিল। তেনে এক দৃষ্টিকোণেৰে বিচাৰ কৰি চালে ডেকায়ো বহুকেইখন নাটক লিখা নাই যদিও তেখেতৰ প্ৰকাশিত 'একাংক পঞ্চমা' নামৰ নাট্য সংকলনৰ কমসংখ্যক নাটকৰ পৰা তেখেতৰ নাট্য প্ৰতিভা সম্পৰ্কে আলোচনা কৰিব খুজিছোঁ।

নাট্যকাৰ হিচাপে তেখেতে আমাৰ সমাজত দৈনন্দিন ঘটি থকা অতি সৰু ঘটনা কিছুমানকে নাটকৰ উপজীৱ্য হিচাপে গ্ৰহণ কৰা দেখা যায়। দুৰ্নীতি আৰু ভণ্ডামিয়ে আমাৰ সমাজখনক ছানি ধৰা অভেদ্য প্ৰাচীৰ ভাঙি ওলাই অহাটো সমাজৰ বুদ্ধিজীৱীসকলৰ দায়িত্ব বুলি ডেকাই বিশ্বাস কৰে। সাধাৰণ পৰিঘটনা এটাক নাটকৰ বিষয়বস্তু হিচাপে লৈ তাক ধুনীয়াকৈ সজাই পৰাই নাটকীয় ৰূপ দিবলৈ চেষ্টা কৰে। সুস্থ দৃষ্টি আৰু মননশীলতাই তেখেতৰ নাটক বাস্তৱ কৰি তোলে। তেখেতৰ বৰ্ণিত কাহিনী অতি নাটকীয়, নাটকখন চাই থাকিলে সেইখন নাটক নে এক বাস্তৱ ঘটনা ঠাৱৰ কৰা টান হৈ পৰে।

সামাজিক নাটকত তেখেত এগৰাকী সফল অভিনেতা। ইমান স্বাভাৱিকৰূপে তেওঁ বচনবোৰ মাতি যায়— দৰ্শকে ভাবিবলৈ বাধ্য হয় তেখেতে যেন মঞ্চত বচনবোৰ কোৱা নাই, বাস্তৱতহে কৈ গৈছে। তেখেতে বিশ্বাস কৰে মঞ্চত এগৰাকী অভিনেতাই নিজকে নাট্যকাৰৰ কোনো এক কল্পিত চৰিত্ৰলৈ ৰূপান্তৰিত হোৱাটো অত্যন্ত লাগতিয়াল কথা, তেতিয়াহ'লেহে সফল অভিনেতা হিচাপে স্বীকৃতি পায়। এয়া নাটকৰ ব্যাকৰণ। ডেকা ডাঙৰীয়াই তেনে ভাবেৰেই উদ্বুদ্ধ হৈ মঞ্চত প্ৰৱেশ কৰে। আজিকালি বিজুলী চমকেৰে নাটকৰ গতি নিয়ন্ত্ৰণ কৰা হয়। সেই সময়ত অৰ্থাৎ তেখেতে নাটকত অভিনয় কৰাৰ সময়ত মঞ্চত বিজুলী-বাতিৰ চমক নাছিল বাবে অঙ্গ সঞ্চালন আৰু সংলাপৰ ওপৰত অধিক গুৰুত্ব দিয়া হৈছিল।

ডেকা ডাঙৰীয়াৰ নাট্য চৰ্চাৰ বিষয়ে আলোচনা কৰাৰ প্ৰাক মুহূৰ্তত একাংকিকা নাটক সম্পৰ্কে আলোচনা কৰাটো অপ্ৰাসঙ্গিক নহ'ব বুলি ভাবিয়েই

ইয়াত কিছু কথা কোৱাটো সমীচীন বুলি ভাবিছোঁ। একাংকিকা নাটকৰ স্বৰূপ বিশ্লেষণ কৰিবলৈ হ'লে সংস্কৃত নাটক বা ৰূপকৰ সম্যক ধাৰণা থাকিবই লাগিব। দৃশ্য কাব্য বা ৰূপকত এজনে কৰা কামক আন এজনে অনুভৱ কৰি দৰ্শকসকলৰ সন্মুখত ৰূপদান কৰে। সংস্কৃত নাটকত আঙ্গিক, ভাৱিক, আচাৰ্য আৰু সাত্ত্বিক এই চাৰি প্ৰক্ৰিয়াৰ সমন্বয়তহে অভিনয় কাৰ্য সম্পন্ন হয়। সংস্কৃত নাটকৰ কেইটামান দিশ মন কৰিবলগীয়া। নান্দী শ্লোক বা স্তুতি বচনৰ পিছত নাটকৰ বিষয়বস্তু সম্পৰ্কে সূত্ৰধাৰে কৈ যায়। তাৰ পিছত সূত্ৰধাৰ আৰু বিদূষকৰ কথোপকথনৰ যোগেদি কোনে মঞ্চত প্ৰৱেশ কৰিব তাৰ সূচনা কৰে। অংকীয়া নাটতো সূত্ৰধাৰ আৰু সঙ্গীৰ কথোপকথনৰ আঁত ধৰি মঞ্চত চৰিত্ৰৰ প্ৰৱেশ ঘটে। অংকীয়া নাটত বীৰ ৰস আৰু শৃংগাৰ ৰসৰ প্ৰাধান্য থাকে। অংকীয়া নাট বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ এক আহিলা হোৱা হেতুকে তাত ভক্তি ৰসৰ প্ৰাবল্য অধিক। শ্ৰীমন্ত শংকৰদেৱৰ অংকীয়া নাটত সাধাৰণতে চাৰিটা ভাগ থাকে—নান্দী, গীত, ভটিমা আৰু সূত্ৰধাৰ অথবা চৰিত্ৰসমূহৰ মুখৰ সংলাপ। সংস্কৃত নাটক আৰু অংকীয়া ভাওনাত পৰিণতিসহ এটা ধৰ্মমূলক কাহিনীৰ সম্পূৰ্ণ বিৱৰণ থাকে। কিন্তু একাংকিকা নাটকত দৃশ্যপট পৰিৱৰ্তন নকৰাকৈ নাট পৰিৱেশন কৰা হয় আৰু সংলাপত অধিক গুৰুত্ব দিয়া হয়। বিষয়বস্তুৰ ক্ষেত্ৰত ধৰা বন্ধা নিয়ম নাথাকে।

একাংকিকা নাট পোনপ্ৰথমে অসমীয়া ভাষাত কোনে লিখি উলিয়ালে সঠিকভাৱে কোৱা টান। ড° মহেশ্বৰ নেওগৰ মতে কুৰি শতিকাৰ চতুৰ্থ দশকত স্বৰ্গীয় লক্ষীধৰ শৰ্মাদেৱে ৰচনা কৰা 'প্ৰজাপতিৰ ভুল' প্ৰথম অসমীয়া একাংকিকা নাট। এইটোও ঠিক যে ডেকাই একাংকিকা লিখা সময়ত অৰ্থাৎ ষাঠিৰ দশকত ই চালুকীয়া অৱস্থাতে আছিল।

১৯৬১ চনৰ কথা। প্ৰাথমিক শিক্ষাৰ নৱৰূপদান আঁচনিত সমগ্ৰ অসমতে আলোচনা চক্ৰ অনুষ্ঠিত কৰা হৈছিল। সেই সময়ত মই ছয়গাঁও মণ্ডলৰ বিদ্যালয় সহপৰিদৰ্শক হেতুকে আলোচনা চক্ৰত সঞ্চালক নিযুক্ত হৈছিলোঁ। ডেকা ডাঙৰীয়াক একাংকিকা নাট এখন মঞ্চস্থ কৰিবলৈ দায়িত্ব দিয়াত তেখেত সন্মত হ'ল। ৰাতিৰ ভিতৰতে এখন নাটক লিখি উলিয়াই আখৰা আৰম্ভ কৰিলে আৰু এদিন আখৰা চাবলৈ মোক আখৰা গৃহলৈ মাতি পঠিয়ালে। সেইখন নাটকতে মোক এজন প্ৰৌঢ় গাঁৱলীয়া লোকৰ চৰিত্ৰত অভিনয় কৰিবলৈ বাধ্য কৰালে। তেখেত অৰ্থাৎ নাট্যকাৰ আৰু পৰিচালক, নিজে ৰেষ্টোৰা এখনৰ মালিকৰ ভাৱত অৱতীৰ্ণ হ'ল। স্ত্ৰী চৰিত্ৰটো কৌশলগতভাৱে যৱনিকাৰ আঁৰত ৰখা হ'ল। নাটকৰ ঘটনাটো এনে ধৰণৰ :

এদিন এজন গভাইত চোৰ তথা প্ৰতাৰকে ঘৰত মতা মানুহ নথকাৰ সুযোগ লৈ এগৰাকী আদহীয়া তিৰোতাৰ পৰা সোণৰ অলংকাৰখিনি সৰকালে। কিছু সময় পিছত গিৰিহঁত আহি যেতিয়া গম পালে যে প্ৰতাৰকজনে তেওঁৰ সৰ্বস্ব লুট কৰিলে, তেওঁ বিচাৰি বিচাৰি এখন ৰেষ্টোৰাত চাহ পান কৰি থকা অৱস্থাত লগ পালেগৈ। লগে লগে তাক ধৰি পঞ্চায়তক শোধাই দিলে। স্থানীয় আৰক্ষী বিষয়াকো সাক্ষী হিচাপে ৰখা হ'ল। বিচাৰত ৰায় দিয়া হ'ল— ঠগৰ জিম্মাত থকা আটাইখিনি মালবস্তু বাজেয়াপ্ত কৰা হওক আৰু তাক জোতাৰ মালা পিন্ধাই দি সৰু গাঁওখনৰ আলিয়ে আলিয়ে ঢোল, দগৰ, ভোৰতাল বজাই শোভাযাত্ৰা কৰা হওক। এয়াই নাটকৰ মূল বিষয়বস্তু। নাটকত ডেকা আৰু মই অভিনয় কৰি ৰাইজৰ প্ৰশংসা বুটলিবৰ সক্ষম হৈছিলোঁ। কোনোবা এগৰাকী সদাশয় দৰ্শকে মোক পুৰস্কৃতও কৰিছিল। নাটখনৰ যোগেদি সৰল গাঁৱলীয়া জীৱনৰ এখন প্ৰতিচ্ছবি দাঙি ধৰাত নাট্যকাৰ সফল হৈছিল।

ডেকাৰ দৰে এজন ৰসিক লোকৰ সৈতে আৰু অভিনয় কৰাৰ আকাংক্ষা আছিল যদিও সেয়া অপূৰ্ণ হৈয়েই ৰ'ল। পুনৰ তেখেতক সহ অভিনেতা হিচাপে পাবলৈ মনে-প্ৰাণে বাঞ্ছা কৰিছিলোঁ। বৰ্তমান তেখেতৰ লিখাবোৰৰ মাজত যেতিয়া এগৰাকী বিশাল ব্যক্তিত্বসম্পন্ন লোকক বিচাৰি পাওঁ তেতিয়া অন্তৰত অনুভৱ কৰোঁ এক অনাবিল আনন্দ। ❍

# অসমৰ সাংবাদিকতাৰ আদৰ্শ স্তম্ভ ঃ কনকসেন ডেকা

কনক চন্দ্ৰ শৰ্মা

'অগ্ৰদূত'ৰ প্ৰতিষ্ঠাতা সম্পাদক কনকসেন ডেকা। 'অগ্ৰদূত' মানে পষেকীয়া সংবাদ-পত্ৰৰ পৰা ক্ৰমে সাপ্তাহিক, তিনিদিনীয়া আৰু 'দৈনিক অগ্ৰদূত'লৈকে। এতিয়া 'তিনিদিনীয়া অগ্ৰদূত' আৰু 'দৈনিক অগ্ৰদূতে' অসমৰ চুকে-কোণে, গাঁৱে-ভূঞে আৰু নগৰ-মহানগৰতে সৰ্বাধিক জনপ্ৰিয়তাৰ বাৰ্তা কঢ়িয়াই লৈ এইগৰাকী যশস্বী আৰু সংগ্ৰামী সম্পাদকৰে অনন্য কৃতিত্ব বহন কৰি আছে। তেওঁ লিখিছিল ঃ "সংবাদ-পত্ৰৰ আৰম্ভণিতে মালিকসকলেই আছিল একাধাৰে সম্পাদক, বিজ্ঞাপন সংগ্ৰাহক, চাৰ্কুলেচন মেনেজাৰ আৰু পাৰ্চনেল মেনেজাৰ।...... বহু মালিক সম্পাদকে যথেষ্ট কৃতিত্বৰ পৰিচয় দিছে; আকৌ বহুত মালিক সম্পাদক আচলতে মালিক বুলিয়েই সম্পাদক হ'ব পাৰিছে।" ['সাংবাদিকৰ মুখ্য দায়িত্ব ঃ সেৱা আৰু বৃত্তি' ঃ অসমৰ বাতৰিকাকত-আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস-পৃঃ ৫২৫।] ইয়াত যেন তেওঁ নিজৰ অভিজ্ঞতাৰ কথাই লিখিছিল। অৰ্থাৎ তেওঁ মালিক বাবেই সম্পাদক নহয়। সংগ্ৰাম, নিৰৱচ্ছিন্ন গতি, জ্ঞান আৰু চিন্তাৰ ব্যৱহাৰিক প্ৰয়োগ আৰু অবিৰত কৰ্মৰ মাজেদি সংবাদজগতত একক প্ৰচেষ্টাৰে সংবাদসেৱাক বৃত্তি হিচাপে লৈ তেওঁ এই সংবাদ-পত্ৰ প্ৰতিষ্ঠা কৰি নিজক প্ৰতিষ্ঠিত কৰাই নহয়, এইখন সংবাদ-পত্ৰৰে অসমৰ সাহিত্য, সমাজ, ৰাজনীতি আৰু অৰ্থনৈতিক দিশবোৰত প্ৰভূত অৱদান আগবঢ়াইছে। পষেকীয়াৰ পৰা সাপ্তাহিক, সাপ্তাহিকৰ পৰা তিনিদিনীয়া আৰু এতিয়া তিনিদিনীয়াৰ পৰা 'দৈনিক

অগ্ৰদূত' ৰূপেও অগ্ৰদূতক এক অনন্য স্তৰলৈ উত্তৰিত কৰি দুয়োখন কাকতৰে সৰ্বদিশৰ সম্পাদনাৰ গুৰুদায়িত্ব বহন কৰিছে। তেওঁ কেৱল মালিক সম্পাদক নহয়; 'অগ্ৰদূত' আৰু সম্পাদক কনকসেন ডেকা একাৰ্থক বা সমাৰ্থক-অবিভাজ্য।

সংবাদ-পত্ৰৰ সাম্প্ৰতিক জন্ম বা সৃষ্টিৰ সম্পৰ্ক বৰ্তমান গভীৰ চিন্তা আৰু উপলব্ধিৰ বিষয়। বহুসংখ্যক অসমীয়া দৈনিক কাকত ওলাই আছে। তুলনা আৰু প্ৰতিযোগিতাৰ মানসিকতাৰে ইখনতকৈ সিখন সমৃদ্ধ আৰু অভিজাত বৰ্ণাঢ্য। ই এতিয়া ব্যক্তিগত খণ্ডৰ উদ্যোগ আৰু ব্যৱসায়ৰ চিন্তাৰ পথেদি আগবঢ়া দেখা গৈছে। আন উপায়েৰে প্ৰাপ্ত হোৱা ধনেৰে সংবাদ-পত্ৰ উলিওৱা হৈছে। আজি অভিজাত সংবাদ-পত্ৰৰ মালিকানা বা সম্পাদনা হাতত থাকিলে বিভিন্ন দিশৰ পৰা সেইগৰাকী ব্যক্তি সুৰক্ষিত, প্ৰতিপত্তিশীল আৰু ক্ষমতাৱান। কিন্তু সংবাদ-পত্ৰক সেৱা আৰু বৃত্তিৰ উদ্দেশ্যৰে সাধাৰণ অৱস্থাৰ পৰাই আৰম্ভ কৰি অভিজাত কৰি তোলাৰ বাবে সংবাদপত্ৰৰ ধনৰেই সাংবাদিকতাত প্ৰয়োগ কৰি সংবাদ-পত্ৰৰ উন্নতি সাধন কৰিব পৰা শক্তি আৰু সামৰ্থ্য বহু মালিক আৰু সম্পাদকৰ নাই। এই ক্ষেত্ৰত কনকসেন ডেকাৰ অগ্ৰদূতেহে মাথোন অগতানুগতিক ইতিহাসৰ অনন্য দৃষ্টান্ত দাঙি ধৰিছে।

অসমৰ সংবাদ-পত্ৰৰ কচুপাতৰ পানীসদৃশ ইতিহাসৰ আন্দোলনত ১৯৩৯ চনত দ্বিতীয় মহাসমৰৰ সময়তে সাপ্তাহিক 'আসাম ট্ৰিবিউন'ৰ জন্ম এক যুগান্তকাৰী ঘটনা। ডিব্ৰুগড়ত নিজে প্ৰিণ্টাৰ, প্ৰকাশক আৰু বিলনীয়া হৈ দুৰ্বাৰ সংগ্ৰামৰ মাজেদি ১৯৪৬ চনত গুৱাহাটীলৈ সেই বাতৰি কাকত স্থানান্তৰ কৰি শেষত 'আসাম ট্ৰিবিউন', 'দৈনিক অসম' আৰু 'অসমবাণী'ৰ প্ৰতিষ্ঠাতা হোৱা সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱাৰ সিংহ সংগ্ৰামৰ পাছতে একমাত্ৰ কনকসেন ডেকাৰ 'অগ্ৰদূত' প্ৰতিষ্ঠাৰ সংগ্ৰামহে মাথোন ইতিহাসৰ পাতত যুগমীয়া হৈ থাকিব। এই দুয়োগৰাকীৰ মাজতো তথাপি এক পাৰ্থক্য থাকি যায়। ৰাধাগোবিন্দ বৰুৱা নিজে সম্পাদক নাছিল। কিন্তু কনকসেন ডেকাৰ সংগ্ৰামত এই ক্ষেত্ৰত এক সুবিধাজনক অথবা অতিৰিক্ত বোজা পৰিছিল। ডেকাই নিজে সম্পাদনাৰ কলম হাতত লৈছিল। কনকসেন ডেকাৰ এই মহৎ সাধনা আৰু অসাধাৰণ কৃতিত্বৰ চানেকি সৰ্বজনৰ বাবে আদৰ্শ হৈ ৰ'ব।

সত্তৰৰ দশকৰ আদি ডোখৰ কালত এই লেখক লক্ষীমপুৰ আৰু তাৰ পাছত তেজপুৰত চাকৰিসূত্ৰে কৰ্মস্থান নিয়োজিত আছিল। এই সম্পূৰ্ণ কালছোৱাত আমি লক্ষীমপুৰ আৰু তাৰ পাছত ক্ৰমে তেজপুৰৰ পৰা বিভিন্ন কামত মাহে-পষেকে গুৱাহাটীলৈ ৰাজ্যিক পৰিবহণৰ বাছত আহিব লগা হৈছিল। প্ৰত্যেক

যাত্রাতে মঙলদৈ বাছষ্টেচনত এগৰাকী ক্ষীণ দীৰ্ঘদেহী জ্যেষ্ঠ যুৱক-ব্যক্তিক লগ পাওঁ। পাঞ্জাবী-পায়জামা পৰিহিত ব্যক্তি। কান্ধত এখন কাপোৰৰ জোলোঙা। জোলোঙাৰ ভিতৰত ওলাই থাকে কেইখনমান বাতৰি কাকত। বাছত বহোঁতে তাৰে একোটা কপি আগবঢ়াই দিয়ে। 'পষেকীয়া অগ্ৰদূত'। সম্পাদক সেইজন কনকসেন ডেকা। নাম আগতে শুনিছোঁ যদিও ঘনিষ্ঠ সম্পৰ্ক সেইদৰে গঢ়ি উঠে। মাজে মাজে তেওঁ একেলগে গুৱাহাটীলৈকে সেই বাছতে আহে। এইদৰে মঙলদৈত পষেকীয়া 'অগ্ৰদূত'ৰ জন্ম দি গুৱাহাটীলৈ বিয়পোৱাৰ সপোন দেখিছিল। সেই সপোন সংবাদ আৰু সাংবাদিকতাক বৃত্তি আৰু সেৱাৰ মাজেদি গ্ৰহণ কৰি তাৰ জৰিয়তে জীৱিকাৰ পথকো মহীয়ান কৰাৰ সপোন। সেই দশকৰ ভিতৰতে শীঘ্ৰেই এই কাকতৰ প্ৰকাশৰ স্থান মালিগাঁৱৰ এটি টিনৰ চালিৰ ঘৰলৈ স্থানান্তৰ কৰে আৰু সাপ্তাহিকলৈ ৰূপান্তৰ কৰে। এই সময়তে এক প্ৰচণ্ড সংগ্ৰামৰ মাজেদি ক্ৰমে ক্ৰমে 'অগ্ৰদূত'ক পৰিবৰ্ধন কৰিবলৈ লয় আৰু সোনকালেই 'অসমবাণী'ৰ দৰে শক্তিশালী সাপ্তাহিকৰ সৈতেও ফেৰ মাৰি তিষ্ঠি থকাৰ প্ৰয়াস কৰে। এই সময়তে আমাৰ দৰে এশ্ৰেণী লেখকৰ লেখাকো হয়াত স্থান দি সান্নিধ্যৰ নৈকট্য বৃদ্ধি কৰে। কিছুদিনৰ পাছতে সাপ্তাহিক 'অগ্ৰদূত' অৰ্ধ-সাপ্তাহিকলৈ উন্নীত হয়। তাৰ পাছতেই ক্ৰমে ক্ৰমে অগ্ৰদূতৰ কাৰ্যালয় বৰ্তমান স্থানলৈ আহে আৰু ছপা সাজ-সঁজুলিৰে এক উন্নত কাৰ্যালয়লৈ ৰূপান্তৰিত হয়। অসমৰ দীৰ্ঘকালীন বিদেশী আন্দোলনৰ সময়ছোৱাত 'অগ্ৰদূত'ৰ ভূমিকা জিলিকি উঠে। সম্পাদক কনকসেন ডেকাৰ সম্পাদনা কাৰ্য, বুদ্ধিদীপ্ত পৰিচালনা আৰু জনমতক বিশ্লেষণ কৰিব পৰা ক্ষমতাৰ দ্বাৰা অৰ্ধসাপ্তাহিক 'অগ্ৰদূত' শীৰ্ষতম স্থানত প্ৰসাৰতা লাভ কৰে। সেই ভূমিকা আৰু অৱদানৰ স্মৃতি ৰাইজে এতিয়াও পাহৰিব পৰা নাই।

সংবাদ-পত্ৰ সদায়ে গতিশীল। ইয়াৰ নীতি আৰু পৰিচালনাৰ ধাৰা স্থবিৰ নহয়। সমস্যা আৰু ঘটনাৰাজিৰ উপস্থাপনেই ডাঙৰ কথা নহয়। সংবাদ-পত্ৰই চতুৰ্থ প্ৰহৰীৰূপে ৰাষ্ট্ৰ বা ৰাজ্যৰ স্পন্দনৰ গতিধাৰা উপলব্ধি কৰি তাৰ দিগদৰ্শন দিব পাৰিব লাগিব। জনমতক বিশিষ্ট পথলৈ আকৰ্ষিত কৰিব লাগিব। বিদেশী বিতাড়ন আন্দোলনৰ ৰাজহুৱা ইতিবাচক শক্তিৰ শুভগুণখিনিক যেতিয়া আন্দোলনকাৰীসকলে ধৰি ৰাখিব নোৱাৰিলে আৰু আন্দোলন অৱক্ষয়মুখী হৈ সমাজজীৱনক বিভ্ৰান্ত কৰাৰ মাধ্যম হ'ল, যুবসমাজৰ বিশৃংখলা আৰু নৈতিক অধঃপতনে সমাজজীৱনক কলুষিত কৰাৰ পৰিৱেশ সৃষ্টি হ'ল, সেই সময়তে 'অগ্ৰদূত'ৰ ভূমিকা অসমৰ অৰ্থনৈতিক আৰু যুৱ উন্নয়নৰ দিশত আগবাঢ়িল। অতি সাহসী দৃঢ় প্ৰত্যয়েৰে 'অগ্ৰদূত'ৰ সম্পাদকীয়ত কনকসেন ডেকাই নতুন চিন্তাৰ

পথ মুকলি কৰিলে। হিংসাশ্ৰয়ী উগ্ৰবাদ আৰু ৰাজ্যৰ ঠেক মনোবৃত্তিক গৰিহণা দি উদাৰ ভাৰতীয়ত্বৰ সাংবিধানিক দায়-দায়িত্বৰ কথা নিৰ্ভীকভাৱে তেওঁ এই সময়ত 'অগ্ৰদূত'ত প্ৰকাশ কৰি এক নতুন পথত সংবাদ-পত্ৰৰ সম্পাদনা আৰু পৰিচালনা কৰিলে। তেওঁৰ সময়োপযোগী এনে আহ্বানত একাংশ লোক অসন্তুষ্ট হৈছিল যদিও ৰাজ্যৰ বাবে ই যে অতি প্ৰয়োজনীয় হৈছিল সি আজি আখৰে আখৰে সত্য প্ৰমাণিত হৈছে। ৰাজ্যৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ বাবে নতুন পুৰুষৰ ভূমিকাৰ সম্পৰ্কত তেওঁৰ ব্যাখ্যা আৰু বিশ্লেষণে তিনিদিনীয়া 'অগ্ৰদূত'ক বিশেষভাৱে আকৰ্ষণ কৰা দেখা গৈছিল। ইয়াৰ কিছু সম্পাদকীয় আৰু ৰচনাৰ চয়নেৰে প্ৰকাশ কৰা নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক, Youths in turmoil Assam, 'সাহিত্য আৰু জীৱন' আদি কনকসেন ডেকাৰ কলমৰ পৰা নিঃসৃত মূল্যবান চিন্তাশীল প্ৰবন্ধ গ্ৰন্থ।

পষেকীয়াৰ পৰা সাপ্তাহিকলৈ, সাপ্তাহিকৰ পৰা অৰ্ধ-সাপ্তাহিকলৈ আৰু তাৰ পাছতো আন এখন 'দৈনিক অগ্ৰদূত'ৰ সৃষ্টিৰে এনে ধাৰাবাহিক উত্তৰণৰ সংগ্ৰামৰ সাফল্য আকস্মিকভাৱে সৃষ্টি হোৱা নহয়। সাংবাদিক কনকসেন ডেকাৰ জীৱনজোৰা সংগ্ৰাম, সাধনা, বিৰল মেধা আৰু সুতীক্ষ্ণ বুদ্ধি আৰু সমাজ-সমস্যাৰ প্ৰতি গভীৰ বাস্তৱিক সচেতনতাইহে এই সাফল্যৰ চাবি-কাঠি। এই গুণসমূহে তৃণমূল পৰ্যায়ৰ পৰা খুউব মানদণ্ডসম্পন্ন দৈনিক কাকতলৈ 'অগ্ৰদূত'ক বিকশিত কৰাত সহায় কৰিছে আৰু মৰ্যাদা দান কৰিছে। 'অগ্ৰদূত'ৰ মালিগাঁও-পৰ্বৰ পৰা এই পৰ্যন্ত বিভিন্ন লেখাৰ মাজেদি আমি সম্পৰ্কিত হৈ থকাত এনে অসাধাৰণ উত্তৰণৰ গতিধাৰাৰ সম্যক উপলব্ধি কৰিবলৈ আমাৰ সুবিধা হৈছে।

পূৰ্বতে উল্লিখিত অসমৰ ডেৰশ বছৰীয়া বাতৰি কাকত-আলোচনীৰ ইতিহাস গ্ৰন্থখনত কনকসেন ডেকাৰ সুচিন্তিত 'সাংবাদিকৰ দায়িত্ব : সেৱা আৰু বৃত্তি' নামৰ প্ৰবন্ধটিতে তেওঁৰ সাংবাদিকতাৰ দৰ্শনৰ মনোভংগী সুন্দৰৰূপে ফুটি উঠিছে। প্ৰসংগক্ৰমে তেওঁ এই কথাও লিখিছিল : "আধুনিক সংবাদ-পত্ৰৰ সম্পাদকে যে নিজ হাতে সম্পাদকীয় লিখিবই লাগিব তেনে নহয়। তেওঁৰ আটাইতকৈ যি গুণৰ প্ৰয়োজন সেয়া হ'ল দেশ, পাঠক আৰু সংবাদৰ গুৰুত্ব অনুভৱ কৰাৰ ক্ষমতা। ইয়াৰ উপৰি থাকিব লাগিব সংবাদ-পত্ৰৰ ছপা আৰু লে-আউট সম্পৰ্কে জ্ঞান। সৰ্বোপৰি তেওঁ জানিব লাগিব কি লিখিব লাগিব বা লেখাব লাগিব আৰু কেনেদৰে লেখাব লাগিব।......"

ইয়াত শ্ৰীডেকাই যেন নিজৰ অভিজ্ঞতাৰ কথাখিনিকে কৈছে। অৰ্ধ সাপ্তাহিক আৰু দৈনিক দুয়োখন কাকতেই সৰ্বাধিক জনপ্ৰিয় হৈছে এইবাবেই

যে ইয়াত দেশ, পাঠক আৰু সংবাদৰ গুৰুত্বৰ প্ৰাসংগিকতা অনুভৱ হয়। কি লিখিব লাগিব, লেখাব লাগিব অথবা কেনেদৰে লেখাব লাগিব তাৰ দিক্ নিৰ্ণয় তেওঁ নিজেই কৰি দিয়ে। মালিক বুলিয়েই তেওঁ সম্পাদক হোৱা নাই। তেওঁৰ নিজৰ লেখাৰ ভংগীত আছে স্বাভাৱিক গতিশীলতা আৰু সাৱলীলতা। বহু সময়ত তেওঁ শ্ৰুতলিপি দি যায়। বানান, ভাষা আৰু বাক্যৰ গাঁথনিত কোনো জড়তা নাই। নিজৰ যুক্তি আৰু দৃষ্টিভংগী প্ৰকাশ কৰাত তেওঁ অগতানুগতিক আৰু অনন্য। গতিশীল সাংবাদিকতাৰ ধাৰক আৰু বাহক তেওঁ। কোনো সম্পাদকৰ তেওঁ 'কাৰ্বণ কপি' হোৱা নাই। পেশাদাৰী সম্পাদকো নহয় যে তেওঁ ইখন সংবাদ-পত্ৰৰ পৰা সিখন সংবাদ-পত্ৰলৈ ঢাপলি মেলিব। সাধাৰণ খাটিখোৱা বা শ্ৰম কৰা বা চাকৰি কৰি জীৱিকা নিৰ্বাহ কৰা এজনৰ দৰেই আৰম্ভণিতে তৃণমূল স্তৰত এখন পষেকীয়া পত্ৰিকাৰ দৰে সংবাদ-পত্ৰত নিজৰ জীৱনৰ বৃত্তি আৰু সেৱাৰ পথৰ সন্ধান কৰা এই অসামান্য সাংবাদিক-সাহিত্যিকজনে শেষত অসমৰ জনসাধাৰণৰ মাজত অভূতপূৰ্ব প্ৰভাৱ বিস্তাৰ কৰিবলৈ সমৰ্থ হোৱা 'দৈনিক অগ্ৰদূত'ৰ জন্মদাতাৰূপে এটা বৃহৎ পৰিয়ালৰ জীৱননিৰ্বাহ আৰু বিকাশৰো পথ সৃষ্টি কৰিছে। ৰাজনৈতিক বিজ্ঞানৰ স্নাতকোত্তৰ উচ্চ শিক্ষিত ব্যক্তিৰূপে তেওঁ যি কোনো চাকৰিৰ যোগেদি অথবা ছাত্ৰজীৱনতে প্ৰগতিবাদী ৰাজনীতিৰ প্ৰভাৱত সিক্ত হোৱা হিচাপে বিকল্পভাৱে অন্য দিশত কৰ্মজীৱন যাপন কৰিব পাৰিলেহেঁতেন। কিন্তু এক দূৰদৰ্শী আৰু অসাধাৰণ ধ্যান-ধাৰণাৰ মানসিকতাৰ অধিকাৰী হোৱা বাবে কষ্টৰ আৰু সংগ্ৰামী সংবাদসেৱাৰ বৃত্তিহে তেওঁ বাছি ল'লে।

'অগ্ৰদূত' বাতৰি কাকত পৰিচালনা কৰোঁতে তেওঁ বহুত সময়ত বিভিন্ন দিশত সমালোচনাৰো বলি হৈছে। প্ৰতিযোগিতা আৰু প্ৰতিদ্বন্দ্বিতাৰ ক্ষেত্ৰত যথেষ্ট চিন্তা, কষ্ট আৰু সংগ্ৰাম কৰিবলগা হৈছে। নীতিৰ সাল-সলনি কৰা বুলিও অনেকে তেওঁক বিতৰ্কৰ মাজলৈ টানি নিছে। কিন্তু আমি জনাত তেওঁ নিজৰ প্ৰত্যয়, আত্মবিশ্বাস আৰু নিৰ্ভীকতা কোনো দিনেই পৰিত্যাগ কৰা নাই। বিগত অগপৰ চৰকাৰৰ কালত ৰাজ্যিক দলীয় শাসনৰ বিৰুদ্ধে তেওঁ প্ৰচণ্ড সাহস আৰু আত্মবিশ্বাসেৰে চৰকাৰৰ স'তে যুঁজিছিল। মিত্ৰতা আৰু প্ৰলোভনে তেওঁক পথচ্যুত কৰা নাছিল। সংবাদ-পত্ৰৰ নিৰপেক্ষতা, ৰাজ্যৰ প্ৰতি কল্যাণ চিন্তাৰ প্ৰেৰণা আৰু তেওঁৰ স্বকীয় দৰ্শন এতিয়াও অব্যাহত ৰাখিবলৈ তেওঁ চেষ্টা কৰিছে। এটা কথা প্ৰণিধানযোগ্য যে অসমৰ বাতৰি-কাকতৰ সাম্প্ৰতিক পয়োভৰৰ সময়ত যি প্ৰতিদ্বন্দ্বিতা আৰু প্ৰতিযোগিতাৰে মূলধনৰ প্ৰয়োগ বৃদ্ধি কৰি বাতৰি যোগানৰ নিত্য নতুন সস্তীয়া উপাদানেৰে চাহিদা বৃদ্ধি কৰিবলৈ চেষ্টা কৰা হৈছে এনে

পটভূমিত নীতি আৰু আদৰ্শৰ স্থান প্ৰায়ে গৌণ হৈ পৰিছে। উপাৰ্জনৰ অন্য পথ নাথাকিলে একমাত্ৰ সংবাদ-পত্ৰৰ আয়েৰেই সংবাদ-পত্ৰৰ বিকাশ সাধন কৰা কঠিনেই নহয়, তিষ্ঠি থকাই সম্ভৱ নহয়। উন্নতমানৰ জীৱন, পৰিয়াল পৰিচালনা কৰাটো বেলেগ কথা। কিন্তু এই সকলোবোৰ দিশ পৰ্যবেক্ষণ কৰি এক সমন্বিত ৰূপত 'অগ্ৰদূত' গোষ্ঠীৰ শিশু, হাস্য-ব্যংগ আৰু মহিলাৰ মাহেকীয়া আলোচনীকে ধৰি অৰ্ধসাপ্তাহিক আৰু দৈনিক দুখন মানসম্পন্ন সংবাদ-পত্ৰ সমৃদ্ধ ৰূপত নিয়মিতভাৱে দক্ষতাৰে প্ৰকাশ পাই থকা কাৰ্যই সম্পাদক কনকসেন ডেকাৰ প্ৰভাৱশীল ব্যক্তিত্ব, সুদক্ষ পৰিচালনা আৰু বিৰল প্ৰতিভাৰ জ্বলন্ত নিদৰ্শন বহন কৰি আছে।

কনকসেন ডেকা অকল সম্পাদক আৰু সংবাদসেৱীয়ে নহয়, তেওঁ কৃতিশীল সাহিত্যিক, চিন্তানায়ক আৰু সমাজৰ পৰমহিতৈষী ব্যক্তি। সাহিত্য আৰু সমাজলৈ তেওঁ বিভিন্ন দিশত আগবঢ়োৱা অৱদান স্বীকৃত। ব্যক্তিগত চৰিত্ৰতো তেওঁৰ বহুগুণ সমন্বিত হৈ আছে। বিনয়ী আৰু পৰোপকাৰী, কৰ্মচাৰীৰ প্ৰতি দয়াশীল। 'অগ্ৰদূত'ৰ চালুকীয়া অৱস্থাতো ২৫ টকাৰ পৰাই তেওঁ লেখকক মাননি প্ৰদান কৰা আৰম্ভ কৰিছিল। তেওঁৰ চৰিত্ৰৰ বিশালতা আৰু কাৰ্যক্ষমতাৰ পাৰদৰ্শিতা নাথাকিলে 'অগ্ৰদূত'ৰ এই ব্যাপ্তি, যশস্যা আৰু বিকাশ সম্ভৱ হৈ নুঠিলহেঁতেন।

অসমৰ জাতীয় জীৱন সমৃদ্ধ কৰা এইগৰাকী সাংবাদিক-সম্পাদক কনকসেন ডেকা নিজগুণে প্ৰতিষ্ঠিত আৰু সেইবাবেই তেওঁ অন্য বহুজন প্ৰতিষ্ঠিত সাংবাদিক-সাহিত্যিক বিশিষ্টসকলৰ সৈতে একে হৈও পৃথক আৰু অগতানুগতিক।

তেওঁৰ সুদীৰ্ঘ কৰ্মময় জীৱনৰ সুস্বাস্থ্য আৰু শক্তিৰ বাবে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ। ○

# অসমীয়া চুটিগল্প আৰু কনকসেন ডেকাৰ 'পাঁচ চেপ্তেম্বৰৰ ৰাতিপুৱা'

ড° বসন্ত কুমাৰ ভট্টাচাৰ্য

আধুনিক সৃজনশীল সাহিত্যৰ এটি বিশিষ্ট ধাৰাৰ শিৰোনামা 'চুটিগল্প' (short-story)। বয়সত তৰুণ হ'লেও, বিগত এশ সত্তৰ বছৰমানৰ ভিতৰত চুটিগল্পই কলাকৰ্ম হিচাপে যি বৈচিত্ৰ্য আৰু ঐশ্বৰ্য লাভ কৰিছে, সি নিঃসন্দেহে অনতিক্ৰম্য। অসমীয়া চুটিগল্পৰ জনক লক্ষ্মীনাথ বেজবৰুৱা। ১৮৯২ চনৰ চতুৰ্থ সংখ্যা 'জোনাকী'ত প্ৰকাশিত তেখেতৰ 'সেউজী' শীৰ্ষক গল্পটোক প্ৰথম অসমীয়া চুটিগল্প হিচাপে সমালোচকসকলে স্বীকৃতি প্ৰদান কৰিছে।

অসমীয়া চুটিগল্পৰ উদ্ভৱ, সমৃদ্ধি আৰু বিকাশেৰে সৈতে আলোচনী-পত্ৰ-পত্ৰিকা আদিৰ সম্পৰ্ক সুগভীৰ। বেজবৰুৱাৰ নিৰ্মিতিৰে আৰম্ভ হোৱা অসমীয়া চুটিগল্পৰ প্ৰাৰম্ভিক স্তৰৰ গল্পকাৰসকলৰ সৃজনশীল সত্তাক নিয়ন্ত্ৰণ কৰিছিল প্ৰধানতঃ ভাববাদী আৰু আদৰ্শাত্মক দৃষ্টিভংগীয়ে আৰু সি আছিল সম্পূৰ্ণভাৱে পৰম্পৰালব্ধ। তদুপৰি পশ্চিমীয়া শিক্ষা-সভ্যতাৰ সংস্পৰ্শ আৰু ৰোমাণ্টিক ভাবাদৰ্শৰ প্ৰভাৱে তেখেতসকলক ধৰ্মনিৰপেক্ষ ভাবনা আৰু মানৱকেন্দ্ৰিক নৈতিকতাৰ আদৰ্শেৰে উদ্দীপ্ত কৰি তুলিছিল। সেই কাৰণে, বেজবৰুৱা প্ৰমুখ্যে তেখেতৰ সমকালীন গল্পকাৰসকলৰ গল্পত উল্লিখিত ভাবনা আৰু আদৰ্শও পৰিস্ফুটিত হৈছে।

১৯২৯ চনত 'আৱাহন' প্ৰকাশ পোৱাৰ লগে লগে অসমীয়া চুটিগল্পই এটি বিশিষ্ট মাত্ৰা লাভ কৰে। ৰোমাণ্টিক কল্পনাবিলাসিতা থাকিলেও, 'আৱাহন'ৰ

গল্পত প্ৰগতিবাদী আদৰ্শ আৰু ফ্ৰয়েড, ইয়ুং, এড্‌লাৰ আদি মনোবিজ্ঞানীৰ মনস্তত্ত্বৰ প্ৰভাব পৰিদৃষ্ট হ'ল। তদুপৰি গল্প-গাঁথনিৰ ক্ষেত্ৰত এই সময়ৰ গল্পকাৰসকলৰ ওপৰত মোপাছাঁ, ছেখভ আদি বিশ্ববিশ্ৰুত গল্পলেখকৰ প্ৰভাৱো অনুভূত হ'বলৈ ধৰিলে। মুঠতে, বেজবৰুৱাৰ কাপৰ জৰিয়তে জন্ম লাভ কৰা অসমীয়া চুটিগল্পই 'আৱাহন'ৰ গল্পকাৰসকলৰ হাতত বিশেষ কলা-সৌন্দৰ্য আৰু অভিনৱত্ব লাভ কৰিবলৈ সমৰ্থ হয়।

দ্বিতীয় মহাসমৰ, বিয়াল্লিছৰ গণবিপ্লৱ, বংগদেশৰ দুৰ্ভিক্ষ, সাম্প্ৰদায়িক সংঘৰ্ষ আদি নানান বিপৰ্যয়ৰ মাজেদি ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পিছত, বিশেষকৈ ১৯৫০ চনমানৰ পৰা ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক আদি নানান দিশৰ পৰিৱৰ্তনৰ পটভূমিত সাহিত্য-সংস্কৃতিৰ চিন্তা-চৰ্চাৰ ক্ষেত্ৰত এটি নতুন জাগৰণৰ সূচনা হ'ল। ফলস্বৰূপে, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ সম্পাদনাত প্ৰকাশ হৈ ওলাল 'ৰামধেনু' (১৯৫০) আলোচনী। নক'লেও হ'ব যে 'ৰামধেনু'ৱে অসমীয়া চুটিগল্পক এটি নিটোল ৰূপ দানত সহায়তা কৰাৰ লগতে তাক সবাতোকৈ জনপ্ৰিয় সাহিত্যকৰ্মৰূপে গঢ়ি তোলাত অভূতপূৰ্ব বৰঙণি যোগায়। 'ৰামধেনু'ত প্ৰকাশিত চুটিগল্পত নতুন জীৱনবোধ, গভীৰ মানসিক আৰু সামাজিক চেতনা, তীব্ৰ অন্তৰ্দ্বন্দ্ব আৰু পৰিৱৰ্তিত সমাজজীৱনৰ নানান সমস্যা-সংঘাত আদি ব্যঞ্জনাত্মক ৰচনা-শৈলীৰে প্ৰোজ্জ্বল হৈ উঠিল। মাৰ্ক্সীয় দৰ্শন, ফ্ৰয়েডীয় মনস্তত্ত্ব, অৱস্থিতিবাদ আদি পশ্চিমীয়া নানান তত্ত্বৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱো এইখন আলোচনীৰ গল্পত পৰিদৃষ্ট হ'ল। প্ৰকৃততে, স্বৰাজোত্তৰ কালত অসমীয়া চুটিগল্পৰ বিকাশ-বিস্তৃতি ঘটোৱাত 'ৰামধেনু'ৰ ভূমিকা অবিস্মৰণীয়।

ৰামধেনুৰ প্ৰকাশ বন্ধ হৈ যোৱাৰ লগে লগে অসমীয়া চুটিগল্পৰো এটা যুগৰ অন্ত পৰিল। ইয়াৰ পিছত, 'নৱযুগ', 'মণিদীপ' আদি আলোচনী প্ৰকাশিত হৈছিল, যদিও সিবোৰে 'ৰামধেনু'ৰ দৰে যুগসৃষ্টিকাৰী আলোচনীৰ মৰ্যাদা লাভ কৰিব নোৱাৰিলে।

বিগত শতিকাৰ সপ্তম দশকৰ আৰম্ভণিৰে পৰা অসমীয়া চুটিগল্পৰ ধাৰাত এটি নতুন যুগৰ সূচনা হয়। ক্ৰমবৰ্ধমান অৰ্থনৈতিক সংকট, ৰাজনৈতিক সংঘাত, দুৰ্নীতি-ভ্ৰষ্টাচাৰৰ ব্যাপ্তি, শোষণ শাসন প্ৰক্ৰিয়াৰ ভয়াবহ ৰূপ, নৈতিকতাৰ অৱক্ষয় আদি এনে-এবুৰি কাৰণত সমস্যাত সমাজজীৱনৰ ভেটি থৰক-বৰক হ'বলৈ ধৰিলে। সাধাৰণ শ্ৰেণীৰ লোকৰ জীৱন হৈ পৰিল দুৰ্বহ। এনে পৰিস্থিতিয়ে তৰুণ গল্পকাৰসকলক ক্ষুব্ধ আৰু ক্ৰোধান্বিত কৰি তুলিলে। তেখেতসকলৰ সমাজচেতনাৰ লগতে ৰাজনৈতিক চেতনাও তীব্ৰতৰ হ'ল আৰু তাৰ ফলত তেখেতসকলৰ গল্পত

প্রতিবাদ আৰু প্ৰতিশোধৰ সুৰ ফুটি উঠিল। এই সময়ৰ সৰহভাগ তৰুণ গল্পকাৰে মাৰ্ক্সীয় দৰ্শনৰ আলোকত তেখেতসকলৰ জীৱনদৃষ্টি উদ্ভাসিত কৰিবলৈ প্ৰয়াস কৰিলে। এই সময়ৰ এচাম তৰুণৰ গল্পত বক্তব্যই মুখ্যস্থান লাভ কৰা হেতুকে, তেখেতসকলৰ গল্পত কলাসৌন্দৰ্য ব্যাহত হোৱাটো মন কৰিবলগীয়া।

সত্তৰ দশকত গল্পকাৰস্বৰূপে আত্মপ্ৰকাশ কৰি প্ৰতিষ্ঠা লভিবলৈ সমৰ্থ হোৱা গল্পকাৰসকলৰ ভিতৰত কনকসেন ডেকাৰ স্থান নিঃসন্দেহে আগশাৰীত।

সংবাদসেৱাকে জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰি সম্প্ৰতি অসমৰ সংবাদজগতৰ অন্যতম পুৰোধা ব্যক্তিস্বৰূপে প্ৰতিষ্ঠিত শ্ৰীডেকাৰ গাল্পিক প্ৰতিভা মজ্জাগত। তেখেতৰ নিজৰ ভাষাত, "সংবাদ জগতলৈ মোৰ আগমন আকস্মিক। আচলতে মই গল্প-উপন্যাস ৰচনাতে আত্মনিয়োজন কৰিবলৈ বিচাৰিছিলোঁ।" নক'লেও হ'ব যে দুখনকে বাতৰি কাকত (দৈনিক অগ্ৰদূত আৰু তিনিদিনীয়া অগ্ৰদূত)ৰ সম্পাদনাৰ গধুৰ দায়িত্বৰ বোজা অহৰ্নিশে কঢ়িয়াই থাকিও তাৰ মাজতে ভালে সংখ্যক গল্প ৰচি তেখেতে সৃজনশীলতাৰ যি পৰিচয় দাঙি ধৰিছে, সেয়া একমাত্ৰ প্ৰতিভাশালী লেখকৰ ক্ষেত্ৰতহে সম্ভৱ।

শ্ৰীডেকাৰ 'ৰঙীন পৰ্দা' শীৰ্ষক গল্প-গ্ৰন্থ এখন ভালেমান বছৰৰ পূৰ্বে প্ৰকাশিত হৈছিল আৰু সেইখন পঢ়ুৱৈ সমাজৰ দ্বাৰা আশানুৰূপভাৱে সমাদৃতও হৈছিল। 'পাঁচ চেপ্তেম্বৰৰ ৰাতিপুৱা' শীৰ্ষক, ১৯৯৪ চনত প্ৰকাশিত গ্ৰন্থখন তেখেতৰ একুৰি তিনিটা গল্প সন্নিৱেশিত শেহতীয়া গল্প-গ্ৰন্থ। গল্পসমূহৰ ৰচনাৰ চন-তাৰিখ উল্লেখ নাই যদিও বিষয়বস্তু, পটভূমি আৰু চৰিত্ৰাদিলৈ চাই, সিবোৰ যে বিগত শতিকাৰ শেষৰ দুই-তিনিটা দশকৰ ভিতৰত ৰচিত, তাক সহজে অনুমান কৰিব পাৰি।

কনকসেন ডেকা সমাজ আৰু ৰাজনীতি সচেতন গল্পকাৰ। সমাজ-জীৱন আৰু ৰাজনীতিত দেখা দিয়া নানান সমস্যা-সংঘাত, অন্যায়-অনীতি, ভ্ৰষ্টাচাৰ, কুৎসাৰটনা, পৰনিন্দা, কুসংস্কাৰ, আদি খুটি-নাটি তেখেতে অতি ওচৰৰ পৰা নিৰীক্ষণ কৰি সেইবোৰক তেখেতৰ গল্পত সংবেদনশীল ৰূপত উপস্থাপন কৰে। তেখেতৰ একাংশ গল্পত ক্ষয়মান আৰু বিধ্বস্ত অসমৰ সজীৱ চিত্ৰও ৰূপায়িত হৈছে।

ডেকাৰ গল্পৰ উপস্থাপন ৰীতি পোনপটীয়া আৰু আবেদনক্ষম। তেখেতে সৰহ সংখ্যক গল্পতেই কাহিনী একোটা তুলি ধৰি তাৰ কলাত্মক সম্প্ৰসাৰণ ঘটাই সুবিহিতভাৱে পৰিণতি দেখুৱায়। তেখেতৰ যিবোৰ গল্পত সমাজজীৱনৰ দোষ-ত্ৰুটি, ভেম-ভণ্ডামি, নীচতা-হীনতা আদি চিত্ৰিত হৈছে; সেইবোৰত তেখেতে ঠায়ে

ঠায়ে প্ৰচ্ছন্ন ব্যংগৰ আশ্ৰয় লোৱাও দেখা যায়।

শ্ৰীডেকাৰ দ্বাৰা চিত্ৰিত গল্প চৰিত্ৰসমূহ স্পষ্ট আৰু হৃদয়-সংবেদ্য। পৰিৱেশ-পৰিস্থিতি চিত্ৰণতো তেখেতৰ কুশলহস্তত্বৰ পৰিচয় পোৱা যায়। শ্ৰীডেকাৰ গল্পসমূহৰ মাজেদি গ'লে এই কথা বিনাদ্বিধাই স্বীকাৰ কৰিব লাগিব যে তেখেত এগৰাকী দায়বদ্ধ গল্পকাৰ। সাধাৰণতে দায়বদ্ধ লেখকসকলে বক্তব্যৰ ওপৰত অধিক মনোযোগ দিয়ে, কিন্তু সেই বক্তব্যক কলাসম্মত ৰূপ দিবলৈ বিশেষ যত্নপৰ তেখেতসকল নহয়। ফলত, এইসকল লেখকৰ লেখাত নান্দনিক দিশটো পুষ্ট হৈ নুঠে। ডেকাৰ কোনো কোনো গল্পত বক্তব্যই সৈতে তাৰ প্ৰকৰণৰ দিশটো সুন্দৰ সমাবেশত লীন-নোহোৱা বাবে সিবোৰৰ কলাত্মক আবেদন কিঞ্চিৎ হ্ৰাস পাইছে যদিও বক্তব্যৰ বলিষ্ঠতাই সিবোৰৰ গুৰুত্ব ম্লান হ'বলৈ দিয়া নাই।

শ্ৰীডেকাৰ সামাজিক অভিজ্ঞতাৰ পৰিধি সুবিস্তৃত। সেহ কাৰণে তেখেতৰ গল্পৰ বিষয়বস্তুও বহু শাখা বিস্ফাৰিত আৰু কৌতূহল উদ্দীপক।

'পাঁচ চেপ্তেম্বৰৰ ৰাতিপুৱা' শীৰ্ষক গ্ৰন্থখনত সন্নিবেশিত প্ৰথম গল্পটোৰ শিৰোনামাও সেইটোৱেই। ১৯৯০ চনৰ ৪ ছেপ্টেম্বৰ তাৰিখে দৰঙাৰ পৰা গুৱাহাটীলৈ অহা অসম ৰাজ্যিক পৰিবহণ নিগমৰ এখন বাছত, ৰঙিয়া বাছ আস্থানত হোৱা বোমা বিস্ফোৰণৰ পটভূমিত ৰচিত হৈছে 'পাঁচ চেপ্তেম্বৰৰ ৰাতিপুৱা' গল্প। সন্ত্ৰাসজৰ্জৰ অসমৰ স্বৰূপ প্ৰতিফলিত এই গল্পটোৰ ঘাই সুৰ কৰুণ। বোমা বিস্ফোৰণত মৃত্যুবৰণ কৰা কমলৰ জীৱন-গাঁথাক গল্পকাৰ ডেকাই চিত্তাকৰ্ষকভাৱে ৰূপায়ণ কৰিছে। গল্পটো পঢ়াৰ পিছত যিকোনো পাঠকৰে হৃদয় মন শোকাচ্ছন্ন যে হ'ব, তাত সন্দেহ নাই। গঠনৰীতিৰ ফালৰ পৰা গল্পটো নিটোল।

সাম্প্ৰতিক সময়ত স্কুল-কলেজৰ শিক্ষক নিযুক্তিৰ ক্ষেত্ৰত মেধাসম্পন্ন প্ৰাৰ্থীক বঞ্চিত কৰি স্থানীয় প্ৰাৰ্থীৰ নামত কম অৰ্হতা সম্পন্নজনক নিযুক্তি দিয়াৰ কৌশল উদ্ভাৱন কৰা হয় আৰু তাৰ পৰিপ্ৰেক্ষিতত সমাজৰ আদৰ্শবান ব্যক্তিয়ে কিদৰে লাঞ্ছনা ভুগিবলগীয়াত পৰে তাৰ এটি জীৱন্ত চিত্ৰ প্ৰতিফলিত হৈছে 'আহত সময়' গল্পত। গল্পটোৰ মুখ্য চৰিত্ৰ গোবিন্দ দাসৰ চিত্ৰণত গল্পকাৰে সহানুভূতিশীলতাৰ পৰিচয় দিছে। গল্পটোত শ্ৰীডেকাৰ অভিজ্ঞতাৰ চাপ আছে।

'কেৱল শ্ৰুতিয়ে জানে' গল্পত যৌতুক প্ৰথাৰ ভয়াবহ পৰিণতিৰ চিত্ৰ প্ৰতিফলিত হৈছে। কলেজৰ অধ্যাপক শ্ৰীমন্ত দেৱশৰ্মাৰ কন্যা শ্ৰুতি। যথাসময়ত, যথাৰীতি অধ্যাপক শৰ্মাই শ্ৰুতিক শাহুৱেক-শহুৰেক থকা ঘৰ এখনলৈ বিয়া দি উলিয়াই দিয়া হ'ল। বিয়াৰ পিছত যৌতুকৰ বাবে শ্ৰুতিৰ জীৱন দুৰ্বহ হৈ পৰিল আৰু এই ক্ষেত্ৰত মুখ্য ভূমিকা গ্ৰহণ কৰিলে তাইৰ শাহুৱেকে। অধ্যাপক শৰ্মাই

নিজৰ মৰমৰ কন্যাই এনেদৰে দুৰ্বহ জীৱন-যাপন কৰা খবৰটো পাই অতিশয় মৰ্মাহত হ'ল আৰু তাৰ পৰিণতিত তেওঁ আকস্মিকভাৱে বিয়োগ বৰণ কৰিলে। গল্পটোত চৰিত্ৰৰ মনোবিশ্লেষণ নাই, নাই অন্তৰ্মুখিতা; আছে সমাজত প্ৰচলিত এটি সমস্যাৰ চিত্ৰণ। এই সমস্যাটোৰ প্ৰতি পাঠকক সচেতন কৰি তোলাটোৱেই যেনিবা গল্পকাৰৰ উদ্দেশ্য। গল্পটোৰ কথনভংগী সাৱলীল। সংকলনটোত সন্নিবেশিত 'দৰৱ' গল্পত, পঢ়া-শুনাৰ প্ৰতি অমনোযোগী ছোৱালী সন্ধ্যাক, তাইৰ মাতৃ কাবেৰীয়ে কেনে কৌশলেৰে অধ্যয়নশীলা কৰি তুলিলে, তাই কেনেদৰে এম.এছ.ছি. পৰীক্ষাত ৰসায়নবিজ্ঞান বিভাগত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি কটন কলেজৰ অধ্যাপিকা হোৱাৰ যোগ্যতা অৰ্জন কৰিলে, তাৰ বিৱৰণ দিয়া হৈছে। গল্পটোত, প্ৰসংগক্ৰমে দিছপুৰৰ 'বিধায়ক আবাসৰ পিছফালৰ পদ পথটো আবাসীসকলৰ নিৰাপত্তাৰ হেতুকে তাঁৰৰ বেৰাৰে বন্ধ কৰি দিয়া' কাযৰ উল্লিখন মন কৰিবলগীয়া। সংকলনটোত সন্নিবিষ্ট 'মাপকাঠি' এটা উল্লেখযোগ্য গল্প। গল্পটোত, যোগ্যজনক চৰকাৰে পদোন্নতিৰ পৰা বঞ্চিত কৰি অযোগ্যজনক, আত্মস্বাৰ্থ সিদ্ধিৰ বাবে পদোন্নতি দি কিদৰে দুৰ্নীতিৰ আশ্ৰয় লয়, তাৰ চিত্ৰ প্ৰতিফলিত হৈছে। গল্পটো, শ্ৰীডেকাৰ ৰাজনৈতিক ভ্ৰষ্টাচাৰ আৰু শাসন ব্যৱস্থাৰ নীতিহীনতাৰ প্ৰতি সজাগতাৰ পৰিচায়ক।

> ......"তেওঁক মুখ্য অভিযন্তাৰ পদত বহুৱাই যদিহে পাৰ্টিয়ে সহায় নাপায়, তেন্তে আমাৰ বাবে তেওঁৰ প্ৰয়োজন ক'ত? লহকৰ ভাল মানুহ। তেওঁ স্পষ্টভাৱে কৈ দিছে, আগন্তুক নিৰ্বাচনত তেওঁ আমাৰ দলক সহায় কৰিব। বিভাগটোৰ বিষয়াসকলক অ'ৰ পৰা ত'লৈ বদলি কৰি অসমত ভুঁইকঁপৰ সৃষ্টি কৰিম বুলি কৈ দিছে। টকা আৰু এনেয়ে আহিবনে? গছৰ ডালত টকা নালাগে। টকা অহাৰ বাট এইবোৰেই।"......

গল্পকাৰৰ এনে বিৱৰণে সাম্প্ৰতিক শাসন ব্যৱস্থাৰ কদাকাৰ ৰূপটো যথাৰ্থভাৱে তুলি ধৰিছে।

'চিৰন্তন' গল্পত মাতৃস্নেহৰ গভীৰতাৰ চিত্ৰ ফুটাই তোলা হৈছে। গল্পটো অনুভূতিপ্ৰধান। ইয়াৰ ভাষা ঠায়ে ঠায়ে অনুভূতিসিক্ত—কাব্যোপম। সংকলনটোত সন্নিবিষ্ট 'সংহত' এটা সাৰ্থক গল্প। গল্পটোত সাধাৰণ মানুহৰ মহত্ব প্ৰাণৱন্ত ভাষাৰে ফুটাই তোলা হৈছে। 'সুখৰ সন্ধান' গল্পতো চিত্ৰিত হৈছে সাধাৰণ মানুহৰ মহত্ব আৰু মানবিকতা। 'পৰৰ ধনৰ প্ৰতি লালসাহীন' সাধাৰণ শ্ৰেণীৰ লোকসকলেই প্ৰকৃতাৰ্থত সুখী'—গল্পটোত এই সত্যকেই যেন প্ৰতিষ্ঠা কৰা হৈছে। গল্পটো আদৰ্শাত্মক দৃষ্টিভংগীৰে ৰচিত আৰু গল্পকাৰৰ মননশীলতাৰ পৰিচায়ক।

"ফুকনৰ ধাৰণা হ'ল তেওঁ যেন সুখ শান্তিৰ বাবে নতুনকৈ ধৰ্মগ্ৰন্থ পঢ়াৰ প্ৰয়োজন নাই। খ্ৰীষ্টানবস্তিৰ মাটিখিনিতো ঘৰ নিৰ্মাণৰ প্ৰয়োজন নাইকিয়া হ'ল। বৰ্তমানৰ থকা ঘৰটোও ইমান ডাঙৰ নহ'লেও হ'লহেঁতেন যেন তেওঁৰ ধাৰণা হ'ল।"....

গল্পকাৰৰ এনে মন্তব্যই ভোগবাদৰ বিপৰীতে আদৰ্শবাদৰ যেন বিজয় ঘোষণা কৰিছে। গল্পটোৰ পৰিণতি ব্যঞ্জনাত্মক। 'প্ৰজন্মৰ ব্যৱধান' গল্পত, নিজৰ কন্যাৰ সন্তুষ্টিৰ বাবে এজন আদৰ্শবান চৰকাৰী বিষয়া পিতৃয়ে কিদৰে আদৰ্শচ্যুত হৈ দুৰ্নীতিৰ আশ্ৰয় লৈ ধন উপাৰ্জনত আত্মনিয়োজন কৰিলে, তাৰ বিৱৰণ দাঙি ধৰা হৈছে। গল্পটোত বিষয়াজনৰ অন্তৰ্দ্বন্দ্বৰ ৰূপায়ণ চিত্তাকৰ্ষক। সংকলনটোত সন্নিৱেশিত 'কিশোৰী মাতৃ' এটা বিশিষ্ট গল্প। গল্পটোত দুষ্কাৰ্যত লিপ্ত মাতৃ-পিতৃক নিজ কন্যাই কেনে কৌশলেৰে সজ পথলৈ ফিৰাই আনিলে, তাৰ এটি সংবেদনশীল চিত্ৰ প্ৰতিফলিত হৈছে। গল্পটোত নাটকীয়তা আছে।

সংকলনটিত সন্নিবিষ্ট 'চিকিৎসকৰ সন্ধানত', 'কোৱালিফিকেচন', 'মথাউৰি', 'ৰাতিৰ জুই, 'অসহায়', 'ছেমিনাৰ', 'পক্ষান্তৰ' আদি গল্পও গল্পকাৰৰ সাৰ্থক নিৰ্মিতি। অসমীয়া জাতি-অসমীয়া মানুহ আৰু অসমীয়া সংস্কৃতিক আধাৰস্বৰূপে লৈ শ্ৰীডেকাই সততে গল্প ৰচনা কৰে। ফলস্বৰূপে, তেখেতৰ গল্পত অসমীয়া জাতিৰ সৰ্বদিশৰ সম্যক আভাস পৰিস্ফুটিত হৈছে। তেখেতৰ গল্পত অসমীয়া সমাজৰ নিম্নবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ চৰিত্ৰই প্ৰধানভাৱে প্ৰকাশ লাভ কৰে। এনেবোৰ চৰিত্ৰ আৰু সেইবোৰ চৰিত্ৰৰ জীৱনত ঘটা ঘটনাসমূহ গল্পকাৰৰ পৰিচিত হোৱা বাবে, তেখেতে সেইবোৰক প্ৰাণৱন্তৰূপত উপস্থাপন কৰাত সফল হৈছে।

শ্ৰীডেকাৰ গল্পসমূহ পঢ়ি সন্তুষ্টিৰে অনুভৱ কৰোঁ যে তেখেতে হৃদয়ৰ তাড়নাতহে গল্প লিখে—কোনো বাধ্য-বাধকতাত নহয়। সেই কাৰণে, তেখেতৰ গল্পৰ বিষয়বস্তুত স্বকীয়তা বৰ্তমান। শ্ৰীডেকাৰ গল্প কোৱা ৰীতি পৰম্পৰাগত, তাত কোনো পৰীক্ষা-নিৰীক্ষাৰ প্ৰয়াস নাই, আছে সমাজ-বাস্তৱক আন্তৰিকতাৰে ধৰি ৰখাৰ প্ৰয়াস আৰু এনে প্ৰয়াসৰ বাবে শ্ৰীডেকাৰ গল্পই অসমীয়া গল্প সাহিত্যৰ ইতিহাসত এখন নিৰ্দিষ্ট আসন দখল কৰি থাকিব। ○

# কনকসেন ডেকাৰ গল্প

## অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা

কনকসেন ডেকা স্বৰাজোত্তৰ কালৰ এগৰাকী আগশাৰীৰ গল্পকাৰ। তেওঁ সমাজ-সচেতন গল্পকাৰ। সাম্প্ৰতিক কালৰ সংঘাত, সংঘৰ্ষ, আক্ৰোশ আৰু আৰ্তিৰ ছবি তেওঁৰ গল্পত ভালদৰে ফুটি উঠিছে। তেওঁৰ সামাজিক জীৱনৰ ৰূপায়ণ সামগ্ৰিক। অসমৰ সাম্প্ৰতিক সামাজিক স্থিতি তেওঁৰ নখদৰ্পণত। বৰ্তমান কালত প্ৰকট হোৱা পাৰিবাৰিক তথা সামাজিক সংঘাতসমূহৰ ডুখৰীয়া ছবি সন্নিৱিষ্ট কৰি তেওঁ ভালেকেইটা সুখপাঠ্য গল্প ৰচনা কৰিছে। ব্যতিক্ৰম আছে যদিও তেওঁ ঘাইকৈ উদ্দেশ্যধৰ্মী গল্প (stories with a purpose) লিখে। কঠোৰ সাংবাদিক জীৱনত মনোনিৱেশ কৰা লেখকগৰাকীৰ গল্পৰ সংখ্যা তাকৰীয়া নহয়। তেওঁৰ প্ৰকাশিত গল্পৰ সংকলন দুটা—'ৰঙীন পৰ্দা' আৰু 'পাঁচ চেপ্টেম্বৰৰ ৰাতিপুৱা'। তেওঁৰ ভালেমান গল্প অসংকলিত অৱস্থাত আছে। ছাত্ৰাৱস্থাতে গল্প লিখিবলৈ লোৱা গল্পকাৰগৰাকীৰ কলম এতিয়াও অব্যাহত আছে।

'দৰৱ' এটি সমস্যাবহুল গল্প। গল্পটোত স্ত্ৰী শিক্ষাৰ প্ৰয়োজনীয়তাৰ ওপৰত তীক্ষ্ণভাৱে আলোকপাত কৰা হৈছে। আখ্যায়কৰ ছোৱালী দুজনী—সন্ধ্যা আৰু পুৱতি। সন্ধ্যাই সমুলি পঢ়াশুনা নকৰে। তাৰ বাবে মাক-দেউতাকৰ মনত দুখ। এদিন আখ্যায়কৰ পত্নী কাবেৰীয়ে সন্ধ্যাৰ আগত স্বীকাৰোক্তি কৰিছে,—স্বামীৰ পৰা আদৰ-যত্ন পায়ো তেওঁ সুখী নহয়। কাৰণ, এই আদৰ-যত্নই তেওঁক বন্দিনী কৰিহে ৰাখিছে। বস্তুধৰ্মী বা ভৌতিক সুখেই সুখ নহয়। শিক্ষা-দীক্ষা থকা হ'লেহে তেওঁ স্বাধীনতাৰ আস্বাদ পাব পাৰিলেহেঁতেন। লনত বহি থাকিয়েই আখ্যায়কে পত্নীৰ কথাখিনি শুনিলে। তেওঁৰ এটা নতুন উপলব্ধি আহিল। আনহাতেদি, সন্ধ্যাৰ

জীৱন সম্পূৰ্ণভাৱে পৰিৱৰ্তিত হ'ল। তাই পঢ়াশুনাত মন-প্ৰাণ ঢালি দিলে।

'কেৱল শ্ৰুতিয়ে জানে' গল্পত অসমীয়া সমাজত নতুনকৈ সোমোৱা যৌতুক প্ৰথাৰ স্বৰূপ উদ্‌ঘাটিত হৈছে। শ্ৰুতিৰ দেউতাক কলেজৰ শিক্ষক। তেওঁ প্ৰভিডেণ্ট ফাণ্ডৰ সমস্ত টকা উলিয়াই আৰু বন্ধু-বান্ধৱৰ পৰা ধাৰ-ধুপাৰ কৰি শ্ৰুতিৰ বিয়াত সাধ্যানুসাৰে যৌতুক দিছিল। কিন্তু টি.ভি.টো ৰঙীন নোহোৱা বাবে শ্ৰুতিয়ে শাহুৱেকৰ গঞ্জনা শুনিবলগীয়া হ'ল। শ্ৰুতিয়ে দেউতাকৰ কাণ চুওৱাত তেওঁ ধাৰ কৰি ৰঙীন টি.ভি. এটা যোগাৰ কৰিলে। এই কথাত উৎসাহিত হৈ শাহুৱেকে ভি.চি.আৰ দাবী কৰিলে। ভি.চি.আৰ নোপোৱাৰ খঙত তেওঁ পুতেক-বোৱাৰীয়েকক ভোগালী বিহুৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ নিদিলে। গালি-গালাজ কৰি পঠিয়ালে। শ্ৰুতিৰ দেউতাকে এই আঘাত সহ্য কৰিব নোৱাৰি প্ৰাণ ত্যাগ কৰিলে। এতিয়া শ্ৰুতিয়ে শাহুৱেকৰ অনুমতিলৈ অপেক্ষা নকৰি পিতৃগৃহলৈ যাবলৈ ওলাইছে।

আগতে শিক্ষকৰ চাকৰিৰ ক্ষেত্ৰত যোগ্যতাহে মাপকাঠী আছিল। স্থানীয় হোৱা নোহোৱাটো বিবেচনা কৰা নহৈছিল। এতিয়া আৰু সেইদিন নাই। 'আহত সময়' গল্পত গোবিন্দ দাসে স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰি 'উচ্চ শিক্ষাৰ' পৰা বঞ্চিত হ'ল। তেওঁ গাঁৱত স্কুল নোহোৱা দেখি অসীম ত্যাগৰ পৰাকাষ্ঠা দেখুৱাই তেজক পানী কৰি স্কুল স্থাপন কৰিলে, সময়ত কলেজো পাতিলে। সমূহ ৰাইজে তেওঁকেই স্থায়ীভাৱে কলেজৰ সভাপতি পদত ৰাখিলে। ইংৰাজী আৰু অসমীয়াত একোটিকৈ পদ খালী হোৱাত তেওঁ স্থানীয় উত্তনুৱা ডেকাকেইজনমানৰ দাবী অগ্ৰাহ্য কৰি যোগ্য প্ৰাৰ্থীকহে নিযুক্তি দিলে। সেই লে গণ্ডগোল আৰম্ভ হোৱাত দাসে শিক্ষক আৰু অভিভাৱকৰ সভা এখন পাতিছিল। কিন্তু তেওঁ ক'বলৈ উঠাৰ লগে লগে তেওঁক প্ৰতিক্ৰিয়াশীল বুলি বহিবলৈ কোৱা হ'ল। দাসে এই আঘাত সহ্য কৰিব নোৱাৰিলে। তেওঁ থিতাতে বাগৰি পৰিল আৰু চকু মুদিলে। তেওঁৰ শৱযাত্ৰাতো গণ্ডগোল লগাবলৈ বিচৰা হৈছিল। কিন্তু এজন ছাত্ৰৰ সৎসাহসৰ বাবে এই চেষ্টা ব্যৰ্থ হ'ল আৰু হেজাৰ-বিজাৰ গুণমুগ্ধ ব্যক্তিয়ে শৱযাত্ৰাত যোগ দিলে।

'কিশোৰী মাতৃ' গল্পত পাৰিবাৰিক সমস্যাই কেনেকৈ জটিল সামাজিক পৰিস্থিতিৰ সৃষ্টি কৰে তাৰ ছবি আৰু সম্ভাব্য সমাধানৰ পথ চিহ্নিত কৰা হৈছে। ইয়াত স্খলন আৰু সন্দেহবাদে থানবান কৰিব খোজা ঘৰ এখনক এগৰাকী কিশোৰীয়ে মাতৃসুলভ আত্মত্যাগৰ মহিমাৰে ৰক্ষা কৰিছে। প্ৰণয় আৰু বিভাই প্ৰেমত পৰি পৰিয়ালৰ অমতত বিয়া কৰাইছিল। কিন্তু কালৰ কুটিল গতিত প্ৰণয়

মদ আৰু পৰনাৰীৰ প্ৰতি আকৰ্ষিত হ'ল। সন্দিগ্ধা বিভায়ো প্ৰতিশোধৰ প্ৰবৃত্তিক প্ৰশ্ৰয় দি আওবাটে যাবৰ উপক্ৰম কৰিলে। ফলত পাৰিবাৰিক বুজা-বুজিৰ পথ ৰুদ্ধ হ'ল। তেওঁলোকৰ কিশোৰী সন্তান নিৰুপাই ঘৰখনৰ গোমা পৰিস্থিতিত ৰুদ্ধশ্বাস হৈ তেনেই সাধাৰণ ল'ৰা এটিৰ লগত পলাই যোৱাৰ সিদ্ধান্ত ল'লে। প্ৰণয়ৰ বন্ধু আখ্যায়কে ছোৱালীজনীক বুজাবলৈ গৈ তাইৰ মৰ্মবেদনা উপলব্ধি কৰি সকলো কথা ভাঙি কোৱাত স্বামী-স্ত্ৰীহালে সত্ত চৰিত্ৰৰ ছোৱালীজনীৰ মঙ্গলৰ হকে পোনবাট বাছি ল'বলৈ সংকল্প ল'লে।

'চিকিৎসকৰ সন্ধান'ত গল্পত সাম্প্ৰতিক কালত প্ৰকট হোৱা সৰ্বগ্ৰাসী ক্ষুধাই কেনেকৈ মানুহক জন্তুৰ স্তৰলৈ নমায় তাৰ ভয়ংকৰ ছবি অংকিত হৈছে। ধন-সম্পত্তিৰ আক্ৰোহী আখ্যায়কে স্বপ্ৰণোদিতভাৱে টকা দি ঘৈণীয়েকৰ খৰচবহুল চিকিৎসা কৰোঁৱাই তেওঁৰ হাউলীৰ গাতে লাগি থকা নিমাখিত মানুহ এজনৰ মাটি সুদ-মূলৰ হিচাপ দেখুৱাই আত্মসাৎ কৰে। অভিজাত হোটেলৰ মালিক গোৱেলৰ লগত তেওঁৰ অহা-যোৱা। তেওঁ নিজৰ গাঁৱৰ বুঢ়ী এগৰাকীক আনি গোৱেলৰ লগত চিনাকি কৰি দিছিল। বুঢ়ীয়ে টকাৰ লোভত গাঁৱৰ অভাৱগ্ৰস্তা গাভৰুকেইগৰাকীমানক ফুচুলাই হোটেললৈ আনিছিল। অথচ, ছোৱালীকেইজনী আখ্যায়কৰ ভনীয়েকৰ লেখীয়াই আছিল। গোৱেলৰ হোটেলৰ সুস্বাদু খাদ্য আৰু পানীয় তেওঁ বিনামূলীয়াকৈ পায়। এদিন হোটেলত খাই উঠি খোৱা পাতৰ পৰা মিঠাই এটা তুলি খোৱাৰ লগে লগে তেওঁ ঢলি পৰিল। তেওঁৰ ভাব হ'ল মিঠাইটো মুখত লোৱাৰ লগে লগে তেওঁৰ পিঠিৰ ফালেদি দীঘল নেজ এডাল গজিল আৰু তেওঁ ক্ৰমে এটা জন্তুত পৰিণত হ'বলৈ ধৰিলে। এনে ৰূপান্তৰ কাফ্‌কাৰ 'মেটামৰ্ফচিচ' গল্পতো পোৱা যায়। আখ্যায়কে অৱশ্যে জন্তুৰ জীৱন বিচৰা নাছিল। মানুহ হোৱাৰ উদগ্ৰ কামনাই তেওঁক বলিয়া কৰি তুলিলে। এনে চিকিৎসক আছেনে যেয়ে তেওঁক মানুহলৈ ৰূপান্তৰিত কৰিব!

ভ্ৰষ্টাচাৰৰ চোৰাং গতিৰ পম খেদাত ডেকা সিদ্ধহস্ত। সম্প্ৰতি আমাৰ দেশৰ মানুহে ভ্ৰষ্টাচাৰৰ লগত সহাৱস্থান কৰিবলৈ শিকিছে। ভ্ৰষ্টাচাৰৰ বিষয়ে আন গল্পকাৰেও লিখিছে। কিন্তু কনকসেন ডেকাৰ ৰচনাত নতুনত্ব আছে। সাংবাদিক ডেকাই ভালদৰে জানে ৰাজহুৱা জীৱন তথা প্ৰশাসনত প্ৰকট হোৱা ভ্ৰষ্টাচাৰ কেনেকৈ নিম্নতম শ্ৰেণীৰ মুখৰ গৰাহ কাঢ়ি নিছে। 'নিম্নমুখী' গল্পত গ্ৰামোন্নয়ন বিভাগৰ সঞ্চালক অভিজিৎ বৰুৱা কাগজত কেন্দ্ৰৰ পৰা তেওঁৰ বিভাগৰ বাবে ষাঠি কোটি টকা মঞ্জুৰ হোৱা খবৰ পঢ়ি উল্লসিত হৈছে। ঘৈণীয়েক কিয় আনন্দত অধীৰ হোৱা নাই তাকে ভাবিহে তেওঁ উদ্বিগ্ন হৈছে। তেওঁৰ ঘৰৰ

তৃতীয় মহলাটোতো সম্পূৰ্ণ হ'বই, এয়াৰ কণ্ডিচনাৰো সংযুক্ত হ'ব। এই মহলাতে পাৰিলে এটা চুইমিং পুলো সংলগ্ন কৰিব লাগে। ঘৈণীয়েকে আগৰবাৰৰ দৰে নিলম্বিত হ'ব পাৰে বুলি কোৱাত তেওঁ সেই ভয়ক টিলিকিতে উৰাই দিলে। আগৰবাৰ নিলম্বিত হোৱাৰ তিনি মাহতে মূল ঘৰটো সম্পূৰ্ণ কৰিছিল। এইবাৰ তৃতীয় মহলাটো সম্পূৰ্ণ হ'ব। আগৰবাৰৰ দৰে পুনৰাই চাকৰিত যোগদানো কৰিব পাৰিব। তেওঁৰ সকলো কিটিপ জনা আছে। বৰুৱাৰ মন নিম্নমুখী হোৱাত ঐহিক উন্নতিৰ সকলো বাটেই মেল খাব ধৰিছে।

'মাপকাঠি' গল্পত ডেকাই দেখুৱাইছে যোগ্যজনে উচ্চপদস্থ কৰ্মচাৰীৰ আসন দখল কৰিব নোৱাৰে। আচলতে যোগ্যতাৰ মাপকাঠী হ'ল আগন্তুক নিৰ্বাচনৰ বাবে শাসক দলক কোনে কিমান টকা সংগ্ৰহ কৰি দিব পাৰিব— 'কোনো বিষয়াকে শান্তিত কাম কৰিবলৈ দিব নালাগিব। ল'ৰা-ছোৱালীৰ পৰীক্ষাৰ আগমুহূৰ্তত, স্ত্ৰীৰ ডেলিভাৰিৰ সময়ত, বিষয়ালৈ বদলিৰ হুকুম পঠিয়াওক জাপে জাপে টকাৰ বাণ্ডিল আহি বাকচত সোমাবহি। এইখিনি কাম লহকৰে ভালদৰে কৰিব পাৰে। তেওঁ যোগ্য। আজিৰ পৰা তেওঁ আমাৰ মুখ্য অভিযন্তা। এই সিদ্ধান্ত আমাৰ কেবিনেটৰ'। 'কোৱালিফিকেচন' গল্পত কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ জগদীশ বৰঠাকুৰক জোৰ কৰি পাব্লিক ছাৰ্ভিচ কমিছনৰ সদস্যৰ পদত বহুওৱা হ'ল। কিন্তু প্ৰথমখন ইন্টাৰভিউতে তেওঁ থমকি ৰ'বলগীয়া হ'ল। আয়োগে সাক্ষাৎকাৰৰ অন্তত প্ৰাৰ্থীৰ শিক্ষাগত অৰ্হতা, অভিজ্ঞতা, কথা কোৱাৰ ভঙ্গী আদি চালিজাৰি চালে। অৱশেষত চূড়ান্ত মুহূৰ্তত চেয়াৰমেনে বৰঠাকুৰৰ ফালে চাই তেওঁৰ কলেজৰে প্ৰাক্তন ছাত্ৰ নিৰঞ্জনক নিৰ্বাচিত কৰা হ'ল বুলি ঘোষণা কৰিলে। বৰঠাকুৰ স্তম্ভিত হ'ল। সি ছোৱালী সংক্ৰান্তত পুলিচৰ হাতত ধৰা পৰিছিল, পৰীক্ষাত নিৰীক্ষকক ছুৰীৰে আঘাত কৰিছিল, নৰহত্যাৰ অপৰাধতো গ্ৰেপ্তাৰ হৈছিল। চেয়াৰমেনে তেওঁক বুজালে—আজিৰ যুগত এইবোৰেই 'কোৱালিফিকেচন'। ওপৰৰ পৰা অহা নিৰ্দেশ মানি চলিবই লাগিব। বৰঠাকুৰ আচৰিত হ'ল। তিনি দিন ধৰি কিহৰ পৰীক্ষা কৰা হ'ল? চেয়াৰমেনে বুজালে—সকলোখিনিয়েই নিয়মমাফিক কৰা হ'ল—এইবোৰ 'ফৰমেলিটি'হে।

ভাল বিষয়া যে একেবাৰে নাই তেনে নহয়। কিন্তু তেওঁলোক অসহায়। 'অসহায়' গল্পত স্থানীয় এদল লোকে গৈ বিভাগীয় সচিব বসন্ত ভূঞাক লগ ধৰিছে—দুৰ্নীতিগ্ৰস্ত আমোলা জগৎ পাটগিৰিক নিলম্বিত কৰিব লাগে। তেওঁ উৎকোচ গ্ৰহণত লুকঢাক নকৰে। ভাবিত দাসে ল'ৰাৰ বাবে পিয়নৰ চাকৰি এটা বিচৰাত দহ হেজাৰ টকা দি নিয়োগপত্ৰ লৈ যাবলৈ কৈছিল। তেওঁ সঁজাতী

দলটোৰ প্ৰধান সাক্ষী ভূঞাই দাসক বুজালে—পাটগিৰিক পুনৰায় লগ ধৰিলে সাত-আঠ হেজাৰতো হ'ব পাৰে। সঁজাতী দলটোৱে ভূঞাক নেৰানেপেৰাকৈ ধৰাত তেওঁ তেওঁলোকৰ দৰ্খাস্তমৰ্মে ব্যৱস্থা ল'বলৈ সিদ্ধান্ত ল'লে। পিছত দেখা গ'ল জগৎ পাটগিৰি নিলম্বিত নহ'ল। সচিব ভূঞাহে নিলম্বিত হ'ল।

ভ্ৰষ্টাচাৰে এইদৰে দশোদিশ শিপাই পেলাইছে। নিৰ্বাচনো ভ্ৰষ্টাচাৰৰ ভিত্তিতে খেলা হয়। সেইবুলি ডেকা কেৱল দুৰ্গতিৰ মুখা খোলা নেতিবাচক লেখক নহয়। সমাজত এনে বহুতো লোক আছে, যি সকলো প্ৰলোভনৰ উৰ্দ্ধত। দুৰ্বল শ্ৰেণীৰ মাজতে এনে লোকৰ পয়োভৰ। 'সংহত' গল্পৰ নায়ক ফাইজ ককাইটিৰ দুঃখ—ভোটৰ সময়ত মছজিদত ভাগ বাটোৱাৰা হোৱা টকাৰ দুশ হাত পাতি লৈছিল যদিও স্থানীয় এম.এল.এ. নফিলউদ্দিনক ভোট দিয়া নহ'ল। তেওঁ স্থানীয় যুৱক অমূল্যক বিমুখ কৰিব নোৱাৰিলে। দাৰুণ অভাৱতো তেওঁ টকা দুশ খৰচ নকৰিলে। পত্নীৰ বিনা চিকিৎসাই মৃত্যু হোৱাৰ পিছত বিশেষকৈ তেওঁৰ অনুৰোধ উপৰোধতেই তেওঁ নফিলউদ্দিনক বেইমানিৰ টকা দুশ ওভতাই দিব আহিছে। 'সুখৰ সন্ধান' গল্পত বিভিন্ন দিশৰ পৰা টকা-পইচা গোটোৱা বিভাগীয় সঞ্চালক বিমল ফুকনে ঘৈণীয়েকক থ'বলৈ দিয়া টকা কেইহেজাৰমান ড্ৰয়াৰৰ পৰা নোহোৱা হ'ল। পৰম বিশ্বাসী ভৃত্য খগেনক অবিশ্বাস কৰাৰ প্ৰশ্নই নুঠে। ফুকনৰ অৱশ্যে উদ্বিগ্নতা নাই। তেওঁৰ তহবিলত যথেষ্ট আছে। এদিন ৰাতিপুৱা খগেনৰ দেউতাক তেওঁৰ ঘৰত উপস্থিত হ'ল। তেওঁ নোটৰ বাণ্ডিলকেইটা আনিছে, গণ্তি কৰি ল'ব লাগে। খগেনে ভনীয়েকৰ বিয়াৰ খৰচ উলিয়াবলৈ নিছিল। ফুকনে তাৰে কেইহেজাৰমান লৈ বিয়াৰ জেঙা মৰাৰ কথা কৈছিল; কিন্তু খগেনৰ দেউতাক মান্তি নহ'ল। খগেনকো পঠিয়াবলৈ আপত্তি কৰিলে। তেওঁৰ মানত মন বান্ধিব নোৱাৰাজন অমানুহ। ফুকনৰ সন্দেহ হ'ল।—মানুহজনে এইদৰে তেওঁক গালি পাৰা নাইতো? ডেকাই এইদৰে সত্যৰ পোহৰত বাস্তৱক যাচাই কৰে।

দুৰ্নীতিগ্ৰস্ত মানুহে জন্মতে দুৰ্নীতিগ্ৰস্ত হৈ নাহে। সোঁচৰা ব্যাধিৰ দৰেই কাক কেতিয়া আক্ৰমণ কৰে ঠিক নাই। 'প্ৰজন্মৰ ব্যৱধান' এই উপকাৰ চিন্তা-চৰ্চা সম্বলিত এটি সুখপাঠ্য গল্প। আখ্যায়কে আত্মীয় ল'ৰা এজনৰ চাকৰিৰ বাবে ভাৰপ্ৰাপ্ত বিষয়া বেজবৰুৱাৰ ওচৰ চাপিছিল। তেওঁ চাম বুলি কোৱাত তেওঁৰ ধাৰণা হ'ল— তেওঁ উৎকোচ বিচাৰিছে। তেওঁ যি লাগে দিম বুলি কোৱাত তেওঁ ক্ষুণ্ণ হ'ল। তেওঁ ক'লে ইচ্ছা থাকিলেও তেওঁ নিজৰ কণমানি ছোৱালীটিৰ মঙ্গল চিন্তা কৰিয়েই প্ৰলোভনৰ উৰ্দ্ধত থাকিব। তেওঁৰ মানুহজনৰ প্ৰতি শ্ৰদ্ধাৰ ভাব

আহিল। তেওঁৰ বন্ধু এগৰাকীৰ গুণবান ল'ৰা এটাৰ বাবে ছোৱালী চাবৰ হ'লত তেওঁৰ এই সং বিষয়াগৰাকীৰ কথা মনলৈ আহিল। বেজবৰুৱাই স্বীকাৰোক্তি কৰিলে যে যিজনী ছোৱালীৰ মঙ্গলৰ কথা চিন্তা কৰি তেওঁ ভ্ৰষ্টাচাৰৰ পৰা আঁতৰি থাকিল, তাইৰ আৰু মাকৰ 'ষ্টেণ্ডাৰ্ড' ৰক্ষাৰ তাড়নাতে তেওঁ নীতিবিৰুদ্ধ কামত লিপ্ত হ'বলগীয়া হ'ল। বিয়াৰ প্ৰস্তাৱ আৰু দিয়া নহ'ল।

'ৰাতিৰ জুই'ত দুৰ্নীতিগ্ৰস্ত জীৱনৰ অন্য এটা দিশ উন্মোচিত হৈছে। এসময়ত আখ্যায়কৰ চিন্তা আছিল, ক'ত টকা পাব। এতিয়া চিন্তা—ক'ত টকা থ'ব। তেওঁ আচলতে এনে শীত-তাপ নিয়ন্ত্ৰিত জীৱন বিচৰা নাছিল। এতিয়া তেওঁৰ মনত শান্তি নাই। সদায় ভয়—জানোচা তেওঁৰ ধন-সম্পত্তিৰ হিচাপ চৰকাৰে পায়। এদিন তেওঁ মন্দিৰত ভোগ দিয়াৰ উদ্দেশ্যে সপৰিয়ালে ফেৰীৰে ডগুৰপাৰলৈ গৈছিল। আহোতে তেওঁৰ ল'ৰা ৰিংকু আৰু পিংকুৱে ৰেলিঙত ধৰি উমানন্দৰ ফালে মুখ কৰি প্ৰাকৃতিক দৃশ্যৰাজি চাই মুগ্ধ হৈ আছিল। ৰিংকুৱে দেউতাককো সিহঁতৰ ওচৰলৈ মাতিলে। তেওঁ আহিব খুজিছিল কিন্তু সংস্কাৰে তেওঁক বাধা দিলে। ফেৰীৰ পৰা নমাৰ পিছতো তেওঁ ৰিংকুৰ আহ্বান মনৰ পৰা আঁতৰাব নোৱাৰিলে। প্ৰতিযোগিতাৰ গেলা দুৰ্গন্ধৰ মোহ আঁতৰাব পাৰিলে তেওঁ মধুৰ সুবাসত ডুবি যাব পাৰিলেহেঁতেন। চাৰিওফালে মুকলি বতাহ, অথচ তেওঁ প্ৰতিষ্ঠাৰ কাৰাগাৰত বন্দী।

সময়ৰ সৰু-ডাঙৰ বক্ৰাঘাতৰ প্ৰতি ডেকা সচেতন। 'চেমিনাৰ' গল্পত সমাজ-কল্যাণ বিভাগে হৰিজনৰ উন্নতিকল্পে আয়োজন কৰা ব্যয়বহুল চেমিনাৰলৈ পুৰুষানুক্ৰমিকভাৱে অফিচঘৰটো সৰামচা কৰা হৰিজন কৰ্মীজনক যাব দিয়া হোৱা নাই। গতিকে এইখন হৰিজন বৰ্জিত হৰিজনৰ চেমিনাৰ।

নুবুজা কবিতা'ত সমাজৰ বৰমূৰীয়া তথা পঞ্চায়তৰ সভাপতি বৰুৱাই ভাল মানুহৰ নতুন সংজ্ঞা নিৰ্ধাৰণ কৰিছে। তেওঁৰ মানত তেওঁক বিনা পইচাই সাঁচ নিদিয়া কৃষিবিষয়া দুৰ্নীতিগ্ৰস্ত; আইন প্ৰণেতাৰ ক্ষেত্ৰত আকৌ কিহৰ আইন? গতিকে তেওঁ নিলম্বিত হ'ব লাগে। স্থানীয় চিকিৎসালয়ৰ দেখনিয়াৰ নাৰ্চগৰাকীয়ে তেওঁৰ দৰে মাতব্বৰ মানুহে মাতিলেও সন্ধিয়া অকলে তেওঁৰ ঘৰলৈ নাহে— গতিকে তাই চৰিত্ৰহীনা।

সাম্প্ৰতিক দুৰ্বিবহ কালৰ সন্ত্ৰাসজনিত বিভীষিকা আদিৰ বিষয়েও ডেকাই কেইটিমান তাৎপৰ্যপূৰ্ণ গল্প লিখিছে। 'পাঁচ চেপ্টেম্বৰৰ ৰাতিপুৱা', তেনে এটি গল্প। পুণাত অধ্যাপনা কৰা সীমাই বহু প্ৰত্যাশিত মাতৃত্বৰ সম্ভাৱনাৰ আনন্দত স্বদেশৰ ঘৰলৈ প্ৰত্যাবৰ্তন কৰিছে। তেওঁৰ পৰিয়ালৰ সকলোটিয়েই বিমানকোঠলৈ

আহিছিল যদিও তেওঁলোকৰ ঘৰৰে এজনৰ দৰেকৈ মিলামিছা কৰি থকা কমল অহা নাই। পিছত তেওঁ জানিব পাৰিলে, তাৰ বস্তিয়া ষ্টেচনত আগদিনা বাছত হোৱা বিস্ফোৰণত মৃত্যু হৈছে। সিদিনাৰ বাতৰি কাকতত এই বিস্ফোৰণৰ বিশদ বৰ্ণনা পঢ়ি তেওঁৰ মন ভাগি পৰিল। একে পৃষ্ঠাতে তেওঁ আন এটা খবৰ পঢ়িবলৈ পালে। এঘাৰজন তৰুণে চাহ বাগানৰ মহিলা এগৰাকীক ধৰ্ষণ কৰিছে। যুৱককেইজনৰ প্ৰায় ভাগেই মধ্যবিত্ত পৰিয়ালৰ শিক্ষিত ল'ৰা। সীমাই পুণাত থাকোঁতে অসমৰ প্ৰাকৃতিক সৌন্দৰ্য আৰু শান্তিৰ পৰিৱেশৰ কথা কৈ গৰ্ব কৰিছিল। তেওঁৰ সপোন ভাগি চূৰ্ণ-বিচূৰ্ণ হ'ল।

'মাধৱী চৌধুৰীৰ বেদনা' গল্পত সমকালীন জীৱনৰ মৰ্মবেদনা ফুটি উঠিছে। ৰাতি যোৰহাটৰ পৰা মোমায়েকৰ লগত আহি থাকোঁতে বীণাহঁতৰ গাড়ী দুৰ্ঘটনাগ্ৰস্ত হয়। ড্ৰাইভাৰ আৰু মোমায়েক গুৰুতৰভাৱে আহত হোৱাত নগাঁৱৰ হাস্পতালত ভৰ্তি কৰোৱা হয়। বীণাই চেতনা পাই দেখে তাইক কেইজনমান ডেকা ল'ৰাই আগুৰি আছে আৰু মুছলমান তিৰোতা এগৰাকীয়ে তাইক বিচি আছে। অলপ পিছত বিচনীখন ফজল নামৰ ল'ৰা এটাৰ হাতত দি মানুহজনী আঁতৰি গ'ল। কেইটামান আতংকৰ মুহূৰ্ত পাৰ হোৱাৰ পিছত হঠাৎ সিহঁতৰ এজনে চাকিটো নুমুৱাই দিলে। অমলৰ দলটোৱে তাইক ধৰ্ষণ কৰিব খুজিছিল, কিন্তু, ফজলে তাক প্ৰাণপণে বাধা দিলে। দুৰ্ঘটনাৰ খবৰ পাই পুলিচ আহিলত বীণা বিপদমুক্ত হ'ল। গল্পটোৰ কেন্দ্ৰীয় ভাব স্পষ্ট। কিন্তু মাধৱী চৌধুৰীৰ গল্পত ধৰা দিয়া এই আখ্যানটো সম্পাদকে অবাস্তৱ বুলি উৰাই দিলে আৰু গল্পটো ছপাবলৈ অস্বীকাৰ কৰিলে।

ডেকাই যে কেৱল পাৰিবাৰিক বা সামাজিক সমস্যাক লৈয়ে গল্প লিখে তেনে নহয়। চিৰন্তন সমস্যাক লৈও লিখে। 'চিৰন্তন' গল্পত তৰুণ অধ্যাপক সুনীলে মাকক তেওঁৰ জালুকবাৰীৰ ঘৰত সাধ্যমতে সুখত ৰাখিছে। তেওঁৰ ডাঙৰ ককায়েক আমেৰিকাত থাকে, আৰু মাজু ককায়েক থাকে দুলীয়াজানত। মাকৰ অসুখ হোৱাত দুয়োজন ককায়েক উদ্বিগ্ন হ'ল যদিও চাকৰি বা ল'ৰা-ছোৱালীৰ পঢ়া-শুনা আদিৰ অজুহাতত চাবলৈ অহাৰ পৰা বিৰত থাকিল। মাকে আৰোগ্য লাভ কৰিলে যদিও সুনীলহঁতৰ মনত বিদ্ৰোহৰ ভাব আহিল। তেওঁলোকে একপ্ৰকাৰ জোৰ কৰিয়েই মাকক দুলীয়াজানত থৈ অৱসৰ বিনোদনৰ কাৰণে অসমৰ বাহিৰলৈ গুচি গ'ল। ওভতাৰ পথত ৰেলত এটা ভিক্ষাৰী ল'ৰাই উচ্ছিষ্ট সংগ্ৰহ কৰি ৰুগ্ন মাকক নুখুওৱাকৈ একো মুখত নিদিয়াৰ দৃশ্য দেখি সুনীলৰ চেতনা আহিল। তেওঁ মাকক দুলীয়াজানৰ পৰা আনি তেওঁ বিচৰা মতে

জালুকবাৰীত তেওঁলোকৰ ঘৰতে ৰাখিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ল।

ৰোমাণ্টিক পৰম্পৰাৰ গল্প ৰচনাতো ডেকা সিদ্ধহস্ত। 'পক্ষান্তৰ' তেওঁৰ এটি ভিন্নৰুচিৰ ৰোমাণ্টিক গল্প। স্নিগ্ধা ৰমেনৰ নবৌৱেকৰ ভনীয়েক। ঘৰ ডিব্ৰুগড়ত। তিনি বছৰ আগতে বায়েকৰ খবৰ ল'বলৈ অহা স্নিগ্ধাক সি ৰেলত ঘৰলৈ 'এছকৰ্ট' কৰি নিছিল। প্ৰাণোচ্ছলা গাভৰুগৰাকীয়ে ৰেলত তাৰ লগত ৰংৰহইচ কৰি কথা-বতৰা পাতিছিল। তাৰ ওপৰত চৰ্দাৰী কৰিছিল। তিনি বছৰ পাৰ হৈ গ'ল। স্নিগ্ধাৰ দুলীয়াজানৰ ইঞ্জিনিয়াৰ এগৰাকীৰ লগত বিয়া হৈছিল। বিয়াখন সুখৰ হৈছিল যদিও ল'ৰাজনৰ মৃত্যুৱে তাত যৱনিকা আনি দিলে। এতিয়া ৰমেনৰ ঘৰখনৰ ইচ্ছা সি স্নিগ্ধাক গুৱাহাটীলৈ আনিব লাগে। কিজানি তাই অলপ সান্ত্বনা পায়েই। ৰমেনৰ বিকল্প নাছিল। গতিকে এইবাৰ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ এক অসহনীয় যাত্ৰা আৰম্ভ হ'ল। এইগৰাকী স্নিগ্ধা আৰু আগৰ প্ৰগলভা স্নিগ্ধা নহয়। তাই আগৰবাৰৰ দৰে ফাইফৰমাইচ দিয়া নাই। নীৰৱে খিৰিকীৰ ফালে চাই আছে। কেইটিমান ষ্টেচন পাৰ হোৱাৰ পিছত তাই ৰমেনৰ কান্ধত মূৰ থৈ হুকহুককৈ কান্দিবলৈ ধৰিলে। ৰমেনে তাইক আৰু উদ্ভিন্ন যৌৱনা সম্ভাব্য প্ৰেয়সীৰ ৰূপত দেখা নাই। যেন তাৰ কোনো এজনী অকণমানি ভনীয়েকেহে তাৰ ওচৰত সান্ত্বনা বিচাৰি তাৰ কোলাত ঢলি পৰিছে। দুটা বিসদৃশ দৃশ্যৰ দৃশ্যান্তৰত নিৰ্ভৰ কৰা গল্পটো নিশ্চয় যুদ্ধোত্তৰ যুগৰ অন্যতম শ্ৰেষ্ঠ গল্প হিচাপে পৰিগণিত হ'ব।

ডেকাৰ চুটি গল্পত ছাঁ-পোহৰৰ খেলা নাই; মনস্তাত্ত্বিক বিশ্লেষণৰো প্ৰৱণতা নাই। তেওঁৰ ৰচনা-ৰীতি ধ্ৰুপদী সাহিত্যৰ ৰীতিৰ দৰে স্বচ্ছ আৰু পৰিচ্ছন্ন। তেওঁৰ ভাষা সংযত আৰু ভাবাবেগ আৰু উচ্ছ্বাসৰ পৰা মুক্ত। ঔৎসুক্যৰ অৱতাৰণা আৰু তাৰ নিৰসণ তেওঁৰ ৰচনাৰ লক্ষ্য নহয়, জীৱনৰ প্ৰতিফলন আৰু সমালোচনাহে তাৰ কেন্দ্ৰীয় প্ৰেৰণা। ○

# সফলতাৰ আঁৰৰ মহিলা গৰাকী

ইলু দেৱী বৰুৱা

অসমৰ বিশিষ্ট সাংবাদিক, সাহিত্যিক কনকসেন ডেকাৰ সম্বৰ্ধনা সমিতিৰ সম্পাদকৰ পৰা তেখেতৰ বিষয়ে কিবা এটা লিখিবলৈ দায়িত্বভাৰ পাই মই চিন্তাত পৰিলোঁ। বিশাল ব্যক্তিত্বৰ এই ব্যক্তিজনৰ বিষয়ে মই যিমানখিনি জানিছিলোঁ বা অধ্যয়ন কৰিছিলোঁ সেইখিনিয়ে এইজন ব্যক্তিৰ প্ৰতিভাক লিখাৰ মাধ্যমেৰে পাঠকৰ সন্মুখত প্ৰকাশ কৰাটো সহজসাধ্য নহ'ব বুলি মই ভাবিলোঁ। গতিকে এই সফল ব্যক্তিজনৰ আঁৰৰ মানুহগৰাকীৰ সৈতে কথা-বতৰা পাতি তেখেতৰ বিষয়ে নজনা দুই-এটা কথা যুগুতাই পাঠকক সোৱাদ দিবলৈ বুলি নিৰ্দিষ্ট দিনত সময়মতে গৈ ভানুশ্ৰীসেন ডেকাৰ ঘৰত উপস্থিত হ'লোঁগৈ।

ভানুশ্ৰীসেন ডেকা—বহুতৰ বাবে চিনাকি নাম যদিও বহুতে চিনি নেপাবও পাৰে। ক'বলৈ গ'লে ভানুশ্ৰীসেন ডেকা এগৰাকী নীৰৱ কৰ্মীয়েই বুলিব লাগিব। তেখেত অগ্ৰদূত ভৱনৰ আগশাৰীৰ কাকত-আলোচনী আদিৰ প্ৰকাশিকাই নহয়, তেখেত এই বৃহৎ অনুষ্ঠানটিৰ পৰিচালকৰ দায়িত্বত থকাৰ উপৰি এগৰাকী সংগ্ৰামী, সাংবাদিক, সাহিত্যিকৰ সুযোগ্যা পত্নী। ভানুশ্ৰীসেন ডেকা সু-লেখিকা নহ'লেও মনৰ মাজত উকমুক কৰি থকা ভাবনাবোৰ মাজে মাজে লিখিত আকাৰ নিদিয়াও নহয়। কিন্তু তেখেতে অধ্যয়ন কৰে, চিন্তা-চৰ্চা কৰে গভীৰভাৱে।

ভানুশ্ৰীসেন ডেকাৰ ব্যক্তিত্ব আকৰ্ষণীয়। তেখেতৰ অমায়িক কথা-বতৰা, গ্ৰামীণ চেহেৰাৰ হাঁহি থকা মুখখনিয়ে অতি কম সময়ৰ ভিতৰতে মানুহক আপোন কৰি ল'ব পাৰে। তদুপৰি এটা বিশেষ গুণ হ'ল অতিথি-পৰায়ণ মনোভাব, আজিৰ দিনত, ব্যস্ততাৰ মাজত বা বয়সলৈ কৰ্ণপাত নকৰি হাঁহি মুখেৰে আদৰ কৰি জোৰকৈ

নিজে ৰান্ধি-বাঢ়ি খুওৱা মানুহ খুব কমেহে আছে।

ভানুশ্ৰীসেন ডেকাৰ জীৱনৰ অভিজ্ঞতা পূৰঠ। তেখেতৰ স্বামীয়ে মাৰ্কিন যুক্তৰাষ্ট্ৰৰ অসম অধিবেশনৰ মুকলি সভাত বক্তৃতা প্ৰদান কৰিবলৈ যাওঁতে তেখেতো লগতে গৈ বিদেশৰ বহুতো ঠাই ফুৰি আহেগৈ।

অগ্ৰদূত ভৱনৰ সৈতে নতুনকৈ কাৰোবাক পৰিচয় কৰি দিয়াৰ প্ৰয়োজন নাই। এই ভৱনৰ পৰা জনপ্ৰিয় কাকত 'দৈনিক অগ্ৰদূত', 'তিনিদিনীয়া অগ্ৰদূত', মহিলা আলোচনী 'শ্ৰীময়ী', শিশু আৰু কিশোৰৰ আলোচনী 'অকণিৰ অগ্ৰদূত' আৰু হাস্য-ব্যঙ্গ আলোচনী 'চিচিংফাক' নিয়মীয়াকৈ প্ৰকাশ হৈ আছে।

আজিৰ যুগত দেখা যায় কিছু সংখ্যক নাৰীয়ে নিজৰ প্ৰতিভা বিকাশৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰে আৰু সফলো হয়। এনেকৈ নাৰীসকলৰ চেষ্টা অব্যাহত থাকিলে দেশৰ ভিতৰত অগ্ৰণী নাৰীৰ স্থান পূৰণ কৰিবলৈ সৰহ সময় নেলাগিব। কিন্তু কিছুমান নিৰ্জু অথচ গুণ-বিশিষ্ট বা প্ৰতিভাময়ী নাৰী আছে, যাৰ যোগ্যতা থকা সত্বেও নিজক সমাজৰ আগশাৰীলৈ নিবলৈ বা জাহিৰ কৰিবলৈ ভাল নেপায়। ভানুশ্ৰীসেন ডেকা পিছৰ শাৰীতে পৰে।

এইগৰাকী মহিলাৰ বিষয়ে জানিবলৈ বা দুআষাৰ ঘনিষ্ঠভাৱে কথা পাতিবলৈ তেখেতৰ বিষয়ে জনাৰ পিছৰে পৰা মন গৈ আছিল। অগ্ৰদূত কাকত গোষ্ঠীৰ লগত অৱশ্যে মোৰ পৰিচয় আছে। প্ৰায় আঠাইকেইখন কাকত-আলোচনীতে মই লেখা-মেলা কৰোঁ আৰু নিয়মীয়া শিতানো লিখোঁ। সেই সংক্ৰান্তত অগ্ৰদূত ভৱনলৈ কেতিয়াবা যোৱা হয় যদিও কাৰ্যালয়ৰ আছুতীয়া কোঠাত কৰ্মৰতভাৱে থকা অৰ্থাৎ প্ৰকাশকৰ আৰু পৰিচালনাৰ দায়িত্বত থকা ভানুশ্ৰীসেন ডেকাক লগ পোৱা নাছিলোঁ। মই তেখেতক লগ ধৰাৰ ইচ্ছা প্ৰকাশ কৰাত তেখেতে অতি আন্তৰিকতাৰে মোক আমন্ত্ৰণ জনালে। প্ৰথমবাৰ অৱশ্যে মই মোৰ নিজৰ কামত ব্যস্ত থকাত যাব নোৱাৰিলোঁ যদিও যোৱা সাত জুনৰ দিনা (২০০৩ চন) আবেলি তেখেতৰ ঘৰ ওলালোঁগৈ। উদ্যোক্তাসকলৰ ফালৰ পৰা আমাৰ লগত আছিল বিশিষ্ট ব্যক্তি তথা সাহিত্যিক শূল শৰ্মাদেৱ, 'শ্ৰীময়ী' আলোচনীৰ সম্পাদক মনোজ কুমাৰ ভট্টাচাৰ্য আৰু অসীম কুমাৰ ডেকা।

আমি যাম বুলিয়েই ভানুশ্ৰীসেন ডেকা প্ৰমুখ্যে ঘৰৰ প্ৰায় সকলোৱেই বাট চাই আছিল। অৱশ্যে কনকসেন ডেকাদেৱ নাছিল। বহা কোঠাত সোমায়েই এটা ফৰকাল তথা আনন্দমুখৰ বাতাবৰণৰ সন্মুখীন হৈ ভাল লাগিল।

ভানুশ্ৰীসেন ডেকা অৰ্থাৎ বাইদেউ সোমাই আহি হাঁহি মুখেৰে আমাক অভিবাদন জনাই মোৰ কাষত বহিল। তেখেতে মোক ক'লে যে মোৰ লগত যদিও

ব্যক্তিগতভাৱে চিনা-পৰিচয় হোৱা নাই, মোৰ লেখা হেনো পঢ়ি থাকে। সেই কাৰণে মোক জানে। কিছু সময় কথা পতাৰ পিছত কনকসেন ডেকাদেৱৰ লগত বাইদেউৰ এটা পাৰ্থক্য দেখিবলৈ পালোঁ। দাদা যিমান গহীন-গম্ভীৰ, কম কথা কয়—বাইদেউ সিমানেই হাঁহিমুখীয়া আৰু ধেমালিৰ চলেৰে কথা কৈ ভাল পায়।

ইতিমধ্যে কোঠাটোত চকু ফুৰাইছিলোঁ। শীত-তাপ নিয়ন্ত্ৰিত বহা কোঠাটো চাফ-চিকুণকৈ সজোৱা, গৃহস্থৰ সুন্দৰ ৰুচিবোধৰ প্ৰকাশ পাইছে। আৰামদায়ক দুটা চোফাচেট। বেৰত কলা-সুলভ ছবি। এটা প্ৰকাণ্ড আইনাৰ আলমাৰি—কেইবাটাও ফুলদানিসহ দেশ-বিদেশৰ পৰা সংগ্ৰহ কৰা আকৰ্ষণীয় কেইবিধমান সজোৱা বস্তু আৰু পৰিয়ালৰ বিশেষ বিশেষ মুহূৰ্তৰ লেমিনেশ্বন কৰা ফটো। চেণ্টাৰ টেবুলত প্ৰাকৃতিক গছ-ফুলৰ ফুলদানি। টাইলচ্ লগোৱা মজিয়াত সৰু এখন কাৰ্পেট।

লাহী দেহৰ, মৰম লগা মুখৰ বাইদেউৰ একমাত্ৰ কন্যা মাধুৰীমাই আমি বহাৰ লগে লগেই চাহ পৰিবেশন কৰিলে। আৰু বিজু? বাইদেউৰ সৰু ল'ৰা, মৰমলগা মুখৰ বিজু অৰ্থাৎ প্ৰাঞ্জলেও ইটো সিটোকৈ আমাক সহায় কৰাত লাগিল। ভাবিছিলোঁ বাইদেউৰ পৰা এটি সাক্ষাৎকাৰ গ্ৰহণ কৰিম। কিন্তু তেখেতে এনেকুৱাকৈ ঘৰুৱাভাৱে কথা পাতিবলৈ লাগিলে যে পোনপটীয়াকৈ প্ৰশ্ন সুধিবলৈ মই অৱকাশেই নেপালোঁ। তথাপি মই আত ধৰি গৈছিলোঁ। তেখেতেও মুকলিকৈ উত্তৰ দিছিল।

ঃ সাংবাদিক, সাহিত্যিক হিচাপে কনকসেন ডেকাদেৱে সফলতা লাভ কৰিছে বুলি সকলোৱে কয়। তেখেতৰ সফলতাৰ আঁৰত বহুতেই আপোনাৰ অনুপ্ৰেৰণাৰ কথা ক'ব খোজে। আপুনি বাৰু তেখেতৰ সফল জীৱনত কেনেকৈ অৰিহণা যোগাইছিল বা যোগাই আছে? তদুপৰি এষাৰ কথাও আছে যে এজন সফল পুৰুষৰ আঁৰত এগৰাকী নাৰী থাকে।

তেখেতে উত্তৰ দিলে—

ঃ আপুনি ঠিকেই কৈছে। অৱশ্যে মই মোৰ স্বামীক কেনেদৰে অৰিহণা যোগাইছোঁ সেইটো সঠিক ক'ব নোৱাৰিম। যদিও, এটা কথা ঠিক যে ঘৰুৱা কামৰ দিশতেই হওক, ব্যৱসায়িক প্ৰতিষ্ঠান বা আন আন দিশতেই হওক—স্বামীৰ লগত মই ছাঁটোৰ দৰে ওতপ্ৰোতভাৱে জড়িত। কেৱল ময়েই নহয়, বুজন হোৱাৰ পিছৰে পৰা ল'ৰা-ছোৱালীহঁতেও সুখ-দুখ আৰু কৰ্মৰ সমভাগী হৈছে। আমি সকলোৱেই তেখেতৰ কৰ্মৰ অংশীদাৰ বুলি ক'লেও বেছি কোৱা নহয়।

ইয়াৰ পিছত বাইদেৱে হাঁহি 'উম্যান ঈৰ্ষ্যা' নামৰ আলোচনী এখনত অলপতে পঢ়া গল্প এটা আমাৰ আগত কৈ শুনালে যে নাৰীয়ে এজন পুৰুষক সহযোগ কৰি যেনেকৈ কৃতকাৰ্যতাৰ শিখৰলৈ নিব পাৰে, তেনেকৈ অসৎ নাৰীয়ে এজন সৎ পুৰুষক

ধ্বংসও কৰিব পাৰে। অৱশ্যে ইতিহাসতো এনেকুৱা দৃষ্টান্ত নথকা নহয়। গল্পটো এনেধৰণৰ ঃ এজন মৃদুভাষী ব্যক্তিয়ে তেওঁৰ সজ আচৰণ আৰু অমায়িক ব্যৱহাৰৰ কাৰণে সকলোৰে প্ৰিয় আছিল, আৰু তেওঁৰ সেই সজ আচৰণৰ বাবে চাকৰিতো উন্নতি কৰিব পাৰিছিল। কিন্তু বিয়াৰ পিছত লাহে লাহে তেওঁৰ সেই সজ গুণবোৰ অদৃশ্য হৈ যাবলৈ ধৰিলে। প্ৰিয় পৰিয়াল, বন্ধু-বান্ধৱেও তেওঁৰ সঙ্গ এৰিবলৈ বাধ্য হ'ল। আনকি তেওঁৰ সৈতে কাম কৰা কৰ্মচাৰীসকলেও তেওঁৰ লগ সহজতে নোলোৱা হ'ল। ইয়াৰ কাৰণ হিচাপে তেওঁৰ বিবাহিতা স্ত্ৰীৰ খঙাল উগ্ৰ স্বভাৱ, ঈৰ্ষা-পৰায়ণতা আৰু নিতৌ সংঘটিত হোৱা কন্দলে তেওঁৰ মনত বাৰুকৈয়ে ক্ৰিয়া কৰিছিল। যাৰ কাৰণে মানুহজনৰ সহজ-সৰল আৰু অমায়িক স্বভাৱৰ পৰিৱৰ্তে ৰুক্ষ স্বভাৱে গঢ় ল'লে। কিন্তু বহুতদিনৰ পিছত যেতিয়া মানুহজনে চাকৰিৰ পৰা অৱসৰ লৈছিল, তেতিয়া পুৰণি কেইজনমান সহকৰ্মীয়ে তেওঁক দেখা কৰিবলৈ মন মেলে। ভয়ে ভয়ে তেওঁৰ ওচৰলৈ যাওঁতে মানুহকেইজনে মনতে ভাবি গ'ল যে নিশ্চয় মানুহজনৰ পৰা তেওঁলোকে ভাল ব্যৱহাৰ নেপায়। বেয়া ব্যৱহাৰ পাম বুলি ভাবি যোৱা মানুহকেইজন তেওঁৰ কাষ চাপি আচৰিত হ'ল— তেওঁলোকৰ ধাৰণা ভ্ৰান্ত। তেওঁলোকে লক্ষ্য কৰিলে যে মানুহজনৰ পূৰ্বৰ অমায়িক গুণ, সহজাত স্বভাৱ ঘূৰি আহিছে। এয়া কেনেকৈ সম্ভৱ হ'ল? পিছতহে তেওঁলোকে গম পালে যে প্ৰথম পত্নীৰ অবৰ্তমানত যেতিয়াই তেওঁ দ্বিতীয় পত্নীক বিয়া কৰালে আৰু দ্বিতীয় পত্নীৰ প্ৰথম পত্নীৰ বিপৰীত-ধৰ্মী স্বভাৱে মানুহজনৰ মনত ক্ৰিয়া কৰাৰ কাৰণে তেওঁৰ সেই বদান্যতাৰ গুণবোৰ আকৌ ঘূৰি আহিছে। এই বুলি বাইদেৱে নাৰীৰ দুই ৰূপৰ কথা ক'লে।

ঃ বাৰু বাইদেউ, মই অন্য এটা প্ৰশ্ন সুধিব খুজিছোঁ—দাদাক আপুনি কেতিয়া লগ পাইছিল—বিয়াৰ আগত নে পিছত?

— বাইদেউৰ মুখত লাজকুৰীয়া হাঁহিৰ ৰেঙণি এটা খেলি গ'ল।

ঃ বিয়াৰ আগতো নহয় পিছতো নহয় আঙঠি পিন্ধাবলৈ আহোঁতে। সেই দিনাৰ দৃশ্যটো মোৰ এতিয়াও কেতিয়াবা কেতিয়াবা মনৰ মাজত জিলিকি উঠে।

— এইবুলি তেখেতে ক'বলৈ আৰম্ভ কৰিলে। কথাখিনি এনে ধৰণৰ ঃ এদিন হঠাৎ তেজপুৰৰ ওচৰৰ ৰঙাপাৰৰ ঘৰলৈ গাড়ী লৈ দুজন মানুহ আহিল। সেই সময়ত বাইদেউৰ দেউতাক গন্ধ দন্ত লহকৰ বাৰাণ্ডাত বহি আছিল। ফাগুন মাহৰ সন্ধিয়া। আগন্তুকে তেখেতক ক'লে যে তেওঁলোকে ছোৱালী চাবলৈ আহিছে। 'ল'ৰাজন' অৱশ্যে অহা নাছিল। তেওঁলোক ল'ৰাৰ ভনী-জোঁৱায়েক। তাৰে এজন ভাবী ভনী-জোঁৱায়েকহে। এই বুলি তেওঁলোকৰ আঁতি-গুৰি ভাঙি-পাতি ক'লে। দেউতাকে

চিনি পালে। সেই সময়ত বাইদেউৰ আইতাকো আছিল। দেউতাকে চিনি পাইছিল যদিও হঠাতে এনেকৈ ছোৱালীজনী দেখুৱাবনে নেদেখুৱায় ভাবি কিছু সময় বিমোৰত পৰিছিল। দেউতাকে আইতাকক কথাখিনি ভাঙি-পাতি কৈ ছোৱালী দেখুওৱাৰ কথা ক'লে। সকলো কথা বুজি পাই আইতাকে নাতিনীয়েকক দেখুৱাবলৈ অনুমতি দিলে। সেই সময়ত বাইদেৱে মেট্ৰিক পৰীক্ষা দিছিলহে। বয়স তেতিয়া ১৬ বছৰ আঠ মাহ (বাকী কলেজীয়া শিক্ষা বিয়াৰ পিছতহে শেষ কৰিছে)। তেওঁলোকে ছোৱালী চাই চাহ-জলপান খাই গ'লগৈ।

ইয়াৰ পিছত বাইদেউহঁত ফাঁকুৱাত ৰঙিয়াৰ ঘৰলৈ আহিল। ৰঙিয়াৰ ঘৰতে ল'ৰাৰ মাক, বৰমাক আদিয়ে চালেহি। তাৰ কিছুদিনৰ পিছৰ কথা—বাইদেউৰ দাদাকৰ বিয়া ৰঙিয়াতে হৈছিল। বাইদেৱে বিয়াৰ দিনা বান্ধৱীসকলৰ লগত বিয়ালৈ অহা অতিথিসকলক তামোল-চালি দি আদৰ-আপ্যায়ন কৰি আছিল। এনেতে গঢ়িত মুখৰ, দীৰ্ঘদেহী, ধুতী-পাঞ্জাবী পিন্ধি পৰিপাটি যেন লগা এজন ডেকা হাতত ছাতি এটা লৈ সোমাই আহিল। ৰদো নাই বৰষুণো নাই—বিয়াঘৰলৈ ধুনীয়া ডেকাজনে ছাতি লৈ অহা দেখি বান্ধৱীসকলৰ লগতে বাইদেৱেও খুকখুকাই হাঁহিবলৈ ধৰিলে। ডেকাজনৰ ভায়েক নীলমণিও আহিছিল। কিছু সময়ৰ পিছত বিয়াঘৰৰ উদুলি-মুদুলিৰ মাজতে ভায়েক নীলমণিয়ে দেউতাকৰ কাণত ফুচফুচাই ক'লে যে দাদাকে আঙঠি লৈ আহিছে। আজিয়েই ছোৱালীক আঙঠি পিন্ধাই যাব। এফালে বিয়াঘৰত আলহী-অতিথিৰ অভ্যৰ্থনা, খুওৱা-বুওৱাৰ দায়িত্ব, আনফালে ভাবী জোঁৱায়েকৰ আঙঠি পিন্ধোৱাৰ প্ৰস্তাৱ। না-নুই কৰাৰতো প্ৰশ্নই উঠিব নোৱাৰে। দেউতাক আকৌ আইতাকৰ শৰণাপন্ন হ'ল। আইতাকে ক'লে—'আঙঠি পিন্ধাবলৈ যে আহিছা, তেল সেন্দূৰ জানো আনিছা ?' 'নাই অনা'! শেষত তেল-সেন্দূৰ ঘৰৰ পৰাই দিয়া হ'ল আৰু ছাতি লৈ অহা ডেকাজনে গহীন-গম্ভীৰভাৱে বাইদেউক আঙঠি পিন্ধাই থৈ গুচি গ'ল। সেইজনেই কনকসেন ডেকা। ছাতিটো অৱশ্যে থৈ গ'ল। পাহৰিলে। পাছত যেনিবা ভায়েক নীলমণিয়ে আহি ছাতিটো লৈ গ'ল।

বাইদেৱে ৰগৰ কৰি আকৌ ক'লে—

"সেই তেতিয়াৰ পৰাই দেখিলোঁ মানুহজনে ছাতি লগত লৈ নুফুৰাকৈ নেথাকে। কিন্তু য'লৈকে যায় ছাতিটো প্ৰায়েই এৰি থৈ আহে। এতিয়াও এখন্তেক ওলাই গ'লেই ছাতিটো লৈ যায় যদিও ঘূৰি আহোঁতে ছাতিটো হাতত নাহে। এদিন ষ্টীলৰ নালৰ নতুন ছাতি এটা নিব খোজোতে আমি সকলোৱেই হাক দিলোঁ। তেখেতে ক'লে—'চিন্তা কৰিব নেলাগে ছাতিটো মই ঠিকে ঠিকে লৈ আহিম।' হয়, আনিলেও। কিন্তু মেলি চাই দেখো—আমাৰ ষ্টীলৰ নাল থকা দামী ছাতিটোৰ সলনি বাঁহৰ নাল

থকা পুৰণা এটা ছাতিহে।

বাইদেউৰ কথা শুনি নেহাঁহি নোৱাৰিলোঁ।

ঃ বিয়াৰ পিছৰ পৰা আজিলৈকে এই সুদীৰ্ঘ জীৱন পৰিক্ৰমাৰ আপোনালোকৰ উত্থান-পতনৰ বিষয়ে জনাবনে?

ঃ ১৯৬৭ চনৰ ১৯ এপ্ৰিল (৫ ব'হাগ)ত আমাৰ বিয়া হৈ যায়। শহুৰৰ ঘৰখনত মানুহৰ সংখ্যা বুলিবলৈ শহুৰ, শাহুআই, দেওৰ তিনিজন আৰু ননদ দুগৰাকী আছিল। শাহুআই যদিও ৰক্ষণশীল স্বভাৱৰ, শহুৰ কিন্তু যুগৰ লগত খাপখোৱা আৰু খোলামনৰ আছিল। বিয়াৰ কিছুদিনৰ পিছত আমি বেলশৰৰ পৰা মঙলদৈলৈ আহোঁ। স্বামীয়ে ছিপাঝাৰ হায়াৰ চেকেণ্ডাৰী স্কুলত মঙলদৈৰ ঘৰৰ পৰা অহা-যোৱা কৰি শিক্ষকতা কৰিছিল। ১৯৭৩ চনলৈকে চাকৰি কৰে। তাৰ আগে আগে গোৱালপাৰাত বি. টি. পঢ়িছিল। বি. টি. পাছ কৰাৰ পিছতেই চাকৰি বাদ দিয়ে। ১৯৭১ চনৰ ১ ফেব্ৰুৱাৰীৰ দিনা (সেইদিনা সৰস্বতী পূজা আছিল) মঙলদৈৰ পৰা প্ৰথম পৰেকীয়া হিচাপে 'অগ্ৰদূত' কাকত ওলায়। বৰ্তমান এই কাকতৰ ৩৩ বছৰ চলি আছে। সেই সময়ত শিশুৰ শিতানটো শিশু সাহিত্যিক গগন চন্দ্ৰ অধিকাৰীয়ে চাই দিছিল। ভূপেন কাকতী, বাপুটি বণিয়া, শৰৎ ডেকা আদিয়েও সহযোগ কৰিছিল। কাকতখনৰ প্ৰথমৰ পৰাই এখেত সম্পাদক আছিল।

ইয়াৰ পিছত বাইদেউ ক্ষন্তেক মৌন হৈ আকৌ ক'লে—

ঃ জীৱনত আমি বহুতো সংগ্ৰাম কৰিবলগীয়া হৈছে। কাৰোপৰা আমি বিশেষভাৱে সহায় নাই পোৱা বুলিয়েই ক'ব লাগিব। আমাৰ ল'ৰা দুটা আৰু ছোৱালী এজনী। ১৯৬৯ চনৰ ১১ আগষ্টত ডাঙৰ ল'ৰা দিগন্তৰ জন্ম হয়। ১৯৭২ চনত সৰু ল'ৰা প্ৰাঞ্জল আৰু ১৯৭৯ চনত ছোৱালীজনী অৰ্থাৎ মাধুৰিমাৰ জন্ম হয়। ডাঙৰ ল'ৰাই কলিকতাৰ পৰা প্ৰিন্টিং টেক্‌ন'লজিত তিনি বছৰীয়া শিক্ষা লৈছে। প্ৰাঞ্জলে দিল্লীৰ পৰা জাৰ্নালিজিম আৰু এম. বি. এ.ৰ শিক্ষা গ্ৰহণ কৰিছে। মাধুৰিমাই দিল্লীতে জাৰ্নালিজিম কৰিলে আৰু এছিয়ান একাডেমী অব ফ্লিম্ এণ্ড টেলিভিশন্ কোৰ্চ সমাপ্ত কৰি আহিল। (তেওঁ প্ৰথম স্থান লাভ কৰি পাছ কৰাৰ পুৰস্কাৰ আৰু সন্মান-পত্ৰ হিন্দী ছবিজগতৰ প্ৰখ্যাত অভিনেত্ৰী শাবনা আজমিয়ে দিছিল। ফটো আমি দেখিবলৈ পালোঁ।)

বাইদেৱে ক'বলৈ ধৰিলে—

ঃ মঙলদৈত থাকোঁতে ইতিমধ্যে এখেত দৈনিক অসম কাকতৰ ৰিপোৰ্টাৰো আছিল। ১৯৭৩ চনৰ ৯ জুলাইত আমি মঙলদৈৰ পৰা মালিগাঁৱলৈ গুচি আহোঁ। ১৯৭৪ চনত অগ্ৰদূত কাকতখন সাপ্তাহিক হয় আৰু কিছুদিনৰ পিছতেই তিনিদিনীয়া কৰা হয়। ১৯৮০ চনৰ ১৫ আগষ্টৰ দিনা গণেশগুৰিৰ অগ্ৰদূত ভৱনলৈ অহা হয়।

১৯৮৭ চনৰ ১ জুলাইত মহিলা আলোচনী 'শ্ৰীময়ী' প্ৰকাশ পায়। পাছত 'দৈনিক অগ্ৰদূত' আৰু 'অকণিৰ অগ্ৰদূত'—চাৰি বছৰৰ পিছত কৌতুক আলোচনী 'চিৰিংফাক' প্ৰকাশ পায়।

মই প্ৰশ্ন কৰিলোঁ—

: অগ্ৰদূত ভৱন আজি এটা অসমৰ ডাঙৰ প্ৰতিষ্ঠান হিচাপে পৰিগণিত হৈছে। অগ্ৰদূত ভৱনৰ পৰা প্ৰকাশিত উক্ত আটাইখিনি কাকত-আলোচনীয়ে ইমান বছৰ অতিক্ৰম কৰি জনপ্ৰিয়তাৰ শীৰ্ষস্থান অধিকাৰ কৰিছে। 'অগ্ৰদূত'ৰ নামটোৰ অৰ্থই হৈছে—'প্ৰথমে সম্ভেদ দিওঁতা বা পথ-প্ৰদৰ্শক'। এই নামটো কোনে দিছিল বা আপোনালোকে কিয় গ্ৰহণ কৰিছিল? অলপ ক'বনে?

: অগ্ৰদূত নামটো মুখ্যতঃ এখেতেই দিছে। ল'গ'টোও এখেতে কল্পনা কৰিছে আৰু মঙলদৈত থাকোঁতেই মালিগাঁৱৰ ল'ৰা প্ৰদ্যুতৰ হতুৱাই আঁকাইছিল,—এটা কথা ক'বলৈ পাহৰা হৈছে, মঙলদৈত থাকোঁতেই শহুৰৰ নামকৰণেৰে তাত 'গৌৰী বুক ভেলি' নামৰ কিতাপৰ দোকান এখন এখেতে খুলিছিল, গুৱাহাটীলৈ অহাৰ পিছত অৱশ্যে দোকানখন বন্ধ কৰা হয়।

: উক্ত কাকত-আলোচনীসমূহে পাঠক সমাজক অনুপ্ৰাণিত কৰাৰ উপৰি কোনো দিন সাহিত্য চৰ্চা নকৰোঁ বুলি ভবা ব্যক্তিকো প্ৰতিভা বিচাৰি উলিয়াই আপোনাৰ স্বামীয়ে সাহিত্য কৰ্মত ব্ৰতী কৰাইছে। তদুপৰি বহু সংখ্যক কৰ্মীক সংস্থাপনৰ উপায় উলিয়াই দিছে। প্ৰকাশকৰ পৰা সম্পাদনালৈ আৰু পৰিচালনা আপোনালোকৰেই। ইমানবোৰ কাম একেলগে চলোৱাত আপোনালোকৰ একো যেমেজালিৰ সৃষ্টি নহয়নে?

: ল'ৰা দুটাক যিহেতু পঢ়ুৱাই-শুনোৱাই আনি কাকত-আলোচনীৰ কামতে লগোৱা হৈছে। (বৰ্তমান আমি চাৰিজনেই সঞ্চালক—আমি দুয়ো আৰু ল'ৰা দুজন। অলপতে ছোৱালীজনীকো সুমুওৱা হয়) গতিকে আমি লগ হৈ সকলো কাম কৰোঁ আৰু সমস্যা উদ্ভৱ হ'লে সমাধানৰ চেষ্টা কৰোঁ। বৰ্তমান আমাৰ প্ৰতিষ্ঠানত প্ৰায় ১১০-১৫ জন কৰ্মচাৰী আছে। ইয়াৰ ৭৫ শতাংশই পুৰণা লোক। 'মালিক' শব্দৰ প্ৰয়োগ আমাৰ ইয়াত নহয়। ড্ৰাইভাৰ, পিয়নৰ পৰা উচ্চ-বৰ্গৰ কৰ্মচাৰীলৈকে আমি প্ৰত্যেককে আমাৰ পৰিয়ালৰ এজন সদস্য বুলিয়েই ভাবোঁ।

: আপোনালোকৰ এই সুদীৰ্ঘ জীৱন পৰিক্ৰমাত উল্লেখযোগ্য কিম্বা তিক্ত বা মিঠা অভিজ্ঞতা আছেনেকি?

: তিক্ত আৰু মিঠা অভিজ্ঞতা লৈয়ে মানুহৰ জীৱন। আৰম্ভণিতে আমি জীৱনত খুব কষ্ট কৰিছোঁ। সেয়েহে এখেত সাধাৰণতে কোনো ক্ষেত্ৰতে হতাশ নহয়। আমি 'চিম্পল লিভিং'ৰেই বিচাৰোঁ। খোৱা-টেবুলত বহিয়েই আমি সুখ-দুখৰ সকলো কথা

আলোচনা কৰোঁ। প্ৰকৃততে ক'বলৈ গ'লে আমাৰ ল'ৰা-ছোৱালীকেইটা আমাৰ বৰ বাধ্য। ওচৰ-চুবুৰীয়াৰ পৰাই হওক বা প্ৰতিষ্ঠানটোৰ কৰ্মচাৰীসকলৰ ফালৰ পৰাই হওক, কাৰোবাক বেয়া ব্যৱহাৰ কৰিছে বুলি আজিলৈকে কোনো অভিযোগ পোৱা নাই।

ঃ স্মৰণীয় কিবা দিন বা ঘটনা আছেনেকি?

ঃ তেনেকৈ মনত নপৰে' দেখোন। প্ৰতিখন নতুন কাকত-আলোচনী উলিওৱাটোৱেই স্মৰণীয় দিন বা ঘটনা বুলি ক'ব পাৰি।

ঃ আপোনাৰ স্বামী এজন গহীন-গম্ভীৰ মানুহ। তেখেতৰ অন্তৰত এটি ধুহঁতীয়া হাঁহিৰ ভঁৰালো সংৰক্ষিত হৈ আছে বুলি জানিব পাৰিছোঁ। তেখেতৰ সান্নিধ্যলৈ অহা বন্ধু-বান্ধৱ আনকি অগ্ৰদূত ভৱনৰ বহুতো কৰ্মচাৰী তেখেতৰ ধুহঁতীয়া কথাত মুগ্ধ। স্বল্পভাষী, মৃদু-স্বভাৱৰ এই ব্যক্তিগৰাকীৰ খং-ৰাগ আছেনে নাই?

ঃ হয়, ঠিকেই কৈছে, তেখেতে হাঁহি উঠা কথা কৈ বা ধেমালি ধুমুলা কৰি ভাল পায়। খং আছে যদিও সহজতে প্ৰকাশ নকৰে।

ঃ আপোনালোকৰ বা অগ্ৰদূত ভৱনৰ ভৱিষ্যৎ পৰিকল্পনা কি?

ঃ এতিয়া তেনেকৈ ভবা নাই। সময়ত বা সুযোগ আহিলে কি কৰা হ'ব দেখা যাওঁক।

ঃ কনকসেন ডেকাদেৱৰ কিমানখন গ্ৰন্থ প্ৰকাশ হৈছে?

ঃ এঁকেশ-বাইছখন হ'ব। ক্লাছ এইটতে লেখা পাঁচখন একাঙ্কিকা গোটাই 'একাঙ্ক পঞ্চমা' নামৰ গ্ৰন্থ এখনো প্ৰকাশ কৰিছিল।

ঃ পশ্চিমীয়া সংস্কৃতিয়ে অসমীয়া সংস্কৃতিৰ মাজত যেনে ধৰণেৰে প্ৰৱেশ ঘটিছে—অসমীয়া সংস্কৃতিৰ থলুৱা, গতিশীল স্বৰূপটোক একাষৰীয়া বা বিকৃত কৰা নাইনে?

ঃ পশ্চিমীয়া সংস্কৃতিয়ে অসমীয়া সংস্কৃতিৰ ওপৰত প্ৰভাৱ নেপেলোৱা নহয় বা বিকৃত কৰি নেপেলোৱা নহয়। পশ্চিমীয়া সংস্কৃতিৰ পৰা ল'বলগীয়া বা শিকিবলগীয়া যে নাই এনেও নহয়। কিন্তু কথা হ'ল আমাৰ প্ৰায়সংখ্যক মানুহেই ভাল-বেয়াৰ বিচাৰ নকৰি বা আমাৰ সংস্কৃতিৰ লগত খাপ খাইছেনে নাই তাক চালি-জাৰি নেচাই কিছুমান অপসংস্কৃতিক গ্ৰহণ কৰিছে বা অন্ধ অনুকৰণ কৰিছে— যাৰ ফলত বিকৃত হৈ পৰিছে।

ঃ অসমৰ উন্নয়ন স্থবিৰ হৈ পৰিছে বুলিয়েই ক'ব পাৰি। অৰ্থনৈতিক অৱস্থা একেবাৰে শোচনীয়। প্ৰচলিত শাসন-ব্যৱস্থাত চলি থকা দুৰ্নীতিয়েই ইয়াৰ মূল কাৰণ বুলি সকলোৱে কয়। দুৰ্নীতি প্ৰতিৰোধ কৰিব নোৱাৰিলে অসমৰ অৰ্থনৈতিক উন্নয়ন

অসম্ভৱ। দুৰ্নীতি প্ৰতিৰোধ কৰি অসমৰ অৰ্থনৈতিক দিশত আগুৱাই নিবলৈ কি উপায় প্ৰয়োগ কৰিলে সম্ভৱ হ'ব বুলি আপোনাৰ ধাৰণা?

: আজি দেশৰ সকলো স্তৰতে দুৰ্নীতিয়ে পোখা মেলিছে, যাৰ ফলত দেশৰ সকলোতে অৰ্থাৎ উন্নয়ন বা প্ৰগতি স্থবিৰ হৈ পৰিছে। সমাজত দুৰ্নীতিগ্ৰস্ত পৰিয়াল বহুত আছে। আমি ঘৰখনৰ মূল মানুহজনীও জানো দুৰ্নীতিৰ পৰা মুক্ত হ'ব পাৰিছোঁ? কাৰোবাৰ গৃহস্থই যদি দহহেজাৰ টকা দৰমহা পায় বা উপাৰ্জন কৰে, কিন্তু খৰচ কৰে তাৰ দুগুণ, তেন্তে গৃহস্থই অবাটে ধন সংগ্ৰহ কৰাত আত্মনিয়োগ কৰিবই। এই লাগে লাগে স্বভাবটো পৰিত্যাগ কৰিব পাৰিব লাগিব। সৰুৰে পৰা ল'ৰা-ছোৱালীক সজ শিক্ষা দিব লাগিব।

: আজিকালি প্ৰায় সংখ্যক মানুহৰ মনত ক্ৰমান্বয়ে মানৱীয়তা আৰু নৈতিকতাৰ সলনি অপৰাধপ্ৰৱণতাই গঢ় লোৱা দেখা গৈছে। ইয়াৰ ঘাই কাৰণ কি হ'ব পাৰে বুলি আপোনাৰ ধাৰণা?

: বৰ্তমান যুগত নিতৌ ঘটি থকা সৰু-বৰ অপ্ৰীতিকৰ ঘটনাবিলাকলৈ লক্ষ্য কৰিলেহে এই কথা একে আষাৰতে ক'ব পাৰি যে মানুহৰ মনত ক্ৰমান্বয়ে মানৱীয়তা আৰু নৈতিকতাৰ অৱনতি ঘটিছে। এচাম মানুহে কষ্ট নকৰাকৈ বা বল প্ৰয়োগ কৰি প্ৰয়োজনীয়খিনি পূৰাবলৈ আনক মাৰি নিজে কেনেকৈ বৰ্তি থাকো তাকেই চিন্তা কৰে। পাপ-পুণ্যৰ বিচাৰ এইসকল লোকৰ মনত কোনো কথাই নহয়। সৎ চিন্তা, সৎ আদৰ্শৰ বিপৰীতে অ-শিক্ষা, কু-সংস্কাৰ, দুৰ্নীতি, ব্যভিচাৰ আৰু আত্মহীনতা আদিয়েই ইয়াৰ মূল কাৰণ।

: বৰ্তমান সময়ত চলি থকা নাৰী নিৰ্যাতনৰ বিষয়ে লক্ষ্য কৰিলে দেখা যায় যে নাৰীৰ প্ৰতি এচাম পুৰুষৰ দৃষ্টিভঙ্গী আদিম হৈয়ে আছে। কি উপায় অৱলম্বন কৰিলে নাৰী নিৰ্যাতন কমি আহিব বা নোহোৱা হ'ব বুলি আপুনি ভাবে?

: সমাজত এচাম পশুতুল্য মানুহ আছে সেইটো ঠিক, কিন্তু প্ৰায়সংখ্যক নাৰী নিৰ্যাতিতা হৈছে নিজৰ ভুলৰ কাৰণে বুলি ক'ব পাৰি। এই ক্ষেত্ৰত মই মাকসকলৰ গাতো দোষ দিওঁ। বহুতো মাকে নিজৰ জীয়েকক অশালীন পোছাক পিন্ধাই (বহুতে নিজেও পিন্ধে) ৰাস্তা-ঘাটে ওলাই যাওঁতে কোনোবাই টিট্‌কাৰি মাৰিলেও নিজৰ গাত নেলাগে। নিজৰ জীয়েকৰ বেপৰোৱা স্বভাব গঢ়ি উঠিলে মাকেহে প্ৰকৃত শিক্ষাৰে বা বুজনিৰে সজ-পথলৈ আনিব পাৰে। ছোৱালী ক'লৈ গৈছে, কি কৰিছে মাকৰ জ্ঞাত হ'ব লাগিব। মুখ্যতঃ নাৰীসকলে নিজৰ সুৰক্ষা গঢ়ি তুলিব লাগিব যাতে আনে তেওঁক চল নেপায়।

: বৰ্তমান অসমত ইংৰাজী মাধ্যমৰ শিক্ষা আৰু অসমীয়া মাধ্যমৰ শিক্ষা

সম্বন্ধে বিতৰ্ক চলি থকা দেখা যায়। আজি অধিকসংখ্যক অভিভাৱকেই নিজৰ সন্তানক অসমীয়া মাধ্যমতকৈ ইংৰাজী মাধ্যমত শিক্ষা দিয়াতহে আগ্ৰহী। ইয়াৰ কাৰণ কি? ইয়াৰ দ্বাৰা অসমীয়া ভাষা-সাহিত্যৰ ক্ষতি হ'ব পাৰেনেকি?

— মই প্ৰশ্নটো সোধাৰ ধৰণেৰে উত্তৰ নিদি বাইদেৱে মাথোঁ সংক্ষেপে ক'লে যে—ইংৰাজী মাধ্যমত পঢ়ুৱালেই যে ল'ৰা-ছোৱালীয়ে অসমীয়া মাধ্যমত পঢ়া ল'ৰা-ছোৱালীতকৈ অধিক জানিব বা বেছি স্মাৰ্ট হ'ব সেইটো কথা নহয়। ইংৰাজী মাধ্যমত পঢ়া ল'ৰা-ছোৱালীয়ে যিমানখিনি জ্ঞান আহৰণ কৰে বহুতেই তাতকৈ বেছিকৈ জনাটো দেখুওৱাৰ মনোভাবহে পৰিলক্ষিত হয়।

তেনেকুৱাতে জীয়েক মাধুৰিমাই মাত লগালে—

ঃ মা, তোমাৰ নাতিও কিন্তু ইংৰাজী মাধ্যমতে পঢ়ে?

ঃ সেইটো হয়। ইংৰাজী মাধ্যমক মই বেয়া বুলি কোৱা নাই। ল'ৰা-ছোৱালীৰ মনৰ ধাৰণাটোহে কৈছোঁ।

ভানুশ্ৰীসেন ডেকাৰ মুকলিকৈ কোৱা কথাবিলাকে আমাক বাৰুকৈয়ে আমোদ দিয়াৰ লগতে চিন্তাৰ খোৰাকো দিলে। তেখেতৰ আন্তৰিকতা পাহৰিব নোৱাৰোঁ।

ঃ বাইদেউ, বহু সময় আমি কথা পাতিলোঁ। শেষত এষাৰ কথা সুধি সামৰণি মাৰিব খুজিছোঁ—আপুনি কি কৰি ভাল পায়? আপোনাৰ ৰুচি কি?

তেখেতে মিচিকিয়াই হাঁহি উত্তৰ দিলে—

ঃ মই ৰন্ধা-বঢ়া কৰি আৰু মানুহক খুৱাই আটাইতকৈ ভাল পাওঁ।

তেনেতে সুযোগ পাই বাইদেউৰ জীৱনৰ এটি স্মৰণীয় ঘটনাৰ বিষয়ে জানিব খুজিলোঁ। কেইমুহূৰ্তমান ভাবি বাইদেৱে ক'লে, "১৯৬৭ চনৰ এপ্ৰিলত আমাৰ বিবাহ সম্পন্ন হয়। সেই চনৰে জুলাইত যেতিয়া মোৰ স্বামীয়ে শহুৰ-শাহুৰ লগৰ পৰা মোক তেখেতৰ কৰ্মক্ষেত্ৰ মঙলদৈলৈ লৈ আহে তেতিয়া শহুৰৰ পৰিয়ালৰ প্ৰায় প্ৰতিজন সদস্যই ইয়াৰ বিৰোধিতা কৰি মোৰ পিছত মোক নানা ধৰণেৰে সমালোচনা কৰিছিল আৰু তাৰ অধিকাংশই কিবাকৈ মোৰ কাণত পৰিছিল। সেই সময়ত বয়সত কোমলমতীয়া হোৱা বাবে সেই সমালোচনাবোৰে মোক বৰ আঘাত দিছিল আৰু প্ৰকাশ কৰিলে মনটো অলপ পাতল হ'ব বুলি সেইবোৰ মই মোৰ নিজৰ মানুহজনৰ আগত ব্যক্ত কৰিছিলোঁ। তেখেতেও কথাবোৰত বৰ দুখ পাইছিল, কিন্তু মই মনত বেছি দুখ পাম বুলি ভাবি এফাঁকি কবিতাৰে (যি ফাঁকি কবিতা স্কুলত আমাৰ পাঠ্যপুথিত পাইছিলোঁ আৰু মোৰ বৰ প্ৰিয় কবিতাৰ পংক্তি আছিল) "....সংসাৰৰ জ্বালা-যাতনাই যাৰ টলাব নোৱাৰে মন, বিপদ সংকট সঙ্কুল ধৰাত চিৰ সুখী সেইজন" বুলি মোক সান্ত্বনা দিছিল। সেই ফাঁকি কবিতাই '৬৭ চনৰ পৰা আজিলৈকে সকলো দুৰ্যোগৰ

জৰিয়তে সাহসেৰে মুখ দাঙি থিয় দিবলৈ সাহস দিছে; আৰু মোৰ বাবে এইটো স্মৰণীয় ঘটনাই।"

তেখেতৰ সামৰণিৰ কথাষাৰ মন কৰিবলগীয়া—

ঃ মই এটা কথাই বুজোঁ মানুহে যি কামেই নকৰক, সেয়াৰ মনোভাবেৰে কৰিব লাগে।

ভানুশ্ৰীসেন ডেকাৰ পৰা বিদায় লৈ অহাৰ পিছত এটা কথাই বাৰে বাৰে মনলৈ আহিল—এক কথাত ক'বলৈ গ'লে ভানুশ্ৰীসেন ডেকা এগৰাকী সহজ-সৰল, উদ্যমশীল মহিলা হোৱাৰ উপৰি তেখেত এগৰাকী সু-গৃহিণী, পতিব্ৰতা স্ত্ৰী আৰু এগৰাকী দায়িত্বশীল তথা করুণাময়ী মাতৃ। অসমীয়া নাৰী সমাজৰ কাৰণে তেখেত আদৰ্শস্বৰূপ।

উল্লেখযোগ্য যে অগ্ৰদূত ভৱনে কেৱল কাকত-আলোচনী আদি প্ৰকাশ কৰাতেই ব্যস্ত থকা নাই, এই কাকত-আলোচনীৰ জৰিয়তে বহুতো ন-ন লেখক-লেখিকাৰ সৃষ্টি কৰিছে। তদুপৰি এই প্ৰতিষ্ঠানটোৱে এটি অতি মহৎ কাম হাতত লৈছে। অনা-অসমীয়াই হওক বা বৃহত্তৰ অসমত বাস কৰা জনজাতিয়েই হওক—যাৰ মাতৃভাষা অসমীয়া নহয় অথচ তেওঁলোকে অসমীয়া সাহিত্যৰ চিন্তা-চৰ্চা কৰে আৰু অসমীয়া কিতাপ-পত্ৰ আদিও প্ৰকাশ কৰে,—তেনে ব্যক্তিক ২০০২ চনৰ পৰা 'অগ্ৰদূত বঁটা' প্ৰদান কৰাৰ ব্যৱস্থা কৰিছে। অসমীয়া বৃহত্তৰ জাতি গঠন প্ৰক্ৰিয়াত ইয়াক এক মহৎ প্ৰচেষ্টা বুলি ক'ব পাৰি। তদুপৰি জনগণৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি সমাজৰ বহুতো অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে ওতপ্ৰোতভাৱে জড়িত হৈ দান-বৰঙণি দিয়াৰ উপৰি সামাজিক কামত ব্ৰতী হৈছে। তেখেতসকলৰ বেলশৰৰ ঘৰৰ ওচৰতে থকা 'শ্বহীদ স্মৃতি কলেজ'ৰ মাটি কনকসেন ডেকাদেৱৰ দেউতাকে দান কৰে। এনে ধৰণেৰে অগ্ৰদূত ভৱনৰ সমাজ-কল্যাণ বিভাগৰ পৰা বহুতো সামাজিক কাম জনগণৰ হকে কৰি আহে বুলি জানিব পৰা যায়। অগ্ৰদূত ভৱনৰ নিশ্চয় এয়া প্ৰশংসনীয় প্ৰচেষ্টা। ভবিষ্যতেও অগ্ৰদূত ভৱনে জনগণৰ স্বাৰ্থকামী বহুত নতুন নতুন আঁচনি গ্ৰহণ কৰিব বুলি আমি আশা কৰিব পাৰোঁ।

নিৰ্ভীক, অক্লান্তকৰ্মী, বিশ্লেষণাত্মক-চিন্তাশীল সাহিত্যিক, সাংবাদিক, সংগ্ৰামী কনকসেন ডেকাদেৱৰ আৰু তেখেতৰ সুযোগ্যা সহধৰ্মিণী ভানুশ্ৰীসেন ডেকাৰ আমি সু-স্বাস্থ্য আৰু দীৰ্ঘজীৱন কামনা কৰিলোঁ। ○

# অসমৰ অগ্ৰদূত তেওঁ....

নন্দ সিং

তেতিয়া অসম আন্দোলনৰ ভৰপক সময়। সকলোতে আতংক, শংকা, পোৰা মঙহৰ গোন্ধ আৰু মানুহে বুকুৰে-বুকুৰে লৈ ফুৰিছিল ভয় আৰু বেদনাৰ পিছত আৰু এটা বিপৰ্যয়। দলংবোৰ জ্বলিছিল, জ্বলিছিল ইখনৰ পিছত সিখনকৈ গাঁও (!) নেলী, গহপুৰ, বাওলু, কচুবা......পশ্চিম নগাঁও, নগাঁৱৰ ঔঅনা, লতাইমাৰি ইত্যাদি......। তেনে এক সময়তে লগ পাইছিলোঁ—শুধ বগা পাঞ্জাবী আৰু পায়জামাৰে ক্ষীণকৈ ওখ কনকসেন ডেকাক গুৱাহাটীত। সাংঘাতিকভাৱে মানুহজনৰ প্ৰতি আকৰ্ষিত হ'লোঁ। তেতিয়া মই মেট্ৰিকৰ দেওনা পাৰ হোৱাই নাই। নগাঁৱৰ ভিতৰুৱা গাঁওবোৰত তেতিয়া 'অগ্ৰদূত' কাকতখনৰ বাবে মানুহৰ হেতাওপৰা। প্ৰত্যেকে হাতত 'অগ্ৰদূত'খন লৈ মেলি লয়—গুৰুত্বপূৰ্ণ কেপছনৰ নিউজবোৰৰ লগতে সম্পাদকীয় পৃষ্ঠা। 'নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক।' দৰাচলতে মোৰ জীৱনটোক সংঘবদ্ধকৈ সজোৱাত যিবোৰ খোজ, যিবোৰ উপাদানেৰে দিছিলোঁ—তাৰ ভিতৰত 'অগ্ৰদূত'ৰ ভূমিকা সকলোতকৈ বেছি। খুউব কম দিনতে 'অগ্ৰদূত'ৰ এজন পাঠকৰ পৰা সংবাদসেৱীলৈ মই ঢাপলি মেলিলোঁ। কেতিয়াবা নিজেই আহি সম্পাদকক বাতৰিবোৰ দিওঁ, তেওঁ মেলি চায় আৰু নিজ হাতেৰে শুধৰাই দি এজন সফল সংবাদসেৱী হোৱাত সহায় কৰাৰ সময়বোৰ এতিয়াও মোৰ স্মৃতিৰ এলবামত স-যত্নে সাঁচি ৰাখিছোঁ।

নগাঁৱৰ পৰা মই পৰিবেশন কৰা বাতৰিয়ে এসময়ত যথেষ্ট সমাদৰ লাভ কৰিছিল। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ মানুহ মোৰ ওচৰলৈ আহে—বাতৰিৰ সংগ্ৰাহক। এই সকলোবোৰ সম্ভৱ হৈছিল ডেকাদাৰ বাবে। এদিন দুটা বাতৰি

আৰু ড° ভূপেন হাজৰিকাৰ স'তে লোৱা সাক্ষাৎকাৰেৰে 'অগ্ৰদূত'ৰ সম্পাদকৰ কমত। হঠাৎ মোক ডেকাছাৰে টানকৈ কিবা ক'বলৈ ধৰিলে। মোৰ মনটো বিষাদেৰে ভৰি পৰিল। এজন ব্যক্তিৰ চৰিত্ৰহননৰ বাতৰি এটাৰ প্ৰতিবাদত আমাৰ গাঁৱৰে (নগাঁৱৰ বৰকলা) কেইজনমান ব্যক্তিয়ে (যিসকলে কেতিয়াও আনৰ মংগল আৰু উন্নতি দেখিব নোৱাৰে) আহি কনকসেন ডেকাছাৰক মোৰ বিৰুদ্ধে ইমান ভয়ানকভাৱে কুৎসা ৰটনা কৰি গ'ল যে, যাৰ বাবে ডেকাছাৰে মোক টানকৈ ক'ব লগা হ'ল। ব্যক্তিকেইজনে আনকি এই বুলিও কৈছিল, "যদি নন্দ সিঙে 'অগ্ৰদূত'ত লিখে তেন্তে আমি 'অগ্ৰদূত' পঢ়া বন্ধ কৰাই নহয়—আমাৰ অঞ্চললৈ 'অগ্ৰদূত' যোৱাই বন্ধ কৰি দিম।" ডেকাছাৰে মোক ক'লে—"তুমি আৰু আমাৰ কাকতত লিখিব নালাগে।" এজাকমান দুখ আৰু খঙে মোৰ বুকুত চেপি ধৰিলেহি। দুচকুৰে চকুলো বওঁ বওঁ অৱস্থা। মোৰ মানসিক অৱস্থাটো ডেকাছাৰে গভীৰভাৱে হৃদয়ংগম কৰিছিল বোধহয়। প্ৰায় কিছু সময়ৰ মৌন নীৰৱতা। হঠাৎ ডেকাছাৰে ক'লে, "তুমি লিখিবা—আগতকৈ বৰঞ্চ বেছি গুৰুত্বসহকাৰে তোমাৰ নিউজ ছপা কৰিম। কিন্তু এটা কথা—তোমাৰ নামত ছপা নকৰোঁ। "ছদ্ম নাম" অথবা "প্ৰতিনিধি"ৰূপে তোমাৰ নিউজ ছপা হ'ব।" মোৰ হৃদয় ৰোমাঞ্চিত হৈ উঠিল। ডেকাছাৰৰ দুভৰিত ধৰি সেৱা কৰিলোঁ।

সন্ধ্যা হওঁ হওঁ তেতিয়া। বাহিৰলৈ ওলাই আহিলোঁ। বিজুলীৰ পোহৰবোৰে পথবোৰত শেঁতা পৰিৱেশ এটাৰ জন্ম দিছে। 'অগ্ৰদূত'ত প্ৰায় এবছৰমান মোৰ বাতৰি ছপা হৈ থাকিল—ছদ্ম নামত। মোৰ গাঁৱৰ সেই ব্যক্তিসকল যাৰ অন্তৰত তেতিয়া আনন্দৰ সীমা নাই। তেওঁলোকে প্ৰায় উলংগ মানুহৰ দৰেই যাকে-তাকে ক'বলৈ ধৰিলে যে মোক 'অগ্ৰদূত'ৰ পৰা বাহিৰ কৰি দিলে। হয়তো মোক কলমৰ পথাৰৰ পৰা বিতাড়িত কৰিলে বুলি আসুৰিক আনন্দত তেওঁলোকৰ হৃদয় ৰোমাঞ্চিত হৈ উঠিছিল।

বিগত অসমৰ বিদেশী বহিষ্কাৰ আন্দোলনৰ গৰ্ভত কনকসেন ডেকাৰ বলিষ্ঠ লেখনি আৰু বিভিন্ন সভা-সমিতিত দিয়া ভাষণবোৰে আন্দোলনৰ নেতৃত্বৰ বাবে বহু জটিল বিষয় একোটাৰ সৰল পথ প্ৰশস্ত কৰিছিল। এক কথাত আন্দোলনৰ বিভিন্ন দোষ-ত্ৰুটিবোৰ তেখেতৰ তীৰ্যক কলমৰ লিখনিৰে প্ৰকাশ কৰি আন্দোলনৰ নেতৃবৃন্দ আৰু অসমবাসীক বাস্তৱৰ কৰাটি শিলৰ ফাঁকেৰে ওলোৱা নিৰ্মল পানীৰ দৰে পৰিষ্কাৰকৈ সন্মুখৰ পথেৰে অহা-যোৱা কৰাৰ বাবে প্ৰশস্ত কৰি দিছিল। অৱশ্যে এনে কৰোঁতে তেখেত সমালোচনাৰ গভীৰ মাজতো সোমাই পৰি বিতৰ্কিত চৰিত্ৰৰ আখ্যাও পাইছিল। তথাপি অসমক ভাল পোৱাৰ

চূড়ান্ত তাগিদাতে হয়তো তেখেতৰ গতিশীল কলমৰ সৃষ্টি থমকি ৰোৱা নাছিল। জাতীয় জীৱনৰ চূড়ান্ত বিপৰ্যয়ৰ সময়ত যিসকল বুদ্ধিজীৱীয়ে নিজৰ মান-সন্মান, জীৱনৰ মোহত আতুষ্ট হৈ ৰাজপথ বা জনমতৰ পৰা নিৰাপদ দূৰত্বত অৱস্থান কৰি সুবিধা আদায়ৰ পিছে পিছে দৌৰিছিল—সেই সময়তো তেখেতে সংযুক্ত মুক্তি বাহিনী (অসম) আলফাক তীৰ্যকভাবে সমালোচনা কৰি 'অগ্ৰদূত' কাকতৰ চৰিত্ৰকে সলাই দিছিল। এদিন কথা প্ৰসংগত তেখেতে এনে কৰাৰ বাবে আলফাৰ পৰা ভাবুকি পোৱা বুলিও কৈছিল। তথাপি তেখেতে সম্পাদকীয়ত লিখি গ'ল 'আলফাৰ স্বাধীন অসম'। আলফাৰ স্বাধীন অসমক যিদৰে তেখেতে তাত্ত্বিক দিশক গুৰুত্বসহকাৰে লৈছে—ঠিক তাৰ বিপৰীতে তথ্য-পাতিৰ ব্যাপকতাকো আন্তৰিকতাৰে সৰলভাৱে পুংখানুপুংখভাৱে লিপিবদ্ধ কৰিছিল। ইয়াৰ মাজতে নিতৌ হত্যা, লুণ্ঠন, বিক্ষিপ্ত ঘটনা—অপহৰণৰ ক'লা ডাৱৰে যিমানে ভয়ংকৰ ৰূপ লৈছিল—সিমানে কোনো আপোচৰ প্ৰশ্ৰয়ত শিৰ নত নকৰি বৰঞ্চ দুগুণ সমালোচনাৰ জালেৰে বিদ্ৰোহী সংগঠনটিক মূল সুঁতিলৈ বিভিন্ন যুক্তি, পৰামৰ্শ, পৃথিৱীৰ বিভিন্ন দেশৰ বুৰঞ্জী, স্বাধীনতাৰ ইতিহাসৰ ঘটনাৰে আনিবলৈ নিৰলস, নিৰন্তৰ প্ৰচেষ্টা অব্যাহত ৰাখিছে। অসমৰ কোনো ৰাজনৈতিক দল, নেতা আদিৰ যে আলফাৰ স্বাধীন অসমৰ প্ৰতি অনুকম্পা নাই তাকো নিৰ্মোহভাৱে বৰ্ণনা কৰিছে। সততে লাচিত বৰফুকন, মূলাগাভৰু আদিৰ নামত শ্ল'গান দিয়া আমাৰ চৰিত্ৰ সন্দৰ্ভতো তেখেতে নিৰ্মোহভাৱেই লিখিছে—"শৰাইঘাটৰ যুদ্ধত আহোম জিকিল। লাচিত বৰফুকনে কি কৌশলেৰে জিকিল সেয়া আমাৰ আলোচ্য বিষয় নহয়। এই যুদ্ধৰ সামৰণি পৰে ১৬৭১ৰ মাৰ্চৰ মাজভাগত। যদুনাথ চৰকাৰে মোগলৰ পৰাজয়ৰ সম্পৰ্কত এইদৰে কৈছে—"It was not merely a defeat but a disaster", লাচিতৰ মহত্ত্ব এইখিনিতেই যে পৰাজয় স্বীকাৰ কৰি পাগুৰ পৰা হাজাৰ-বিজাৰ পদাতিক সৈন্য আৰু নাৱৰীয়া ওভতাৰ সময়ত তেওঁলোকৰ ওপৰত কোনো ধৰণৰ অত্যাচাৰ নচলাবলৈ নিৰ্দেশ দিছিল। কৃষি আৰু শিল্পজাত উৎপাদন আৰু দেশপ্ৰেমৰ সমন্বয়ৰ অভাৱ নাছিল আহোমসকলৰ গাত। চক্ৰধ্বজ সিংহই শৰাইঘাট যুদ্ধৰ পিছত কৈছিল—"এতিয়াহে মই সুখেৰে ভাত এগৰাহ খাব পাৰিম।" আহোম ৰাজত্বৰ চৰিত্ৰবল এতিয়া নাই। নাই লাচিত বৰফুকন। সেয়ে লাচিতৰ কথাৰে দেশ ৰাখিবলৈ যোৱাৰ লগে লগে আমি নিজকে লাচিতৰ দৰে গঢ়ি ল'ব লাগিব।"

কনকসেন ডেকাৰ সেই সম্পাদকীয়বোৰ— আবেগেৰে সমাজ গঢ়িব নোৱাৰি, দুশ বছৰীয়া হীনমন্যতাৰ অৱসান ঘটোৱা হওক, জাতীয়তাবাদৰ বেলি লহিয়াইছে, প্ৰয়োজন আত্মসমালোচনাৰ, আলফাৰ স্বাধীন শোষণমুক্ত অসম,

সন্ত্ৰাসবাদৰ শেহতীয়া গতিবিধি, সন্ধিক্ষণত অসমীয়া জাতিসত্তা, অসমীয়াত বাহিৰে আনে অসমীয়া ভাষাক বধ কৰিব নোৱাৰে আদি কেইটামান সম্পাদকীয় অকল ভাষাৰ চাতুৰ্যতাৰ বাবেই নহয়—তথ্য আৰু যুক্তি, জাতীয়তাবাদ আৰু জাতিৰ কৰণীয় আদি দিশবোৰ অতি সাৱলীল আৰু হৃদয়স্পৰ্শ কৰিব পৰাকৈ লিখাত সেয়া অসমৰ বাবে এক বিপদক্ষণত সাহসৰ অমোঘ শক্তিৰূপত পৰিণত হৈছে। আত্মনিয়ন্ত্ৰণ কি, কাক বোলে—'অগ্ৰদূত'ৰ পাততে তেখেতে বিস্তৃতভাৱে সমালোচনা কৰি অসমত এচাম মানুহৰ মনত ন-কৈ গঢ় লৈ উঠা আত্মনিয়ন্ত্ৰণৰ চিন্তা-চৰ্চাৰ ভেটিত যুক্তিৰে প্ৰমাণ কৰিছিল অসমীয়াৰ বাবে আত্মনিয়ন্ত্ৰণৰ প্ৰয়োজন হৈছে নেকি? এই ক্ষেত্ৰত তেখেতে বৰ অসমৰ বিভাজন ঘটাই সৰু সৰু ৰাজ্যত পৰিণত কৰাত আক্ষেপেৰে লিখিছে, "দৰাচলতে পূৰ্বৰ অসম বিভাজনেৰে উত্তৰ পূৰ্বাঞ্চলত ইমান ৰাজ্য গঠনৰ কোনো প্ৰয়োজন নাছিল। ই তেনেই অদূৰদৰ্শী আৰু ৰাজনৈতিক নিৰ্বুদ্ধিতাৰ পৰিচয় দাঙি ধৰিছে; কিন্তু এই বিভাজনৰ বাবে কেৱল কেন্দ্ৰীয় চৰকাৰক জগৰীয়া কৰিলেই নহ'ব; কিয়নো ইয়াৰ বাবে এইখন ৰাজ্যৰ সকলোৰেই সমানেই জগৰীয়া। অসমৰ অদূৰদৰ্শী সাহিত্য-সাংস্কৃতিক আৰু ৰাজনৈতিক নেতৃত্বই এনে কেতবোৰ কাৰ্যত ব্ৰতী হৈছিল যিবোৰে তেনে বিভাজন ত্বৰান্বিত কৰি তুলিছে; কিন্তু খণ্ড খণ্ড হোৱাৰ পিছত অসমৰ জনসাধাৰণে সমুদায় দোষ কেন্দ্ৰৰ ওপৰত জাপি দিবলৈ বিচৰাটো আত্মপ্ৰতাৰণাৰ নামান্তৰ।"

অসমৰ প্ৰচুৰ প্ৰাকৃতিক সম্পদ কেনেকৈ অৱহেলিত, আমাৰ অকৰ্মণ্যতাৰ বাবে সেয়া-কিদৰে অন্যৰ আহাৰত পৰিণত হৈছে—ডেকাদেৱে বিভিন্ন সময়ত বিভিন্ন লিখাত—তাৰ বৰ্ণনা কৰিবলৈ এৰা নাই। কিন্তু সহজে ধন ঘটাৰ প্ৰৱণতা এটাৰ গৰ্ভত অসম আজি আক্ৰান্ত। সেয়ে এই নৈৰাজ্য, এই অশুভ কৰ্মকাণ্ড। ইয়াৰ মাজৰ পৰা অসমৰ কনকসেন ডেকাৰ দৰে—প্ৰত্যেকে যদি কামত নালাগো অসমৰ ভৱিষ্যৎ আৰু অন্ধকাৰ হৈ পৰিব। ○

# সংগ্ৰামী সাংবাদিক কনকসেন ডেকা

**পদ্ম বৰকটকী**

'অৰুনোদই'ৰে ওৰা পতা অসমৰ সাংবাদিকতাৰ ডেৰশ বছৰ উকলিল। এই ১৫০ বছৰত আমাৰ দৈনিক-সাপ্তাহিক কাকতৰ সম্পাদকবৰ্গৰ ভিতৰত কনকসেন ডেকা এটা বিষয়ত অদ্বিতীয়, একক, অনন্য। সম্পাদকসকলৰ মাজত একমাত্ৰ কনকসেন ডেকাৰহে সংগ্ৰামী, বিপ্লৱী, বে-আইনী ৰাজনৈতিক সংগঠনৰ সক্ৰিয় সংগ্ৰামী হিচাপে জীৱন আৰম্ভ কৰাৰ অভিজ্ঞতা আছে। খগেন বৰবৰা, বিষ্ণুপ্ৰসাদ ৰাভা, ছত্ৰসিং টেৰণ আদি দুৰ্ধৰ্ষ নেতা থকা ভাৰতীয় বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সদস্য আছিল কনকসেন ডেকা স্কুলীয়া ছাত্ৰ হৈ থকা বয়সতে। দলীয় কৰ্মী হিচাপে তেওঁ সেই বয়সতে সামৰিক অস্ত্ৰ চালনাৰ প্ৰশিক্ষণ লৈছিল। আৰু, তেওঁৰ অগ্ৰজ নিকট আত্মীয় তৰুণসেন ডেকাৰ বাবে, তেওঁলোকৰ ঘৰতে প্ৰায়ে দলীয় গোপন বৈঠক বহিছিল। সেয়ে, বিষ্ণু ৰাভা, খগেন বৰবৰা আদি শীৰ্ষ সেনাধ্যক্ষসকলৰ সান্নিধ্য তেওঁ সহজে পাইছিল। এনে অভিজ্ঞতা অসমৰ আনসকল সম্পাদকৰ থকাৰ সম্ভাৱনা নাই।

সশস্ত্ৰ বিপ্লৱী সংগঠনে শিকায় শৃংখলা, নিয়মানুবৰ্তিতা, কৰ্তব্যপৰায়ণতা, নৈতিকতা, লক্ষ্যৰ স্থিৰতা, আত্মবিশ্বাস, সাহসিকতা ইত্যাদি। ভাৰতীয় বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সেই অভিযানৰ শেষৰ ফালে কনকসেন ডেকাক পিতৃ আৰু অন্যান্য আত্মীয়ই, বিপ্লৱৰ কাৰণে নিজক উপযুক্ত কৰিবলৈ আনুষ্ঠানিক শিক্ষাৰ প্ৰয়োজন দেখুৱাই, কলেজীয়া শিক্ষালাভৰ পথলৈ আহিবলৈ বাধ্য কৰিলে। মই জনা মতে, বিপ্লৱী দলৰ শীৰ্ষস্থানীয় জনদিয়েকৰ কিছুমান কাৰ্যই তেওঁৰ মনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল আৰু দলত থাকি নেতাৰ কিবা কাৰ্য সমৰ্থন নকৰিও মনে মনে থকা মানে গোপনে বিশ্বাসঘাতকতা কৰাৰ নিচিনা অপৰাধ

বুলি তেওঁৰ সন্দেহ ঘনীভূত হৈছিল। আৰু সেই কাৰণেই পিতৃ আদিয়ে দেখুৱাই দিয়া বিকল্প তেওঁ স্বেচ্ছাই গ্ৰহণ কৰি, শীৰ্ষ নেতৃত্বৰ পৰা অনুমতি লৈ ওলাই আহিছিল।

অষ্টম-নৱম শ্ৰেণীত পঢ়া বয়সতে সশস্ত্ৰ সংগ্ৰামী দলত যোগ দি জীৱন বিপদাপন্ন কৰিবলৈ আগবাঢ়ি যোৱা বুলি শুনাৰ পাছতে কনকসেন ডেকাৰ প্ৰতি মই এক আকৰ্ষণ অনুভৱ কৰিছিলোঁ। তেতিয়া কিন্তু লগ পোৱা নাছিলোঁ। এদিন গুৱাহাটীত, ১৯৭৪ চনমানত বোধকৰোঁ, এক ভদ্ৰলোকৰ ঘৰত বহি থাকোঁতে, তেওঁৰ ওচৰলৈ আহিছিল এক অমায়িক নিমজ্জ ব্যক্তি। দুআষাৰমান কথা পাতি (কি কথা পাতিলে, তালৈও মই কাণ দিয়া নাছিলোঁ) তেওঁ গ'লগৈ। যোৱাৰ পাছতহে গৃহস্থই মোক ক'লে সেইজন কনকসেন ডেকা বুলি। আৰু কৈছিল, তেওঁ পিন্ধি অহা সাজপাৰৰ দৰেই পৰিষ্কাৰ বগা তেওঁৰ মন; দেখাত নিমাখিত, কিন্তু ওৰে জীৱন সংগ্ৰামী।

তাৰ পাছত তেওঁক লগ পাওঁ মোৰ বাসস্থানত, ভাৰাঘৰৰ সৰু মোৰ লিখা-পঢ়াৰ কাৰণে, আছুতীয়া কোঠাটোত। ক'লে ঃ অসমত মনে মনে অবৈধ বিদেশী নাগৰিকৰ অনুপ্ৰবেশ ঘটাটো নিয়মমতে ভাৰতৰ সাৰ্বভৌমত্বক বিপন্ন কৰা কথা; গতিকে সমগ্ৰ ভাৰত জাগিব লাগে। কিন্তু অসমৰ সমূহ ৰাইজ অকলৈ থিয় হৈছে। সংবাদপত্ৰৰ দায়িত্বই হৈছে ৰাইজৰ সপক্ষে থকা। এই বুলি তেওঁ ক'লে যে অগ্ৰদূত (তিনিদিনীয়াখন) এই ৰাজহুৱা সমস্যাত অসমৰ ৰাইজৰ লগত। আৰু, এই সম্পৰ্কত তেওঁ মোৰ লিখা পঢ়িছে। আন লিখাও পঢ়িছে। আৰু ক'লে, তেওঁ আহিছে, 'অগ্ৰদূত'ত প্ৰতি সপ্তাহত এবাৰ লিখাৰ প্ৰস্তাৱ দিবলৈ। মই সুধিছিলোঁ, লিখা বিষয়ত কি কি বিষয়ত লিখিব পাৰি-নোৱাৰি, তাৰ কিবা বাধ্যবাধকতা আছেনে কি। কৈছিল ঃ সংবাদপত্ৰ সদায় ৰাইজৰ সপক্ষে থকাত তেওঁ বিশ্বাসী। সেয়ে ক্ষমতাসীন চৰকাৰৰ সমালোচক। অগ্ৰদূতে সেই নীতি মানি চলে। তাৰ বাহিৰে আপুনি যি লিখে। আপুনি দায়িত্বশীল লেখক; আপোনাক ক'বলৈ মোৰ একো নাই। সেই তেতিয়াৰে পৰা ধাৰাবাহিকভাৱে লিখা 'সোঁতৰ বিপৰীতে' চলি থাকিল। মোৰ আগৰ কিতাপ নপঢ়া বহুতেই মোক এতিয়া 'সোঁতৰ বিপৰীতে' বুলিয়েই চিনি পায়। কাকতখনৰ জনপ্ৰিয়তাই মোক যেন নতুনকৈ নতুন চামৰ মাজত প্ৰতিষ্ঠা কৰিলে।

তাৰ পাছৰ পৰা কনকসেন ডেকাক সপ্তাহত দুই-তিনিবাৰ বা তাতকৈ বেছিকৈ লগ পাই আহিছোঁ। ক'ব পাৰি—উৎসৱে-ব্যসনে-দুৰ্ভিক্ষত-শত্ৰুসংকটত, ৰাজদ্বাৰত, শ্মশানত বুলি সংস্কৃত-শ্লোকৰ উদ্ধৃতিৰে ক'ব পাৰি, বিপদে-আপদেও,

পাই আছিছোঁ। বিশ্বাস কৰা মানুহৰ লʼগত তেওঁ সকলো বিষয়তে অন্তৰ খুলি কথা পাতে; সেয়া ৰাজহুৱা সমস্যা, অৰ্থনৈতিক সমস্যা অথবা অসুখ-বিসুখৰ বিষয়েই হওক। মোৰ বিশ্বাস, তেওঁৰ লুকাবলৈ একো নাই। এনেকুৱা খোলা মানুহ বৰ তাকৰ।

সশস্ত্ৰ সংগ্ৰামৰ শিক্ষা আগবয়সতে লোৱা কনকসেন ডেকাৰ সংবাদপত্ৰ প্ৰকাশ আৰু সম্পাদনাও আজিকোপতি দুৰ্ধৰ্ষ বিপ্লৱেই, আপোচবিহীন সংগ্ৰাম। ধনৰ মোনা লৈ তেওঁ 'অগ্ৰদূত' আৰম্ভ কৰা নাছিল। নিজৰ সৰু প্ৰেছত ছপাই উলিয়াই নিজেই বিতৰণ পৰ্যন্ত কৰিছিল এসময়ত। আদৰ্শ স্থিৰ : সংবাদপত্ৰ সদায় থাকিব লাগিব ৰাইজৰ সপক্ষে; বৃটিছ সাংসদে সংবাদপত্ৰক গণতান্ত্ৰিক চৰকাৰৰ চাৰি নম্বৰ খুঁটাটো বুলি তোষামোদ কৰিছিল বাবেই চতুৰ্থ স্তম্ভৰ মৰ্যাদা পাবলৈ চৰকাৰৰ গুণ-গাই থকাটো ভণ্ডামি। আপোচহীন মতাদৰ্শেৰে ৰাইজৰ হৈ যুঁজাৰ কাৰণে 'অগ্ৰদূত' এসময়ত উত্তৰ পূৰ্বাঞ্চলত সৰ্বাধিক প্ৰচলিত কাকত হৈ পৰে। এতিয়াও কাকতখনৰ জনপ্ৰিয়তাৰ উমান পাব পাৰি, দৈনিক কাকত নোপোৱা একেবাৰে ভিতৰুৱা গাঁৱতো 'অগ্ৰদূত'ৰ আদৰ দেখি (কলাবাৰীৰ ভিতৰুৱা গাঁৱত নিজৰে মোৰ সেই অভিজ্ঞতা হৈছিল)।

এতিয়া 'দৈনিক অগ্ৰদূত', 'অগ্ৰদূত' (তিনিদিনীয়া), 'শ্ৰীময়ী', 'অকণিৰ অগ্ৰদূত', 'চিচিংফাক', আদিৰে অগ্ৰদূত ভৱন এক বাতৰি প্ৰতিষ্ঠানেই নহয়, জনগণৰ সপক্ষে যুঁজাৰ সংগ্ৰামৰ অন্যতম প্ৰধান শিবিৰ।

অকল সিমানেই নহয়; কাকতৰ সম্পাদনা, বিত্তীয় দিশ, বিতৰণ, নীতি-নিৰ্দেশনা, সম্পাদকীয় লিখা আদি প্ৰতি বিষয়তে সক্ৰিয় হৈ কনকসেন ডেকাই দিনে ১৫/১৬ ঘণ্টা নিজকে ব্যস্ত ৰাখে। এই বিষয়তো কনকসেন ডেকা অনন্য।

'দৈনিক অগ্ৰদূত' উলিয়াওতে তিনি বছৰলৈ কিমান খৰচ হʼব, তাৰ এটা হিচাপ দি কৈছিল, ভাবিলেও ভয় লাগে বুলি। সেই সময়তে মই সুধিছিলোঁ : 'অগ্ৰদূত' বন্ধ হৈ যদি যায়, তেতিয়া বাৰু আপুনি কি কৰিব। তেখেতে হাঁহি কৈছিল : 'অগ্ৰদূত' বন্ধ হʼব নোৱাৰে; কাৰণ ইয়াত আমাৰ পৰিয়াল আৰু কৰ্মচাৰীসকল মনে-প্ৰাণে জড়িত; আৰু সকলোৰে উপাৰ্জনৰ পথ। আন বহুত ব্যৱসায়ৰ লগতে ইয়ো এক ব্যৱসায় নহয়; একমাত্ৰ ব্যৱসায়হে।

কনকসেন ডেকা ভাল পঢ়ুৱৈ। যথেষ্ট কিতাপ পঢ়ে আৰু নতুন নতুন কিতাপ পঢ়ি সেই বিষয়ে কথা পাতে। সাংবাদিকৰ আত্মজীৱনীত কি লিখিছে তাকো পঢ়ে, হেৰি পʼটাৰো পঢ়ে, বিশ্বৰ শ্ৰেষ্ঠ লেখকৰ শেহতীয়া সৃষ্টিও পঢ়ে। আনকি তেওঁৰ কাকতৰ লেখকসকলৰ বিষয়েও তেওঁ যথেষ্ট খবৰ ৰাখে। কোন

লেখক বা সংস্কৃতিবান ব্যক্তিৰ চিকিৎসাৰ কাৰণে কি সহায়ৰ প্ৰয়োজন হৈছে, তাকো খবৰ কৰি নিজে আগবাঢ়ি গৈ সহায় কৰে।

আৰু, নকলে অন্যায় হ'ব যে, কনকসেন ডেকাৰ নিচিনা মাৰ্জিত ভদ্ৰ ব্যৱহাৰৰ ব্যক্তি বিৰল। তেওঁ কাকো চোকা কথা নকয়। আনকি, প্ৰতি অভ্যাগত আহোঁতে আৰু যাবলৈ ওলাওঁতে, নিজে বহাৰ পৰা উঠি সন্মান দেখুওৱাৰ তেওঁৰ যি অভ্যাস, তেনেকুৱা সজ অভ্যাস থকা ব্যক্তি অসমৰ সংবাদ-পত্ৰৰ জগতত বিৰল।

বিপ্লৱী, সংগ্ৰামী আদৰ্শেৰে দীক্ষিত কনকসেন ডেকা, ৰাইজৰ সপক্ষে থকাৰ স্বাৰ্থতে কোনো চৰকাৰৰে প্ৰিয়পাত্ৰ হ'ব নোৱাৰিলে। সেইবুলি, চৰকাৰী হ'লেও যোগ্যজনক উচিত স্বীকৃতি দিয়াতো তেওঁ কেতিয়াও পিছ নপৰিল। কনকসেন ডেকাৰ জীৱন আৰু কাৰ্যাৱলী সৰ্বমুঠকৈ ল'লে এক মহা বিপ্লৱ, এক মহা সংগ্ৰাম—য'ত ৰাইজৰ জয়ৰ বাহিৰে আপোচৰ প্ৰশ্ন নাই। তেওঁৰ সান্নিধ্য মোৰ সেয়ে অতি প্ৰিয়। অকল সাংবাদিক অথবা সম্পাদকেই নহয়; তেওঁ সজাগ সাহিত্যিকো। সাহিত্যতো তেওঁ সংবাদপত্ৰৰ দৰেই আমাৰ ৰাইজক দেশৰ ভৱিষ্যৎস্বৰূপ নতুন প্ৰজন্মক, আবেগ-উত্মা বাদ দি যুক্তি আৰু বিবেচনাৰে কাম কৰিবলৈ আহ্বান জনাইছে।

তেওঁ তেওঁৰ লিখাৰে কি সংগ্ৰাম কৰিছে, তাৰ আলচ কৰাৰ সুযোগ এই নাওমান লিখাটোত নাই। নতুন প্ৰজন্মক আশা দিব পৰা বহুত আছে তেওঁৰ জীৱনত। যোগ্যজনে তেওঁৰ বিস্তৃত জীৱনী লিখিলে সংঘাতময় উপন্যাসৰ দৰেই সুখপাঠ্য হ'ব। কাৰণ, সংগ্ৰাম জীৱনৰে নাম, এই সত্য তেওঁৰ জীৱনে কয়। আজিও তেওঁ নতুন নতুন পৰিকল্পনাত ব্যস্ত, উঠি অহা ডেকা ল'ৰাৰ উৎসাহেৰে। তেওঁৰ সহধৰ্মিনী শ্ৰীমতী ভানুশ্ৰীসেন ডেকা সঁচা অৰ্থত সহধৰ্মিনী। 'অগ্ৰদূত' প্ৰতিষ্ঠানৰ বিত্তীয় দিশৰ পৰিচালনাত আন কৰ্মচাৰীৰ দৰেই দিনে ৮/৯ ঘণ্টা কাম কৰাৰ উপৰি, ভোজন-ৰসিক কনকসেন ডেকাৰ ৰুচি মতে ৰন্ধা-বঢ়াৰ কামো নিজে তদাৰক কৰে।

আত্মপ্ৰচাৰ বিমুখ কনকসেন ডেকাৰ সাংবাদিকতা আৰু সাহিত্যৰ বিষয়ে তেনেকুৱা একো আলোচনা সেইদৰে হোৱা নাই। হোৱা কিন্তু উচিত। জীৱনৰ প্ৰতিটো খোজেই যাৰ সংগ্ৰাম, তেনে ব্যক্তিৰ আলোচনাই উঠি অহা চামক হতাশাত নোভোগাৰ মন্ত্ৰ দিব পাৰে। জীৱনেই সংগ্ৰাম, এই সত্যক জীৱনেৰে প্ৰমাণ কৰা কনকসেন ডেকা অসমৰ সংবাদ-জগতৰ সন্মুখ শিবিৰৰ সাহসী যোদ্ধা, অনুপ্ৰেৰণাৰ উৎস। ○

# কনকসেন ডেকা
# ঋদ্ধতা, যৌক্তিকতা আৰু একনিষ্ঠতাৰ এটা জীৱনাৰ্ক ঃ তাৰে এচেৰেঙা ৰেঙণি চাই

ভূপেন শৰ্মা

শ্ৰদ্ধানিলয় কনকসেন ডেকাক যথাৰ্থ সম্যকভাৱে নিৰ্ণয় কৰি তুলি ধৰিব পৰাৰ জোখ আৰু জোখাৰে যিমানখিনি লিপ্ততা আৰু সুবিধা থাকিলে গোটেই প্ৰয়াসটোক মই এটা 'জাষ্টিচ' (ন্যায়? ন্যায্যতা?) দিব পাৰিলোঁহেঁতেন বুলি ভবাৰ অৱকাশ থাকিলহেঁতেন, মোৰেই দুৰ্ভাগ্য যে মোৰ সেইখিনি অতি আংশিকভাৱেহে আছে বুলিহে ধাৰণা হৈছে। কথাটো হয়তো কিছু আপেক্ষিকো। জনবিশ্ৰুত বিজ্ঞানী কাৰ্ল ছেগানৰ 'ঈশ্বৰবিহীনতা' সন্দৰ্ভত বৈজ্ঞানিক মননশীলতাৰ উৎস সন্ধান কৰিবলৈ গৈ তেওঁৰ অনুজ সহকৰ্মী লেভাৰ্ট অ' নীলে কৰা মন্তব্য ('লাইফ টাইম' পত্ৰিকাত '৭৭ চনৰ নৱেম্বৰ সংখ্যাত প্ৰকাশিত) এনে প্ৰসংগত উনুকিয়ালে মোৰ অৱস্থাটো সম্ভৱতঃ সুব্যঞ্জিত হ'ব। বাক্যটো এনে আছিল, "Sagan is great; his thought–process is greater, his achievements in the field of extracting philosophy from physics and astronomy in particular is the greatest and that's the reason as to why I have nourished a belief that Sagan's assertions on the 'non-existence' of God is even partially unexplainable for me–though I have a lot of conjectures on 'the subject." মোৰ বিনীত স্বীকাৰোক্তিয়ে অ'নীলৰ দ্বাৰা উদ্ভাবিত উক্তিৰ পৰিধি স্পৰ্শ কৰি মোৰ ব্যৰ্থতা লঘু কৰিব নিশ্চয়।

শ্ৰদ্ধাস্পদ ডেকা ডাঙৰীয়াক বৰ ঘনকৈ যে নিকট সন্নিধানৰ পৰা চোৱাৰ সুযোগ পাইছোঁ তেনেকুৱাও নহয়। চাবলৈ গ'লে তেওঁৰ লগত মোৰ তেনেকৈ ঘনিষ্ঠতা নায়েই। এতেকে অতি ব্যক্তিগত দৃষ্টিকোণৰ পৰিপ্ৰেক্ষিতৰ পৰা তেওঁক গভীৰভাৱে বুজি পাব পৰা হ'লে মোৰ আত্মপ্ৰসাদ আৰু সৌভাগ্যৰ পাৰাস্তন্ত অধিক উন্নত স্থানাংকলৈ উত্থিত হ'লহেঁতেন। এনে কথাৰ প্ৰয়োজনাত্মক দিশটো গৌণ বুলি ভাবিব নোৱাৰি। আনৰ জীৱনী লিখা মানুহৰ কাৰণে বৰঞ্চ ইয়াৰ গুৰুত্বতো সুব্যাপকেই। প্ৰখ্যাত জীৱনী-লেখক লিটন ষ্ট্ৰেছীয়ে এই কাৰণেই কৈছিল, 'Perhaps, as I feel, it is the most difficult task to take an accurate rational approach in judging the inner self of a mighty person, which remains covered under the protective cover of the outer self–which can be manipulated, dramatised and chequered as per convenience.' এই উক্তিৰ সাৰাংশ দলিয়াই নেপেলাই আপাত অভিজ্ঞতা আৰু সামান্য অনুসন্ধানৰ আলমত ক'ব পাৰোঁ যে কনকসেন ডেকা ডাঙৰীয়াক যেন অলপ হ'লেও মই জানো—কাৰণ কমেও পয়ত্ৰিছ-চল্লিছ বছৰ অসমৰ সাহিত্য-সাংবাদিকতা-শিল্প-সংস্কৃতিৰ কেন্দ্ৰত নাথাকিলেও আমাৰ দৰে মানুহ বৃত্তটোৰ পৰিধিতো আছোঁ—যথানুকল্পিত সম্যক নহ'লেও আমাৰো কিবা-কিবি ক'ব পৰাৰ সামৰ্থ্য আৰু অধিকাৰ যেন বৰ্তিছে। এনে এক চিত্তনী-স্ৰোঁতত সাঁতোৰ মাৰি কনকসেন ডেকাৰ কথা ক'ম।

তাৰ আগতে মোৰ মনত খু-দুৱাই থকা কেতবোৰ দ্বন্দ্বৰ এটা দিশত আলোকপাত কৰিব বিচাৰোঁ। মোৰ মনত আজি কেইবছৰমানৰে পৰা এনে এটা ধাৰণা হৈছে যে শংকৰ-মাধৱগুৰু আদিৰ অনিৰ্বচনীয়, বিস্ময়কৰ, যুগজয়ী, সাৰস্বত অৱদানৰ কথাতো প্ৰায় পাঁচশ বছৰ আগৰ কথা, অনুক্ৰমে জ্ঞান-বিজ্ঞান-শিল্প-সংস্কৃতি আদিৰ অত্যাধুনিক অতি অৰ্বাচীন বিকাশৰ ঊনবিংশ তথা বিংশ শতিকাত স্বাধীনতা-পূৰ্ব কালছোৱাত আমাৰ ৰাজ্যখনত স্ব-স্ব ক্ষেত্ৰ আৰু চৰ্চা-মণ্ডলত স্বয়ংপ্ৰভ হৈ জিলিকি উঠা মহৎ, স্মৰণীয় ব্যক্তিৰ সংখ্যা যিমান আছিল—স্বাধীনতাৰ-উত্তৰ কালত তেনেকুৱা নমস্য-বৰেণ্য-ঋদ্ধ পুৰুষৰ (মহিলাক বাদ দিয়া হোৱা নাই) সংখ্যা তুলনামূলকভাৱে কমি গৈছে। এশ বছৰৰ আগত সীমাবদ্ধতা, অভাৱ, অসুবিধা, সংযোগহীনতা আদি অনেক নেতিবাচক কাৰক (factor) একবিংশ শতিকাৰ তুলনাত নিঃসন্দেহে বেছি আছিল। তথাপি, আপোনালোকে মন কৰি চাওকচোন যে এশ, দুশ, পাঁচশ বা পাঁচ হেজাৰ বছৰ আগতেই বিজ্ঞানৰ যুগান্তকাৰী প্ৰাথমিক সত্যবোৰ উদ্‌ঘাটিত হৈছিল, দৰ্শনৰ পৃথিৱী কঁপোৱা কথাবোৰ

কমলা শইকীয়াক হত্যা কৰা হৈছিল। শইকীয়াৰ একমাত্ৰ অপৰাধ তেওঁ মনৰ কথা খুলি ক'বলৈ বিচাৰিছিল। অসমৰ বিভিন্ন ঠাইত কেতবোৰ মহলে কেতবোৰ কাকতৰ প্ৰচাৰ বন্ধ কৰিবলৈ আপ্ৰাণ চেষ্টা চলাই আহিছে। স্বাৰ্থজড়িত মহলটোৰ সৈতে মতপাৰ্থক্য হোৱা হেতুকে এই ধৰণৰ চেষ্টা চলোৱা হৈছে। সফল গণতন্ত্ৰৰ বাবে বিশেষভাৱে প্ৰয়োজন হ'ল প্ৰকাশৰ স্বাধীনতা। যিকোনো নাগৰিকে গণতন্ত্ৰত চৰকাৰক কটু ভাষাৰে সমালোচনা কৰিব পাৰে, প্ৰশংসাও কৰিব পাৰে। তাৰ বাবে কাৰো ওচৰত জবাবদিহি হোৱাৰ প্ৰয়োজন নাই। গণতন্ত্ৰত ব্যক্তিৰ বিকাশেই সকলো ধৰণৰ মানবীয় কল্যাণৰ উৎস; ইয়াৰ বাবে এহাতে প্ৰয়োজন ব্যক্তি-স্বাধীনতা আৰু আনহাতে জীৱনৰ সকলো ক্ষেত্ৰতেই যুক্তিৰ প্ৰয়োগ। এই গণতান্ত্ৰিক ভাবধাৰাক উদ্বুদ্ধ কৰিবলৈ ১৮ শতিকাৰ শেষভাগতেই জাৰ্মান মনীষী হুমবল্টে কৈছিল যে মানুহে কেৱল নিজৰ চেষ্টাৰেই নিজৰ ব্যক্তিত্ব বিকশাই তুলি সম্পূৰ্ণ স্বাধীনতা ভোগ কৰিব নোৱাৰে, যদিহে বাহিৰৰ পৰিবেশ সুচল নহয়।

আমাৰ হেজাৰ বছৰীয়া ইতিহাসত সাধাৰণ লোকে ব্যক্তি-স্বাধীনতা ভোগ কৰাৰ কোনো প্ৰমাণ নাই। ৰজা, জমিদাৰ, পুৰোহিতৰ অধীনতেই দাস হিচাপে জীৱিকা নিৰ্বাহ কৰিবলগা হৈছিল সাধাৰণ প্ৰজাই। ধৰ্মশাস্ত্ৰ আৰু ৰাজশক্তিৰ নিৰ্দেশ অমান্য কৰাৰ অধিকাৰ সাধাৰণ প্ৰজাৰ নাছিল; কিন্তু অলেখ ত্ৰুটি থাকিলেও আজিৰ নাগৰিকে অন্ততঃ মুকলিভাৱে মনৰ ভাব প্ৰকাশ কৰাৰ অধিকাৰ লাভ কৰিছে। পশ্চিমৰ যিটো বাটেৰে আমি আজি প্ৰকাশৰ স্বাধীনতাৰ এই অধিকাৰ লাভ কৰিবলৈ সক্ষম হ'লোঁ তাৰ অন্যতম প্ৰবক্তা জন ষ্টুৱাৰ্ট মিলে কৈছিল যে ব্যক্তিৰ সৰ্বাংগীণ বিকাশৰ বাবে বিশেষকৈ তিনিটা কাৰণত চিন্তা আৰু মত প্ৰকাশৰ পূৰ্ণ স্বাধীনতা প্ৰতিষ্ঠিত হোৱা উচিত। প্ৰথমতে, কোনো ব্যক্তিয়ে নিজৰ সিদ্ধান্ত অভ্ৰান্ত বুলি দাবী কৰিব নোৱাৰে, কিয়নো বিপৰীত পক্ষৰ মাজতো সত্য থাকিব পাৰে। দ্বিতীয়তে, আমাৰ প্ৰত্যেকৰে যিহেতু সীমাবদ্ধ অভিজ্ঞতা, সেইবাবে পূৰ্ণ সত্য লাভ কৰাটো কঠিন। বিভিন্ন সিদ্ধান্তৰ ঘাত-প্ৰতিঘাতৰ ফলতহে অপেক্ষাকৃতভাৱে সত্য প্ৰতিষ্ঠা হোৱাটো সম্ভৱ। তৃতীয়তে, কোনো প্ৰচলিত ধাৰণা যদি সম্পূৰ্ণ সত্যও হয়, বিৰোধী সমালোচনাৰ অভাৱত সি অন্ধ-সংস্কাৰত পৰিণত হয় আৰু ফলস্বৰূপে তাৰ দ্বাৰা মনৰ বিকাশ সম্ভৱ হৈ নুঠে। আমাৰ শাস্ত্ৰৰ বাণীসমূহে আজিৰ মানুহক আকৰ্ষণ নকৰাৰ অন্তৰালতো ইয়েই কাম কৰিছে। গণতন্ত্ৰত প্ৰতিজন মানুহৰ জীৱনেই মূল্যবান আৰু প্ৰত্যেকৰ শ্ৰম আৰু ভাব বিনিময়ৰ ফলস্বৰূপেহে সমাজ আগবাঢ়ে; কিন্তু ফেচিষ্টসকলে নিজৰ বাহিৰে আন কাৰো মতক গুৰুত্ব দিবলৈ নিবিচাৰে। জি. এইচ. চেবাইনে ৰাজনৈতিক মতবাদৰ

ইতিহাসত এইদৰে ব্যাখ্যা দাঙি ধৰিছে যে উদাৰ চিন্তা অনুসৰি অধিক সংখ্যক মানুহৰ অধিকাৰ সুযোগ সুপ্ৰতিষ্ঠিত কৰাৰ নামেই হ'ল প্ৰগতি। এই প্ৰগতি দৈৱশক্তি বা ঐতিহাসিক নিৰ্দেশৰ ফল নহয়। ইয়াৰ উৎস হ'ল মানুহৰ স্বাধীনতা স্পৃহা আৰু যুক্তিপ্ৰয়াসী মন। এই দুয়োবিধৰ মিলনতেই সৃষ্টিৰ উৎস গঢ়ি উঠে; কিন্তু যিকোনো ধৰ্মই মানুহক কেৱল ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণৰ নিৰ্দেশহে দি আহিছে। আনকি খৃষ্টান ধৰ্মতো ঈশ্বৰৰ ওচৰত ব্যক্তিৰ নিঃচৰ্ত আত্মসমৰ্পণৰ কথাকে কোৱা হৈছে। বহুতে মাৰ্টিন লুথাৰ অথবা কেলভিনক সংস্কাৰবাদী বুলি কয় যদিও এৰিকট্ৰমৰ মতে এওঁলোক দুয়ো কেথলিকসকলতকৈ বেছি গোড়া আৰু অসহিষ্ণু আছিল। শাস্ত্ৰৰ বচন আৰু গুৰুবাণীত বাহিৰে সাধাৰণ লোকক তেওঁলোকৰ কাৰ্যত প্ৰাধান্য দিয়া নহৈছিল।

অসমৰ ইতিহাসৰ পাত লুটিয়ালেও দেখা যায় যে সংস্কৃতিৰ ঠাই যেতিয়া অপসংস্কৃতিয়ে দখল কৰিছে, অযোগ্যই সিংহাসনত বহাৰ সুযোগ পাইছে তেতিয়াই সমাজ জীৱনলৈ বিপৰ্যয় নামি আহিছে। হিতেশ্বৰ বৰবৰুৱাৰ 'আহোমৰ দিন'ত তেওঁ বিপৰ্যয়ৰ আগজাননী এইদৰে উল্লেখ কৰিছে,—চন্দ্ৰকান্ত সিংহ এজন দুৰ্বল প্ৰকৃতিৰ ৰজা আছিল। দুৰ্বল প্ৰকৃতিৰ চন্দ্ৰকান্ত সিংহই পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ সাৰগৰ্ভ কথাৰ মৰ্ম ভালকৈ বুজিব নোৱাৰিলে। সতৰাম চাৰিঙীয়া ফুকনৰ কথাকেই তেওঁ ধ্ৰুৱ বুলি জানিলে। ইফালে ৰজাক এনেকৈ বুজাই দিয়া হ'ল যে পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজ্যৰ গুৰিয়াল হৈ থাকে মানে ৰজাৰ অভিষেক নহয়; এতেকে তেওঁক মাৰিলেহে কাৰ্য সফল হ'ব। এই মন্ত্ৰণাত ৰজাও আছিল, কিন্তু বুদ্ধিমতী ৰাজমাও দেউতা (তেখেত সন্দিকৈ ঘৰৰ জীয়াৰী, নৰোত্তম বৰফুকনৰ নাতিনীয়েক আৰু সৰু বলীয়া ৰাজখোৱাৰ জীয়েক) এই মন্ত্ৰণাৰ বিৰোধী আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁৰ ল'ৰা দুয়োটিকে ৰজা পালে দেখি, ডাঙৰীয়ালৈ ৰাজমাও দেউতাৰ বৰ উচ্চ ভাব আছিল; কিন্তু স্বৰ্গদেৱৰ শিৰত শনি উঠিছে, ৰাজমাও দেউতাৰ সজ কথা, সজ উপদেশ চন্দ্ৰকান্ত সিংহই হেলা কৰি উৰাই দিবলৈ ধৰিলে।

"ইফালে সতৰামেও দিনে দিনে ডাঙৰীয়াসকলক অৱজ্ঞাৰ চিন দেখুৱাবলৈ ধৰিলে। সতৰাম ৰজাৰ ইমান মৰমৰ পাত্ৰ হৈছিল যে স্বৰ্গদেৱৰ সৈতে একে আসনতে সময়ে সময়ে তেওঁ বহিছিল। এদিন বুঢ়াগোহাঁই ডাঙৰীয়া ৰজাৰ চাঙলৈ গৈছিল। সেই সময়ত সতৰাম স্বৰ্গদেৱৰ সৈতে একে আসনতে বহি আছিল। ডাঙৰীয়াই স্বৰ্গদেৱক সেৱা কৰিলে; সতৰামে কিন্তু ৰজাৰ আসনৰ পৰা গাকে নলৰালে। ডাঙৰীয়াই এইটোত মৰণান্তিক হোৱা যেন পালে। সতৰামৰ আৰু

বুঢ়াগোহাঁই ডাঙৰীয়াৰ মাজত ক্ৰমে মনান্তৰ বাঢ়িবলৈ ধৰিলে। দুইৰো ফালে দুদল মানুহ হ'ল ঃ প্ৰাচীন বংশীয় বিবেচক আৰু দেশানুৰাগী লোক মাত্ৰেই বুঢ়াগোহাঁই ডাঙৰীয়াৰ ফলীয়া হ'ল; ডেকা, নকৈ হোৱা বিষয়া আৰু অৰ্বাচীন লোকবোৰ সতৰামৰ ফলীয়া হ'ল। ইফালে সিফালৰ আৰু সিফালে ইফালৰ অহিতাচৰণ কৰিবলৈ মন্ত্ৰণা আৰু ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। ভূতৰ পুতেকৰ পক্ষৰ লোকসকলে ৰাতি ৰাতি বুঢ়াগোহাঁই ডাঙৰীয়াক মাৰিবৰ মন্ত্ৰণা দিনৌ কৰিবলৈ ধৰিলে। সিহঁতৰ ভিতৰত এজন বুঢ়াগোহাঁই হয়, আৰু জনচেৰেকে তেওঁক বেৰি ধৰি মাৰে। এইদৰে আখৰা কৰা হৈছিল।"

এই ধৰণৰ অপৈণত বুদ্ধিমত্তাই সেই সময়ত এইটোকে সূচাইছিল যে আহোম ৰাজত্বৰ বেলি ডুব যাবলৈ বেছিপৰ নাছিল। আজিও আমাৰ সমাজৰ বিবেকচালিত সুষম ধাৰাটোক কূট-কৌশলেৰে বিসৰ্জন দিবলৈ বিচৰা হৈছে আৰু বেদখল কৰিবলৈ লৈছে সমাজবিধ্বংসী ধাৰাটোৱে। মহেশ্বৰ নেওগ অথবা বিজয় চন্দ্ৰ ভাগৱতীৰ দৰে লোকে অসমৰ জাতীয় জীৱনলৈ যিমানখিনি অৱদান আগবঢ়াইছে তাৰ হেজাৰ ভাগৰ এভাগ আগবঢ়োৱা লোক সেই সমালোচকসকলৰ মাজত কোনোবা আছেনে? চৈয়দ আব্দুল মালিকৰ মতৰ সৈতে আমাৰ মত সকলো সময়তে একে নহ'ব পাৰে; কিন্তু অসমীয়া তথা ভাৰতীয় সাহিত্যলৈ মালিকে যি অৱদান আগবঢ়াইছে তাৰ সৈতে তুলনা কৰিব পৰা দ্বিতীয়গৰাকী ব্যক্তি অসমত আছেনে? অসমৰেই কেৱল নহয়, পূব ভাৰতৰ অনন্য শিল্পী হিচাপে ভূপেন হাজৰিকা এগৰাকী স্বীকৃত ব্যক্তি; কিন্তু এইখন ৰাজ্যত তেওঁ হৈ পৰিছে উপহাসৰ পাত্ৰ। সমাজৰ মূল সমস্যা এৰি অস্ত্ৰত শাণ দিয়া হৈছে এইসকলৰ বিৰুদ্ধে। ন্যস্তস্বাৰ্থজড়িত মহলটোৱে একমাত্ৰ নিজৰ প্ৰভাৱ বিস্তাৰৰ দৃষ্টিভংগী সন্মুখত ৰাখিয়েই সমাজ বিবেকৰ দেহত অসত্যৰ ইন্দ্ৰজালেৰে সন্মোহনী বাণ মাৰিবলৈ লৈছে। এইসকলে বিপ্লৱৰ অৰ্থ নুবুজাকৈয়ে বিপ্লৱৰ ধ্বনি আওৰায়— সমাজৰ গতিধাৰাক বাধা দি ব্যক্তিগত স্বাৰ্থ পূৰণৰ উদ্দেশ্যে। সেইসকলৰ অতীত জীৱনৰ প্ৰতি অনুধাৱন কৰিলে দেখিবলৈ পোৱা যায় যে ব্যক্তিগত উচ্চাভিলাষত বাহিৰে সামাজিক জীৱনৰ সৈতে জড়িত থকাৰ কোনো প্ৰমাণ নাই।

তথাকথিত বিপ্লৱৰ নামত মানুহক দিক্‌ভ্ৰান্ত কৰাৰ দৃষ্টান্ত ইতিহাসত বহুতো পোৱা যায়। কাৰ্ল মাৰ্ক্সৰ সময়ৰ কথা—পৰিচিত থকা জাৰ্মান কবি হেৰ বেগ তেতিয়া অৱতাৰ সদৃশ হৈ পৰিছে। তেওঁৰ কবিতাত কেৱল বিপ্লৱৰ বাণী উদ্ভাসিত হৈছে। কিন্তু মাৰ্ক্স আৰু তেওঁৰ অনুগামীসকলে কবিৰ অভিসন্ধি বুজি পোৱাত অসুবিধা নহ'ল। সংগ্ৰাম, বিপ্লৱ, মুক্তি আদি শব্দৰেই কবিয়ে ব্যক্তিগত ফয়দা তুলিবলৈ লোৱা কাৰ্যত

বাধাদান কৰিবলৈ লোৱা হ'ল। মাৰ্ক্সে যুক্তিসহকাৰে বুজাই দিলে যে কবি হেৰ ৱেগে বিপ্লবৰ ধ্বনি দি নিষ্ঠাবান কৰ্মীসকলক পিছলৈহে টানিছে।

মূল্যবোধৰ পৰিবৰ্তন সামাজিক অগ্ৰগতিৰ পৰিচায়ক। আনহাতে মূল্যবোধৰ অবক্ষয় ধ্বংসৰ আগজাননী। আজি আমি লাভ কৰা মূল্যবোধসমূহ হঠাতে ওপৰৰ পৰা সৰি পৰা নাই। আমাৰ ভাষা-সাহিত্য, সংগীত-কলা লাভ কৰিবলৈ সক্ষম হৈছোঁ পূৰ্বপুৰুষসকলৰ অনলস সাধনাৰ ফলস্বৰূপে। এনে সাধনাত একাগ্ৰচিত্তে ব্ৰতী হৈ আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা, লম্বোদৰ বৰা, চন্দ্ৰনাথ শৰ্মা, গণেশ গগৈ, বাণীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা আদিয়ে অকালতে প্ৰাণ বিসৰ্জন দিব লগা হৈছিল। পূৰ্বপুৰুষসকলৰ পৰা পৰম্পৰাগতভাৱে লাভ কৰি অহা মূল্যবোধ বিসৰ্জন দিবলৈ হ'লে মানুহ হিচাপে আমাৰ অস্তিত্বই বিপন্ন হৈ পৰিব আৰু এইখন সমাজ অৰণ্যলৈ ৰূপান্তৰিত হ'ব। পৰম্পৰাগত মূল্যবোধৰ হেতুকে আমি পিতৃ-মাতৃক শ্ৰদ্ধা কৰি আহিছোঁ, শিক্ষক আৰু বয়োজ্যেষ্ঠজনক সন্মান কৰিছোঁ। সেইবাবে একোজনৰ আচৰণতেই সমাজ একোখনৰ স্বৰূপ ফুটি উঠে বুলি কোৱা হয়। গতিকে সাম্প্ৰতিক মূল্যবোধৰ অবক্ষয়ৰ হেতুকেই আমাৰ সমাজত একপ্ৰকাৰ অৰ্ধমানৱৰ ৰাজত্ব চলিবলৈ পাইছে।

আমাৰ সমাজ জীৱনত অবক্ষয়ৰ এই সংক্ৰমণ সীমাবদ্ধ হৈ থকা নাই, সকলো দিশতেই চলিছে এই সংক্ৰমণ। এই গেলা ঘাঁৰ স্বৰূপ এইদৰে ইয়াত দাঙি ধৰিবলৈ গৈ আমি আনন্দ লাভ কৰা নাই; কিন্তু এখন ভয়াবহ ছবি দেখাৰ সম্ভাৱনাতহে আমি এই বিষয়টোৰ ওপৰত গুৰুত্ব দিবলৈ বিচাৰিছোঁ। সমাজৰ বিবেকস্বৰূপ মানুহখিনিক পৰিকল্পিত অপপ্ৰচাৰেৰে অদৰ্কাৰী কৰি দিব পাৰিলেই দুষ্কৃতিয়ে বাজীমাৎ কৰাৰ সুযোগ পায় আৰু ৰাজ্যখনকো গৃহযুদ্ধৰ মাজলৈ ঠেলি দিয়াটো সম্ভৱ হৈ পৰে। সেইবাবেই পাতনি মেলা হৈছে এইখন খোলা মঞ্চৰ। পৰম্পৰাগত সংস্কৃতিৰ ধাৰাটোক সজীৱ কৰি ৰখাৰ বাব প্ৰত্যেকেই বৰঙণি আগবঢ়াওক। সেয়ে নহ'লে ইতিমধ্যে সূচনা হোৱা গৰাখহনীয়াৰ গ্ৰাসত সকলোৱে নিমজ্জিত হ'ব লাগিব।

অৰ্থনীতি বিজ্ঞানৰ ক-খ পাঠতেই এষাৰ কথা আছে—Bad money drives out good money out of circulation. ধাতুৰ মুদ্ৰা প্ৰচলন থকাৰ সময়ত মানুহে চকচকীয়া নতুন মুদ্ৰাবোৰ সাঁচি ৰাখি বেয়া ক্ষয় যোৱা মুদ্ৰাহে বজাৰত এৰি দিছিল। ফলস্বৰূপে বজাৰত মুদ্ৰাৰ নাটনি হৈছিল আৰু এই ব্যৱস্থাই একপ্ৰকাৰ অৰ্থনৈতিক সংকটৰ সৃষ্টি কৰিছিল। তেনেদৰেই আজিও ভাল মানুহক সমাজৰ পৰা আঁতৰাই ৰাখিবলৈ বিচৰা হৈছে। ○

# অসমৰ উন্নয়ন আৰু নেডফি

অসমত বিত্তীয় প্ৰতিষ্ঠানসমূহে ঋণ যোগান ধৰাৰ ক্ষেত্ৰত অন্যতম অন্তৰায় হ'ল আমাৰ এচাম যুৱকৰ মাজত ঋণ পৰিশোধৰ মানসিকতা নথকাটো। উত্তৰ-পূব উন্নয়ন বিত্ত নিগম লিমিটেড বা সংক্ষেপে নেডফি নামেৰে জনাজাত বিত্তীয় প্ৰতিষ্ঠানটোৱে আগবঢ়োৱা তথ্য অনুসৰি অসমত ঋণ পৰিশোধৰ হাৰ মাত্ৰ ১৯ শতাংশ। অৱশ্যে উত্তৰ-পূৰ্বাঞ্চলৰ আন আন ৰাজ্যতো ঋণ পৰিশোধৰ ছবিখন উজ্জ্বল নহয়। ত্ৰিপুৰা ঋণ পৰিশোধৰ ক্ষেত্ৰত অতি পিছপৰা। সেই ৰাজ্যখনত ঋণ পৰিশোধৰ হাৰ ১০ শতাংশ। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ উন্নয়নৰ ক্ষেত্ৰখন মুকলি কৰাৰ ক্ষেত্ৰত যথেষ্ট মূলধনৰ প্ৰয়োজন। কিন্তু অকল মূলধনেই আমাৰ উন্নয়ন সাধন কৰিব নোৱাৰে। ইয়াৰ বাবে সকলোৰে সহযোগিতা আৰু পৰিশ্ৰমী মানসিকতাৰো প্ৰয়োজন আছে।

নেডফিয়ে আগবঢ়োৱা সাহায্যৰ আধাৰত প্ৰতিষ্ঠিত প্ৰকল্পসমূহে অসমকে ধৰি উত্তৰ-পূৰ্বাঞ্চলত ৫০০ কোটি টকা মূলধন গঠন কৰিব পাৰিছে আৰু ইয়াৰ জৰিয়তে ১৫ হেজাৰ লোকক প্ৰত্যক্ষভাৱে নিয়োগৰ সুবিধা দিছে। আনহাতে, কেবা হেজাৰ লোক পৰোক্ষভাৱে নিয়োজিত হ'ব পাৰিছে। আগেয়ে বিত্তীয় প্ৰতিষ্ঠানসমূহে বৃহৎ ঋণহে যোগান ধৰিছিল। ক্ষুদ্ৰ ঋণ আগবঢ়োৱাৰ ক্ষেত্ৰত এই বিত্তীয় প্ৰতিষ্ঠানসমূহ আগ্ৰহী নাছিল। পিছে দেখা যায় যে ৰাজ্যখনৰ জনসাধাৰণৰ সকলোৰে হিত সাধন কৰিবলৈ হ'লে এনে ধৰণৰ বৃহৎ ঋণ কোনোপধ্যে সহায়ক নহয়। আনহাতে, ক্ষুদ্ৰ উদ্যোগসমূহে একো একোখন ৰাজ্যৰ মুঠ ঘৰুৱা উৎপাদন বৃদ্ধিৰ ক্ষেত্ৰত এক ভূমিকা লোৱা দেখা যায়, যিটো বৃহৎ উদ্যোগসমূহে কৰিব নোৱাৰে। নেডফিয়ে সেইবাবেই এতিয়া ক্ষুদ্ৰ ঋণ আগবঢ়োৱাৰ ওপৰত জোৰ দিছে। বেচৰকাৰী স্বেচ্ছাসেৱী সংস্থা, আত্মসহায়কাৰী গোট, ক্ষুদ্ৰ উদ্যোগী আদিক

এই বিত্তীয় সংস্থাটোৱে অগ্ৰাধিকাৰ দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিছে। এতিয়ালৈকে নেডফিয়ে ১২২টা বেচৰকাৰী স্বেচ্ছাসেৱী সংস্থালৈ বিত্তৰ যোগান ধৰিছে আৰু এই সংস্থাসমূহৰ অধীনত থকা ১০৬৬টা আত্মসহায়কাৰী গোটে মুঠ ১০,৯৫৫ গৰাকী হিতাধিকাৰীক সামৰি ল'বলৈ সক্ষম হৈছে। চৰকাৰী চাকৰিৰ ক্ষেত্ৰখন যেতিয়া সংকুচিত তথা স্তিমিত হৈ পৰিছে তেতিয়া স্ববিনিয়োজন বা আত্মসহায়কাৰী গোটসমূহে নিবনুৱা সমস্যা দূৰ কৰাৰ ক্ষেত্ৰত এক বৃহৎ ভূমিকা ল'ব পাৰে। সম্প্ৰতি অসমত এনে ধৰণৰ আত্মসহায়কাৰী গোটৰ সংখ্যা বৃদ্ধি পোৱাটো অতিকৈ উৎসাহজনক হৈছে। ক্ষুদ্ৰ ক্ষুদ্ৰ উৎপাদনকাৰীসকলৰ আন এক প্ৰধান সমস্যা হৈছে তেওঁলোকৰ উৎপাদিত সামগ্ৰীৰ বিপণন। এই উৎপাদিত সামগ্ৰীসমূহ তেওঁলোকে ক'ত কেনেকৈ বিক্ৰী কৰিব, গ্ৰাহক পাব নে ইত্যাদি সমস্যাসমূহে ক্ষুদ্ৰ উদ্যোগীসকলক সততে বিমোৰত পেলোৱা দেখা যায়। নেডফিয়ে গুৱাহাটীৰ আমবাৰীত বেচোতা আৰু কিনোতাৰ উমৈহতীয়া মঞ্চ এখনি গঢ়ি তোলাৰ উদ্দেশ্যেৰে 'নেডফি হাট' নামৰ ব্যৱস্থা এটা গঢ়ি তুলিছে। এই 'নেডফি হাট'ত ক্ষুদ্ৰ উৎপাদনকাৰীসকলে তেওঁলোকৰ উৎপাদিত সামগ্ৰীসমূহ প্ৰদৰ্শন কৰি বিক্ৰী কৰিব পাৰে। ইতিমধ্যে 'নেডফি হাটে' ক্ষুদ্ৰ উৎপাদনকাৰী আৰু এনে উৎপাদিত সামগ্ৰীৰ গ্ৰাহকসকলক আকৰ্ষণ কৰা দেখা গৈছে। তদুপৰি দিল্লীৰ ওচৰৰ নইদাত আন্তৰ্জাতিক বাণিজ্যিক প্ৰদৰ্শনীতো কেইটামান বিপণন কেন্দ্ৰ লোৱাৰ বাবে নেডফিয়ে যো-জা চলাই আছে।

ৰাজ্যখনৰ যুৱচামৰ মাজত চাকৰি বিচৰাৰ মানসিকতাৰ কিঞ্চিৎ হ'লেও পৰিৱৰ্তন হোৱা দেখা গৈছে। কিন্তু এই মানসিকতাৰ পৰিৱৰ্তনৰ বাবে চৰকাৰ তথা বিভিন্ন সংস্থাই আত্মসহায়ক গোটৰ জৰিয়তে স্বাৱলম্বী হোৱাৰ বাবে প্ৰচাৰ আৰু প্ৰশিক্ষণ দিব লাগিব। ইণ্ডিয়ান ইনষ্টিটিউট অব্ এণ্টাৰপ্ৰিনিউৰৰ সহযোগত নেডফিয়ে গুৱাহাটী, শিলচৰ, আগৰতলাকে আদি কৰি অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ প্ৰধান চহৰবোৰত প্ৰথম প্ৰজন্মৰ কাৰিকৰী উদ্যোগী সৃষ্টিৰ বাবে বিশেষ প্ৰশিক্ষণ আঁচনি লৈছে। আনহাতে, নেডফিৰ তৰফৰ পৰা এইবোৰ চহৰত সচেতনতা বৃদ্ধিৰ বাবে কেবাখনো আলোচনা-চক্ৰও অনুষ্ঠিত কৰা হৈছে।

আমাৰ ৰাজ্যখনত পৰ্যটন উদ্যোগ, পাটচৌলি, জেৰানিয়াম আদি সুগন্ধি তেল উৎপাদন, মৰাপাট উদ্যোগ আদি ভালেমান ক্ষেত্ৰত ব্যৱসায়ৰ যথেষ্ট সম্ভাৱনা আছে। কিন্তু দেখা যায় যে আন্তঃগাঁথনিৰ অভাৱত এই উদ্যোগসমূহ আশানুৰূপভাৱে গঢ়ি উঠা নাই। আনহাতে, প্ৰধান প্ৰধান চহৰসমূহত কিছু আন্তঃগাঁথনি থকা হেতুকে উদ্যোগসমূহ দুই-এখন চহৰতেই স্তূপীকৃত হৈ আছে।

ফলত অন্যান্য অঞ্চলৰ উন্নয়ন ব্যাহত হৈছে। ভূমি আৰু বিদ্যুতৰ সহজলভ্যতা এতিয়া চৰকাৰে সৃষ্টি কৰিব পৰা নাই। অসমত ভূমি আৰু বিদ্যুতৰ সহজলভ্যতাৰ ছবিখন অতি ধূসৰ। মেঘালয় চৰকাৰে যি সময়ত উদ্যোগীসকললৈ প্ৰতি ইউনিটত ১.৬০ টকাত বিদ্যুতৰ যোগান ধৰিছে তেতিয়া অসমত বিদ্যুতৰ দৰ বৃদ্ধি কৰি উদ্যোগীসকলক চৰকাৰে নিৰাশ কৰি তুলিছে। আনহাতে, ৰাজ্যখনত ভূমিৰ দৰ বৃদ্ধি পোৱা বাবে মাটি কিনি উদ্যোগ স্থাপন কৰাটো অসম্ভৱ হৈ পৰিছে। ৰাজ্য চৰকাৰে আন্তঃগাঁথনি নথকা ঠাইত উদ্যোগীসকলক মাটি দিলে কোনো লাভ নাই। আন্তঃগাঁথনি থকা নগৰসমূহতেই মাটি সহজলভ্য কৰাৰ ব্যৱস্থা চৰকাৰে কৰিব লাগিব। প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে প্ৰতি বছৰে ৫০ কোটি টকা ঋণ বিতৰণ কৰিব লাগে বুলি লক্ষ্য বান্ধি দি উদ্যোগীসকলক উৎসাহিত কৰিছে। নেডফিয়ে এই বছৰ এই লক্ষ্য পূৰণ কৰি ৫১.১ কোটি টকাৰ ঋণ আগবঢ়াবলৈ সক্ষম হৈছে। যোৱা বছৰো এই সংস্থাটোৱে ৫০.৭৯ কোটি টকা ঋণ আগবঢ়াইছিল। নেডফিৰ মূলধনো ১০০ কোটিৰ পৰা বাঢ়ি গৈ ২২০ কোটি টকা হৈছেগৈ। দেশখনৰ প্ৰসিদ্ধ কেতবোৰ সংস্থাৰ জৰিয়তে কিছুমান আৰ্থ-কাৰিকৰী অধ্যয়ন চলোৱা হৈছিল। তাৰ ফলশ্ৰুতিত উত্তৰ-পূৰ্বাঞ্চলত পোৱা কেঁচামালৰ ভিত্তিত কেবাটাও উদ্যোগ ইতিমধ্যে স্থাপিত হৈছে। তীখা, লো, মিশ্ৰধাতু, ডিজিটেল ইলেক্ট্ৰনিক মিটাৰ, প্ৰসাধন সামগ্ৰী আদিৰ উদ্যোগ স্থাপনৰ বাবে নেডফিয়ে যথেষ্ট ঋণ আগবঢ়াইছে আৰু এইবোৰ উদ্যোগত বাহিৰৰ বিনিয়োগকাৰী আকৰ্ষণ কৰিবলৈকো নেডফি সমৰ্থ হৈছে। পাটচৌলিৰ দৰে ঔষধি গুণসম্পন্ন আৰু সুগন্ধি উদ্ভিদৰ খেতি জনপ্ৰিয় কৰাৰ ক্ষেত্ৰত নেডফিয়ে সফলতা লাভ কৰিছে। কলিয়াবৰ, বিশ্বনাথ চাৰিআলি আৰু তেজপুৰত পাটচৌলি ডিষ্টিলেছন গোট স্থাপন কৰা হৈছে। প্ৰায় ৮০০ একৰ মাটিত পাটচৌলি খেতি কৰাৰ বাবে নেডফিয়ে কৃষকসকললৈ সাহায্য আগবঢ়াইছে। নেডফিৰ যোৱা ছটা বছৰৰ ভূমিকা পৰ্যালোচনা কৰিলে দেখা যায় যে এই বিত্তীয় সংস্থাটোৱে সীমিত মূলধনেৰে এই অঞ্চলটোৰ উন্নয়নৰ বাবে যথেষ্ট নহ'লেও কিছু অৰিহণা আগবঢ়াব পাৰিছে। অৱশ্যে অসমৰ দৰে পিছপৰা ৰাজ্যসমূহৰ উন্নয়নৰ বাবে আমাক অধিক মূলধনৰ প্ৰয়োজন। প্ৰয়োজন এক সবল আন্তঃগাঁথনিৰ। কেন্দ্ৰীয় চৰকাৰে আন্তঃগাঁথনি সৃষ্টিৰ বাবে বিশেষ আঁচনি ল'ব লাগিব আৰু লগতে নেডফি আৰু অন্যান্য বিত্তীয় সংস্থালৈ অধিক মূলধন আগবঢ়াব লাগে যাতে এনে সংস্থাবোৰে উত্তৰ-পূৰ্বাঞ্চলৰ উন্নয়নৰ বাবে আৰু অধিক ভূমিকা সফলভাৱে ল'ব পাৰে। ○

# অসমত ৰাষ্ট্ৰীয়কৃত বেংকৰ ভূমিকা

এসময়ৰ ধনকুবেৰসকলৰ হাতত থকা বেংকসমূহক ৰাষ্ট্ৰীয়কৰণ কৰা হৈছিল, যাতে বেংক সেৱাই সৰ্বসাধাৰণ ৰাইজকো সামৰিব পাৰে আৰু দেশৰ অৰ্থনীতি সবল হোৱাত প্ৰেৰণা পায়। এই দিশটো কেতবোৰ ৰাজ্যত কিছু পৰিমাণে সফল হৈছে যদিও অসমৰ ক্ষেত্ৰত অৱস্থাৰ বিশেষ কোনো পৰিৱৰ্তন পৰিলক্ষিত হোৱা নাই। আমাৰ বোধেৰে এই ক্ষেত্ৰত ৰিজাৰ্ভ বেংক, ৰাজ্য চৰকাৰ আৰু ৰাষ্ট্ৰীয়কৃত বেংকসমূহৰ উমৈহতীয়া প্ৰচেষ্টাত এক কাৰ্যকৰী ব্যৱস্থা লোৱা উচিত; কিয়নো সুদীৰ্ঘ কাল ধৰি এনে অভিযোগ উত্থাপিত হৈ আহিছে যে এই অঞ্চলটোত ৰাষ্ট্ৰীয়কৃত বেংকসমূহৰ সম্প্ৰসাৰণ ঘটোৱা হৈছে একমাত্ৰ ধন সংগ্ৰহ কৰাৰ উদ্দেশ্যেহে। কিন্তু সেই ধন এইখন ৰাজ্যৰ উদ্যোগ আৰু কৃষিত ব্যৱহাৰ কৰাৰ সুযোগ মুকলি কৰি দিয়া হোৱা নাই। তাৰ ফলস্বৰূপে এই অঞ্চলটোত সংগৃহীত মুঠ ধনৰ মাত্ৰ এক তৃতীয়াংশহে ঋণ হিচাপে আগবঢ়োৱা হৈছে। এই কথা নতুনকৈ উল্লেখ কৰাৰ প্ৰয়োজন নাই যে উন্নত পৰ্যায়ৰ কৃষি আৰু উদ্যোগৰ বিকাশৰ বাবে মূলধন অপৰিহাৰ্য। তদুপৰি কেৱল আমাৰ ৰাজ্যখনতেই প্ৰায় কুৰি লক্ষ শিক্ষিত নিবনুৱা আছে। তেওঁলোকৰ বাবে চৰকাৰী চাকৰিৰ দুৱাৰ ইতিমধ্যে বন্ধ কৰি দিয়া হৈছে। আমাৰ নেতাসকলেও সঘনাই কৈ আহিছে যে যুৱক-যুৱতীসকলে চৰকাৰী চাকৰিৰ মোহ পৰিত্যাগ কৰি উদ্যোগ-বাণিজ্য আৰু কৃষিত মনোনিবেশ কৰিব লাগে। এই আহ্বানৰ প্ৰতি সঁহাৰি জনাই শিক্ষিত যুৱকসকলৰ বহুতেই হোটেল, ৰেষ্টোঁৰা, পৰ্যটন আৰু আন ভালেমান উদ্যোগৰ স'তে নিজকে জড়িত কৰাৰ চেষ্টা চলাইছে। দৰাচলতে তেওঁলোকে অতি আন্তৰিকতাৰেই এনেবোৰ বৃত্তিত আত্মনিয়োগ কৰিবলৈ বিচাৰিছে যদিও পোনতেই মূলধনৰ অভাৱৰ হেতুকেই হতাশ হৈ পৰাৰ কথা আমি জানিব পাৰিছোঁ। ঋণ লোৱাৰ

উদ্দেশ্যে বেংকৰ ওচৰ চপা যুৱক-যুৱতীসকলৰ সমুখত পৰ্বতসম বাধা পোৱা বুলি তেওঁলোকে অভিযোগ উত্থাপন কৰিছে আৰু মূৰকত বহুতেই হতাশ হৈ নিজাববীয়াকৈ এনে কাৰ্যত ব্ৰতী হোৱাৰ পৰা বিৰত থাকিবলৈ বাধ্য হৈছে। বেংকৰ ঋণ পাবলৈ হ'লে এনে কেতবোৰ চৰ্ত পূৰণ কৰিব লাগে যে বহু সময়তেই সেইবোৰ নিবনুৱা যুৱক-যুৱতীসকলৰ বাবে সম্ভৱ নহয় আৰু তাৰ ফলস্বৰূপে তেওঁলোক ঋণ প্ৰাপ্তিৰ পৰা বঞ্চিত হ'ব লগাত পৰিছে। তদুপৰি বেংকৰ ফালৰ পৰা নিৰ্দিষ্ট পৰিমাণৰ মূলধন থাকিলেহে ঋণ দিয়া হয় বুলি চৰ্ত আৰোপ কৰা হয়। যদিহে নিৰ্দিষ্ট পৰিমাণৰ মূলধন জমা থাকেই তেন্তে তেনে লোকে বেংকলৈ যোৱাৰ প্ৰয়োজনেই বোধ নকৰে। অকল সিয়েই নহয়, নিৰ্দিষ্ট পৰিমাণৰ ধন জমা থকাৰ পাছতো এনেদৰে কেতবোৰ জামিনৰ চৰ্ত আৰোপ কৰা হয়, যিবোৰ পূৰণ কৰাটো সেইসকল যুৱক-যুৱতীৰ বাবে অসম্ভৱ হৈ পৰে আৰু ফলস্বৰূপে তেওঁলোকে হতাশাত ভুগিব লগা হয়। এই কথা আমি কেতিয়াও ক'বলৈ যোৱা নাই যে চৰ্তহীনভাৱেই সেইসকল যুৱক-যুৱতীক ঋণ দিয়া হওক, কিন্তু চৰ্ত আৰোপ কৰাৰ ক্ষেত্ৰত ইতিবাচক দিশৰহে প্ৰয়োজন; অৰ্থাৎ কেনেদৰে প্ৰকৃতাৰ্থত উদ্যোগী যুৱক-যুৱতীসকলক সহায় কৰিব পাৰি বেংকৰ স'তে জড়িতসকলৰ তেনে মানসিকতাৰহে প্ৰয়োজন। আমাৰ বেংকবোৰে প্ৰায়েই অভিযোগ উত্থাপন কৰি আহিছে যে অসমীয়া যুৱকে ঋণ ল'লে নিয়মীয়াকৈ সেই ঋণ পৰিশোধ কৰাত গুৰুত্ব নিদিয়ে। এই কথা সকলো ক্ষেত্ৰতে নিশ্চয় সঁচা নহয়। নিয়মীয়াকৈ ঋণৰ কিস্তি আদায় দিয়া যুৱকো বহুত আছে। আনহাতে, অসমৰ বাহিৰৰ ঋণ লোৱা সকলোৱেই যে ঋণৰ ধন পৰিশোধ কৰে সেইটোও সত্য নহয়। ইতিমধ্যে প্ৰকাশ পোৱা মতে হেজাৰ হেজাৰ কোটি টকা ঋণ লৈও পৰিশোধ কৰিবলৈ নিবিচৰা বহুতো প্ৰতিষ্ঠান অসমৰ বাহিৰত আছে। সেইবোৰৰ ওপৰত বেংক কৰ্তৃপক্ষই প্ৰয়োজনীয় ব্যৱস্থা ল'বলৈ সাহস নকৰাটো তাৎপৰ্যপূৰ্ণ। বহুতেই এই কথাও ক'ব খোজে যে এইদৰে ঋণ লৈ ঘূৰাই নিদিয়াৰ আঁৰত বেংক কৰ্তৃপক্ষৰ স'তে ঋণীসকলৰো বুজাবুজি আছে। এতিয়া প্ৰশ্ন হ'ল, অসমৰ বাহিৰত যদিহে হেজাৰ হেজাৰ কোটি টকা ঋণ লৈ ঘূৰাই নিদিয়াকৈ থাকিব পাৰে, তেন্তে অসমৰ যুৱকে ৮/১০ লাখ টকা ঋণ লৈ ক্ষুদ্ৰ উদ্যোগ গঢ়াৰ বাবে আগবাঢ়ি আহিলে তেওঁলোকক বিমুখ কৰাৰ অৰ্থ ক'ত! অৱশ্যে এইটোও খাটাং যে এচাম দুষ্ট চৰিত্ৰৰ যুৱকে ভুৱা উদ্যোগ আদি স্থাপন কৰাৰ উদ্দেশ্যে ঋণ লৈ ঘূৰাই দিয়াৰ কথা নাভাবে। কিন্তু তাৰ বাবে আন্তৰিকভাৱে উদ্যোগ-বাণিজ্যত জড়িত হ'বলৈ বিচৰা যুৱক সমাজ নিশ্চয় জগৰীয়া নহয়। এই ক্ষেত্ৰত বাৰে বাৰে উল্লেখ হৈ

থকা বিষয়টো হ'ল, শতাধিক কোটি টকা ছালফাই চৰ্তহীনভাবে ঋণ লৈ ঘূৰাই নিদিয়াটো। উল্লেখনীয় যে এই ঋণৰ ধনৰ দায়িত্ব অসম চৰকাৰেই লৈছিল। গতিকে এই ক্ষেত্ৰত চৰকাৰে কিদৰে আত্মসমৰ্পণ কৰা আলফা সদস্যসকলৰ স'তে চুক্তিবদ্ধ হৈছিল, সেই কথা জনা নাযায়। কিন্তু এনে কাৰ্যৰ স'তে সৎ যুৱক-যুৱতীসকলক জড়িত কৰাটো উচিত নহয়। এই কথাও আমি কেতিয়াও ক'বলৈ যোৱা নাই যে চৰ্তহীনভাবেই যুৱক-যুৱতীসকলক ঋণ দিয়া হওক। কিন্তু সেই চৰ্ত এনে ধৰণৰ হ'ব লাগে যাতে যুৱক-যুৱতীসকল হতাশ হোৱাৰ সলনি উৎসাহিত হৈ কৰ্মযজ্ঞত নামি পৰিব পাৰে। কিন্তু আমি বেংকসমূহৰ কাৰ্যকলাপত লক্ষ্য কৰিছোঁ যে প্ৰথম অৱস্থাতেই এনেদৰে গধুৰ চৰ্ত আৰোপ কৰা হয় যাৰ ফলস্বৰূপে ঋণ ল'বলৈ বিচৰাসকল হতাশ হৈ পৰে।

সাম্প্ৰতিক কালৰ সমাজ ব্যৱস্থা আৰু অৰ্থনৈতিক পৰিৱৰ্তনৰ ভিত্তিত বেংক ব্যৱস্থাৰ আমূল পৰিৱৰ্তনৰ প্ৰয়োজন হৈ পৰিছে। সম্প্ৰতি কুৰি লক্ষ যুৱক-যুৱতী কৰ্মহীন হৈ থাকিব লগা হৈছে, তাৰ ফলস্বৰূপে আমাৰ সমাজ বিশেষভাৱে তেওঁলোকৰ শ্ৰমৰ সদ্ব্যৱহাৰৰ পৰা বঞ্চিত হ'ব লগাত পৰিছে। এই কথাও নতুনকৈ উল্লেখ কৰাৰ প্ৰয়োজন নাই যে শ্ৰমেই আজিও অৰ্থনৈতিক বিকাশৰ সৰ্বশ্ৰেষ্ঠ মাধ্যম হৈ আছিছে আৰু তাৰ গুৰুত্ব অৰ্থনীতিৰ গোলকীকৰণৰ ফলস্বৰূপে অধিক বৃদ্ধি পাইছে। গতিকে এই যুৱক-যুৱতীসকললৈ এনেদৰে ঋণ দানৰ ব্যৱস্থা কৰিব লাগে যাতে তেওঁলোক হাৰাশাস্তি হ'ব লগা নহয়। তেনেদৰেই ঋণ আদায়ৰ ক্ষেত্ৰতো আৰম্ভণিৰ পৰাই এনে এক যুক্তিসংগত পদ্ধতি উদ্ভাৱন কৰিব লাগে যাৰ ফলস্বৰূপে তেওঁলোকে ঋণ পৰিশোধ কৰাত অসুবিধা নাপায়। বেংক আৰু এই যুৱক-যুৱতীসকলৰ মাজৰ সম্পৰ্ক উন্নত কৰাৰ উদ্দেশ্যে সময়ে সময়ে বেংকৰ সমস্যা আৰু যুৱক-যুৱতীসকলৰ সমস্যাৰ ওপৰত আলাপ-আলোচনা ইত্যাদি হোৱাটো বাঞ্ছনীয়। কিদৰে একোটা উদ্যোগত সাফল্য অৰ্জন কৰিব পাৰি সেই বিষয়ৰ দিহা-পৰামৰ্শও তেনে আলোচনাতেই চৰকাৰৰ সংশ্লিষ্ট বিভাগৰ লোকেও আগবঢ়াব পাৰে। কিন্তু এতিয়া এনে ধাৰণা হৈছে যেন বেংকৰ ঋণ লাভ কৰাটো কেৱল আঢ্যৱন্তসকলৰ পক্ষেহে সম্ভৱ। যদি সিয়েই হয়, তেন্তে তেনে কাৰ্যৰ দ্বাৰা বেংকে তেলীৰ মূৰত তেল দিয়াহে নহ'ব জানো? বিত্তহীনসকলক মূলধন যোগান ধৰাটো দেশৰ কল্যাণৰ পক্ষেই উপাদেয়, কাৰণ তেনে ক্ষেত্ৰতহে অৰ্থনৈতিক উন্নয়ন সম্ভৱ হ'ব পাৰে। আনহাতে, আমাৰ কৃষকসকলে আজিকোপতি কাবুলীৱালা অথবা তেনে ধৰণৰ ঋণদাতাসকলৰ পৰা অতি বেছি সুদৰ হাৰত ঋণ লৈ এনে গভীৰ সংকটত পৰা দেখা যায়, য'ৰ পৰা উদ্ধাৰ পোৱাটো সম্ভৱ

নহয়। ই নিতান্তই অবাঞ্ছিত। যিসকল কৃষকে শ্ৰমৰ বিনিময়ত দেশৰ অৰ্থনীতিলৈ অৰিহণা আগবঢ়াই আহিছে, সেইসকলে বেংকৰ পৰা ঋণ নোপোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে। এই ক্ষেত্ৰতো বেংক ব্যৱস্থাৰ আমূল সংস্কাৰৰ প্ৰয়োজন হৈছে। সম্প্ৰতি অৰ্থনৈতিক গোলকীকৰণৰ ফলস্বৰূপে প্ৰতিখন ৰাষ্ট্ৰৰেই মুদ্ৰাৰ পৰিমাণ দ্ৰুতগতিত বৃদ্ধি পাই গৈছে, যাৰ ফলস্বৰূপে বিনিয়োগৰ মাত্ৰাও বৃদ্ধি হৈছে। তেনে ধন ভাৰতলৈও আহিছে। সেয়েহে বেংকসমূহে তাৰ ওপৰত দৃষ্টি ৰাখি নতুন নীতি নিৰ্ধাৰণ কৰাৰ প্ৰয়োজন আহি পৰিছে। বিদেশৰ পৰা আমদানিকৃত ধনৰ ঋণৰ সুদৰ পৰিমাণ মাত্ৰ এক অথবা দুই শতাংশ। অথচ আমাৰ ৰাষ্ট্ৰীয়কৃত বেংকৰ সুদৰ পৰিমাণ এতিয়াও ১৪/১৫ শতাংশ হৈয়েই আছে। এই বৰ্ধিত হাৰৰ সুদৰ ধন ঋণ হিচাপে লৈ লাভ কৰাটো যথেষ্ট কঠিন হৈ পৰে। প্ৰকাশ পোৱা মতে ধনৰ পৰিমাণ এতিয়া আমাৰ দেশতো ইমানেই বৃদ্ধি পাইছে যে সুদৰ পৰিমাণ অনায়াসে হ্ৰাস কৰিব পাৰে। সুদৰ পৰিমাণ হ্ৰাস পালেই যে উদ্যোগীসকল লাভৱান হ'ব, সেই বিষয়ত সন্দেহ নাই। কিন্তু কিহৰ বাবে সুদৰ পৰিমাণ হ্ৰাস কৰিবলৈ বিচৰা নাই, সেইটো জনা নাযায়। ৰাষ্ট্ৰৰ অৰ্থনীতি বিকাশৰ স্বাৰ্থতেই সুদৰ পৰিমাণ হ্ৰাস হোৱাটোও বাঞ্ছনীয়। ○

# নদী একত্ৰীকৰণ বিতৰ্ক

মানৱ জাতিৰ বিবৰ্তনৰ লগত অবিচ্ছেদ্যভাৱে জড়িত হৈ আছে জলসম্পদ। পানীৰ ব্যৱহাৰে পৃথিৱীত বহুকেইটা সভ্যতাৰ উৎপত্তি আৰু বিকাশৰ দিশ নিৰ্ধাৰণ কৰিছে। 'পানীয়েই অমূল্য প্ৰাণ' কথাতে কয়। এই অমূল্য সম্পদবিধক লৈ কিমান যে বিবাদ আৰু বিতৰ্কৰ সৃষ্টি হৈছে তাৰ হিচাপ দি অন্ত পেলাব নোৱাৰি। জনসংখ্যা বৃদ্ধি আৰু জনমূৰি আয়ৰ লগত প্ৰত্যক্ষভাৱে পানী আৰু খাদ্যৰ চাহিদা তথা যোগান জড়িত হৈ আছে। ১৯৬০ত বিশ্বৰ জনসংখ্যা আছিল মোটামুটি ৩০০ কোটি। সি ৪০ বছৰৰ ভিতৰতে হ'লগৈ ৬০০ কোটিৰো অধিক। যদিও জনসংখ্যা বৃদ্ধিৰ হাৰ এই সময়ছোৱাত বছৰি ২.১ শতাংশৰ পৰা ১.৪ শতাংশলৈ হ্ৰাস পাইছে তথাপি অহা দুই দশকত বিশ্বৰ জনসংখ্যাই এতিয়াৰ দুগুণ নহ'লেও মোটামুটি এহেজাৰ কোটিৰ ঘৰ চুবগৈ বুলি ধাৰণা কৰা হৈছে। এইড্‌ছ আৰু শেহতীয়াভাৱে ছাৰ্ছ ভাইৰাছৰ মাৰাত্মক প্ৰভাৱৰ ফলশ্ৰুতিত বিশ্ববাসীৰ মাজত মৃত্যুৰ আতংক সৃষ্টি হ'লেও, আৰু আনহাতে পৰিচিত সংক্ৰামক ব্যাধি আৰু মহামাৰীৰ ফলত যথেষ্টসংখ্যক মানুহৰ জীৱন অকালতে নাশ হ'লেও মানুহৰ সামগ্ৰিক জীৱন ক্ষমতা বৃদ্ধি পাইছে। বৰ্তমান বিশ্বৰ জনবহুল অঞ্চলবোৰৰ ভিতৰত আফ্ৰিকাৰ ছাহাৰা অঞ্চলতে জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্বাধিক। আনহাতে, বিশ্বৰ সৰ্বাধিক জনসংখ্যা থকা দুই দেশ চীন আৰু ভাৰতত ছাহাৰা অঞ্চলৰ দেশবোৰৰ তুলনাত জনসংখ্যা বৃদ্ধিৰ হাৰ অৰ্ধেকৰ পৰা এক চতুৰ্থাংশলৈ কম। তথাপি এই দুই দেশৰ জনসংখ্যাৰ বিপৰীতে হোৱা বৃদ্ধিয়ে আগন্তুক ২০ বছৰত বিশ্বৰ ৩০ শতাংশ জনসংখ্যা কেৱল চীন আৰু ভাৰততে থকাটো নিশ্চিত কৰিছে। ৰাষ্ট্ৰসংঘৰ দ্বাৰা প্ৰকাশিত এই তথ্যাৱলীয়ে নিঃসন্দেহে চীন আৰু ভাৰতৰ দৰে বিশ্বৰ সৰ্বাধিক ঘন বসতি থকা অঞ্চলত পানীৰ সমস্যাই কিমান বৃহৎ ৰূপ গ্ৰহণ কৰিব পাৰে সেই সম্পৰ্কে কিছু আভাস দাঙি ধৰে।

শ্ৰীলংকাৰ ৰাজধানী কলম্বোত থকা আন্তঃৰাষ্ট্ৰীয় জলসম্পদ বিষয়ক এক প্ৰতিষ্ঠানে যোৱা বছৰৰ ছেপ্টেম্বৰত বিশ্বৰ পানীৰ সমস্যাক লৈ ২০২৫ বৰ্ষলৈ এক বিশদ প্ৰতিবেদন প্ৰকাশ কৰিছে। এই প্ৰতিবেদনৰ মতে এতিয়াৰ পৰাই জলসম্পদৰ সঠিক ব্যৱহাৰত সকলো দেশে গুৰুত্ব প্ৰদান নকৰিলে অদূৰ ভৱিষ্যতে পানীৰ ওপৰত নিৰ্ভৰশীল কৃষিকাৰ্যৰ ওপৰত বিৰূপ প্ৰভাৱ পৰিবগৈ পাৰে। পানী আৰু খাদ্যই বিশ্বৰ বৰ্ধিত জনসংখ্যাৰ চাহিদা পূৰণ কৰিবই লাগিব। কিন্তু জনসংখ্যাৰ চাহিদা অনুসৰি খাদ্যৰ উৎপাদন বৃদ্ধি হ'বলৈ হ'লে পানীভাগৰ শুদ্ধ ব্যৱহাৰত মানুহে ব্যুৎপত্তি অৰ্জন নকৰিলে নহ'ব। উল্লেখ্য যে ২০২৫ত ঘৰুৱা, ঔদ্যোগিক আৰু পশুধনৰ বাবে ব্যৱহৃত পানী এতিয়াতকৈ ৫০ শতাংশ বেছি হ'ব। কুৰি শতিকাৰ আৰম্ভণিতে সমগ্ৰ বিশ্বত কৃষিকাৰ্যৰ উদ্দেশ্যে যিমান মাটিত জলসিঞ্চন কৰা হৈছিল সি আজি পাঁচগুণ বৃদ্ধি পাইছে। বিগত অৰ্ধ শতিকাত ঘৰুৱা আৰু ঔদ্যোগিক ক্ষেত্ৰত পানীৰ ব্যৱহাৰ চাৰিগুণ পৰ্যন্ত বাঢ়িছে। এই পটভূমিতে আপেক্ষিকভাৱে কম পানী থকা অঞ্চলবোৰত খৰাং অৱস্থা ৰোধ কৰিবলৈ আৰু একে সময়তে পানীৰ প্ৰাচুৰ্য হোৱা অঞ্চলবোৰত বানপানী সমস্যা ৰোধ কৰিবলৈ নদীসমূহৰ একত্ৰীকৰণৰ প্ৰস্তাৱ বিভিন্ন দেশত উত্থাপিত হৈছে। ১৯৭২তে ভাৰতৰ কেন্দ্ৰীয় জলসিঞ্চন আৰু শক্তিমন্ত্ৰী কে. এল. ৰাৱে গংগা আৰু কাবেৰী নদীক এই উদ্দেশ্যে সংযোজিত কৰাৰ এক অভিলাষী আঁচনি দাঙি ধৰিছিল। কেপ্তেইন দস্তুৰ নামৰ আন এজন বিশেষজ্ঞই তাৰ দুবছৰ পাছতে ভাৰতৰ কেউদিশৰ প্ৰধান নদীসমূহক সংযোজিত কৰা এক বৃহৎ খাল খান্দিবলৈ পৰামৰ্শ দিছিল। ১৯৮০ আৰু ১৯৮২তো কেন্দ্ৰীয় চৰকাৰে ৰাষ্ট্ৰীয় জলসম্পদ বিকাশ সংস্থা গঠন কৰি এই ধৰণৰ এক আঁচনিৰ কাৰ্যকাৰিতা সম্পৰ্কে পৰীক্ষা-নিৰীক্ষাৰ নিৰ্দেশ দিছিল। সদ্যহতে এই আঁচনিৰে যোগফল হিচাপে কেন্দ্ৰীয় চৰকাৰে ৩০ বছৰত সম্পূৰ্ণ কৰাৰ লক্ষ্যৰে সকলো প্ৰধান নদীক সংযোজিত কৰাৰ এক ব্যয়সাপেক্ষ পৰিকল্পনা যুগুতাইছে। সেই উদ্দেশ্যে প্ৰাক্তন শক্তিমন্ত্ৰী সুৰেশ প্ৰভুৰ নেতৃত্বত এক টাস্ক ফৰ্চ গঠন কৰাও হৈছে। ২০০২ৰ মূল্যৰ আধাৰত এই সমগ্ৰ প্ৰকল্পটোৰ ব্যয় নিৰ্ধাৰণ কৰা হৈছে ৫.৬ লাখ কোটি টকা। কিন্তু এই আঁচনিৰ লক্ষ্য যিয়েই নহওক তাৰ উপযোগিতা আৰু প্ৰায়োগিক ভিত্তিক লৈ বিভিন্ন মহলত ব্যাপক তৰ্ক-বিতৰ্কৰ উদ্ভৱ হৈছে।

অলপতে অসম বিজ্ঞান সমিতিয়ে উপৰোক্ত প্ৰকল্পটোক লৈ এক উচ্চ পৰ্যায়ৰ আলোচনা চক্ৰ অনুষ্ঠিত কৰে। এই আলোচনাত উল্লিখিত টাস্ক ফৰ্চৰ উপাধ্যক্ষজনৰ লগতে আন কেবাজনো বিশেষজ্ঞই অংশ লয়। কিন্তু লক্ষ্যণীয়ভাৱে

অংশগ্ৰহণকাৰী অধিকাংশ ব্যক্তিয়ে যুক্তিসহ নদী একত্ৰীকৰণৰ সমগ্ৰ প্ৰচেষ্টাটো আসোঁৱাহপূৰ্ণ বুলি আৰু তাৰ দ্বাৰা প্ৰকৃত উদ্দেশ্য সিদ্ধি হোৱাতকৈও তথাকথিত জলসম্পদৰ প্ৰাচুৰ্য থকা অঞ্চলসমূহতো বিভিন্ন জটিলতাৰ সৃষ্টি হ'ব বুলি অকাট্য যুক্তি দাঙি ধৰে। আলোচনাত হোৱা মতবিনিময়ত এই কথাহে ওলাই পৰে যে নদী একত্ৰীকৰণৰ পৰা সংশ্লিষ্ট বিভিন্ন অঞ্চলত বানপানী সমস্যাৰ সমাধান নহয়। পশ্চিমবংগ আৰু বিহাৰৰ দামোদৰ নদী অববাহিকা প্ৰকল্পতো অনুৰূপ সমস্যাই দেখা দিছিল। আমেৰিকাত এনে ধৰণৰ বহু প্ৰকল্প ইতিপূৰ্বে কাৰ্যকৰী কৰা হয় যদিও এতিয়া কালিফৰ্ণিয়া আৰু কল'ৰাডো প্ৰদেশত তেনে প্ৰকল্পবোৰে ক্ষতিগ্ৰস্ত কৰা নদীসমূহ আগৰ অৱস্থালৈ নিবৰ বাবে অন্য এক ব্যাপক কৰ্মযজ্ঞ আৰম্ভ হৈছে। স্পেইনতো একে ধৰণৰ ঘটনা দেখা গৈছে। চীনতো হোৱাংহো প্ৰকল্পক লৈ বিস্তৰ বিসংগতি পৰিলক্ষিত হৈছে। তদুপৰি ব্ৰহ্মপুত্ৰ বা গংগা উপত্যকাত বানপানীয়ে তাণ্ডৱৰ সৃষ্টি কৰিলেও সংশ্লিষ্ট ৰাজ্যসমূহত আজিকোপতি জলসম্পদৰ ব্যৱহাৰ আৰু জলসিঞ্চনৰ চাহিদা পূৰণৰ বাবে উপযুক্ত ব্যৱস্থা লোৱা হোৱা নাই। এইখিনি কাম কৰিবলৈ বাকী থাকোঁতে ইয়াৰ পানীভাগ দক্ষিণ বা পশ্চিম ভাৰতলৈ বোৱাই নিয়াৰ প্ৰস্তাৱ মুঠেই যুক্তিসম্মত নহয়। অতএব নদী একত্ৰীকৰণৰ সমগ্ৰ বিষয়টো কেন্দ্ৰীয় চৰকাৰে সকলো দিশৰ পৰা চালি-জাৰি চালেহে ভৱিষ্যতে জটিলতাৰ পৰা দেশবাসী সাৰি থাকিব পাৰিব। ○

# হিতেশ্বৰ শইকীয়া লাচিত নে চুকাফা নে...

দ্বিতীয়বাৰৰ বাবে হিতেশ্বৰ শইকীয়া অসমৰ মুখ্যমন্ত্ৰী নিৰ্বাচিত হোৱাৰ পিছত চৈয়দ আব্দুল মালিকে তেওঁৰ সম্পৰ্কত কৰা এটি মন্তব্যৰ পিছতে আৰম্ভ হয় এক বিতৰ্ক। মুখ্যমন্ত্ৰী শইকীয়াৰ উদ্দেশ্যে আয়োজিত সম্বৰ্ধনা সভাত ভাষণ দি তেওঁকো বীৰ লাচিতৰ সৈতে তুলনা কৰা হয়। শইকীয়াই বৰ্তমানৰ সন্ধিক্ষণত অসমৰ শাসন ভাৰ কান্ধত লৈ উগ্ৰপন্থীৰ সমস্যা সমধান কৰি চৰম সংকটৰ পৰা ৰাজ্যখন ৰক্ষা কৰিবলৈ সক্ষম হ'ল। মালিকৰ এই মন্তব্যৰ সন্দৰ্ভত একাধিক চিঠিপত্ৰ সংবাদ পত্ৰত প্ৰকাশ পোৱাৰ উপৰি দুই-এখনত ব্যঙ্গ চিত্ৰও প্ৰকাশ পোৱা দেখা গ'ল। অৱশ্যে সেইবোৰৰ সন্দৰ্ভত কোনো ধৰণৰ বাদ-প্ৰতিবাদত অংশগ্ৰহণ কৰিবলৈ নগৈ মালিক নীৰৱেই থাকিল। মালিকৰ উল্লিখিত উক্তিৰ উত্তাপ শাম কাটিবলৈ নৌপাওঁতেই গুৱাহাটীৰ চুকাফা নগৰত চুকাফা ভৱনৰ আধাৰশিলা স্থাপন উপলক্ষে আয়োজিত সভাত মুখ্য অতিথিৰ ভাষণ প্ৰসঙ্গত লক্ষ্যধৰ চৌধুৰীয়ে সভাত উপস্থিত থকা শ্ৰীহিতেশ্বৰ শইকীয়াক উদ্দেশ্য কৰি কয়— "আমাৰ পৰম সৌভাগ্য যে অন্য এগৰাকী চুকাফাক আজি কাষতে পাইছোঁ। এসময়ত বিভিন্ন জনগোষ্ঠীৰ লোকক সামৰি চুকাফাই এখন সমাজ গঢ়ি তুলিছিল। আজিৰ অসমতো হিতেশ্বৰ শইকীয়াই মুখ্যমন্ত্ৰী হিচাপে তাকেই কৰিবলৈ লৈছে।" চৌধুৰীয়ে তেওঁৰ ভাষণত মুখ্যমন্ত্ৰী শইকীয়াৰ কাৰ্য দক্ষতাৰো শলাগ লয়। অৱশ্যে চৌধুৰীৰ মন্তব্যৰ সন্দৰ্ভত কাকতে-পত্ৰই বিশেষ প্ৰতিক্ৰিয়া হোৱা দেখিবলৈ পোৱা নগ'ল। তাৰ পিছতেই মেদিনী চৌধুৰীয়ে "সমস্ত মস্তক মণি" শিতানৰ এটি নিবন্ধত এইদৰে উল্লেখ কৰিছে,— "এগৰাকী প্ৰবীণ ৰাজনৈতিক ব্যক্তিয়ে মোক কৈছিল যে, তেওঁ নিজ ভকতৰ বশ্য গুণে হিতেশ্বৰ শইকীয়াক অসমৰ সমগ্ৰ জনতাৰ মস্তক মণি স্বৰূপ হৈ পৰিছে। তেওঁ সঁচাকৈ তেওঁৰ জনমুগ্ধ জনগণৰ

বশ্য।”

এই তিনিগৰাকী বিশিষ্ট ব্যক্তিয়ে শইকীয়াক এইদৰে উচ্চস্বৰে প্ৰশংসা কৰাৰ বিপৰীতে একাধিক বাতৰি কাকতে প্ৰথমৰ পৰা শেষ পৃষ্ঠালৈকে শইকীয়াক কটু সমালোচনা কৰাও দেখিবলৈ পোৱা গৈছে। কোনো কাকতেই কেৱল ব্যক্তি বিশেষৰ গুণানুকীৰ্তন অথবা কুৎসাৰটনাৰ মাধ্যম হোৱাটো উচিত নহয়। কাকতৰ স্বত্বাধিকাৰী কোনো ব্যক্তি অথবা প্ৰতিষ্ঠান হ'লেও বাতৰি কাকত ৰাজহুৱা সম্পদ। অৱশ্যে কোনো কাকত বা মহলে ব্যক্তি বিশেষক মাত্ৰাধিক গুৰুত্ব দিয়াটোৱে সংশ্লিষ্ট ব্যক্তিৰ প্ৰভূত প্ৰভাৱক স্বীকাৰ কৰি লোৱাটোহে সূচায়। হিতেশ্বৰ শইকীয়াৰ সন্দৰ্ভতো চাতুকাৰৰ ভূমিকা লোৱাসকলৰ অভিমত অথবা কুৎসাৰটনাকাৰী অভিমতেৰে তেওঁৰ প্ৰকৃত মূল্যাংকন কৰিব নোৱাৰি। এইটোও মনত ৰখা উচিত যে ৰাজনীতিত কোনো মানুহেই ওৰেটো জীৱনৰ বাবে ভাল অথবা বেয়া হৈ নাথাকে। ভাৰতবৰ্ষৰ অন্যতম জনপ্ৰিয় নেতা জৱাহৰলাল নেহৰু চীন-ভাৰত সীমা বিবাদ লৈ হোৱা উত্তপ্ত পৰিস্থিতিত তীব্ৰ সমালোচনাৰ সন্মুখীন হ'ব লগাত নপৰিছিলনে? তেনে কটু সমালোচনাই নেতাগৰাকীৰ মৃত্যুও চমু চপাই অনা বুলি বহুতে ধাৰণা কৰে। ৰাজন্যবৰ্গৰ ভাট্টা বিলোপ, বেংক জাতীয়কৰণ, পূৰ্ব বংগৰ মুক্তি সংগ্ৰাম ইত্যাদিত ভূয়সী প্ৰশংসা লাভ কৰা ইন্দিৰা গান্ধীও জৰুৰীকালীন অৱস্থাৰ আগে-পিছে তীব্ৰ সমালোচনাৰ সন্মুখীন হৈছিল। এচাম শিখৰ মাজত তেওঁ ইমানেই অপ্ৰিয় ভাজন হৈ পৰিছিল যে শেহান্তৰত শিখৰ গুলিতেই প্ৰাণ বিসৰ্জন দিব লগাও হৈছিল। নেহৰুৰ পিছত প্ৰধানমন্ত্ৰীৰ গাদী দখল কৰিবলৈ লাল বাহাদুৰ শাস্ত্ৰী সক্ষম হৈছিল যদিও দৰিদ্ৰ পৰিয়ালৰ পৰা অহা খৰ্বাকৃতিৰ এই মানুহজনক বহুতে প্ৰধানমন্ত্ৰী হিচাপে স্বীকৃতি দিবলৈকে টান পাইছিল। কিন্তু পাক-ভাৰত যুদ্ধই সেইজন লালবাহাদুৰকে ভাৰতবাসীৰ আদৰৰ ধন কৰি তোলা দেখা গ'ল। ইন্দিৰাই ভাৰত, ভাৰতেই ইন্দিৰা ধ্বনি তোলাৰ পিছত প্ৰভাৱশালী নেতা দেৱকান্ত বৰুৱা বহুতৰ বাবে হৈ পৰিছিল নীচ চাতুকাৰ, পদলেহনকাৰী। অসমৰ ৰাজনীতিলৈ লক্ষ্য কৰিলেও দেখা যায় যে সৰ্বজন সমাদৃত নেতা বিমলা প্ৰসাদ চলিহা ৰাজ্য ভাষা আন্দোলনৰ সময়ত ৰাইজৰ গৰিহণাৰ পাত্ৰ হৈ পৰিছিল। আনহে নালাগে এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ ইংৰাজ হিচাপে স্বীকৃতি লাভ কৰাৰ পিছতো ১৯৪৫ৰ সাধাৰণ নিৰ্বাচনত ছাৰ উইনষ্টন চাৰ্চিলৰ কনজাৰভেটিভ পাৰ্টিৰ শোচনীয় পৰাজয় ঘটে। সেই নিৰ্বাচনত চাৰ্চিলৰ জনপ্ৰিয়তা প্ৰতিভাত নোহোৱাটো ইংলণ্ডৰ ইতিহাসৰ অন্যতম উল্লেখযোগ্য ঘটনা। এইবোৰে প্ৰমাণ কৰে যে ৰাজনৈতিক নেতাৰ জনপ্ৰিয়তা ইছ্যুভিত্তিক আৰু সামগ্ৰিকভাৱে ইছ্যুসমূহৰ

# একবিংশ শতিকাৰ অসম

একবিংশ শতিকাৰ অসমখন স্বৰ্গপুৰী হ'ব নে নৰকেই হ'ব নে বৰ্তমানৰ দৰেই থাকিব সেইটো নিৰ্ভৰ কৰিছে আমাৰ দৃষ্টিভঙ্গী আৰু আমাৰ কৰ্মৰ ওপৰত। গতিকে একবিংশ শতিকাক লৈ এতিয়াই আশাবাদী হোৱাৰ স্থল যিদৰে নাই, তেনেদৰে নিৰাশবাদী হোৱাৰো কোনো যুক্তি নাই। অসমৰ এই মানচিত্ৰখন অসমবাসীয়ে যিদৰে আঁকিব খোজে, সেইদৰে অঁকাত অসুবিধা নাই। কিন্তু এই সকলো নিৰ্ভৰ কৰা প্ৰশ্নটো হ'ল, আমি নিজৰ মগজুৰে পৰিচালিত হ'ম নে আনৰ মগজুৰ দ্বাৰা পৰিচালিত হ'ম? নিজৰ মগজুৰে পৰিচালিত হোৱাৰ অৰ্থ এইটো নহয় যে আমি সকলো দুৱাৰ বন্ধ কৰি ৰাখি কেৱল নিজ গৃহতেই বন্দী হৈ থাকিম। সেই সম্পৰ্কত ঊনবিংশ শতিকাৰ আনন্দৰাম ঢেকিয়াল ফুকন, মণিৰাম দেৱান, ভোলা বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ বৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা প্ৰভৃতিয়ে বহিৰ্জগতৰ দ্বাৰা প্ৰভাবান্বিত হৈ অসমৰ সাহিত্য-সংস্কৃতি, ব্যৱসায়-বাণিজ্যত আগবঢ়োৱা অৱদানৰ কথাকে আঙুলিয়াব পাৰি। সেইসকলে বহিৰ্জগতৰ অগ্ৰগতিৰ দ্বাৰা উদ্বুদ্ধ হৈ নিজৰ হাত আৰু মগজুৰে এখন সমৃদ্ধিশালী সমাজ গঢ়ি তুলিবলৈ চেষ্টা চলাইছিল। ব্যৱসায়-বাণিজ্যত ভাৰতৰ বিখ্যাত ব্যৱসায়ীসকলৰো ভোলা বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা প্ৰভৃতি ঈৰ্ষাৰ কাৰণ হ'ব পাৰিছিল। মণিৰামৰ চাহ উদ্যোগে ব্ৰিটিছসকলক ভীতিগ্ৰস্ত কৰি তুলিছিল। ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰতে যে কেৱল এইসকল আত্মবিশ্বাসী হৈছিল সি নহয়— সেই কালছোৱাতেই লক্ষ্মীনাথ বেজবৰুৱাৰ উদ্যোগত শ্ৰীশংকৰদেৱক নামঘৰৰ চাৰিবেৰৰ পৰা বাহিৰলৈ উলিয়াই অনা হৈছিল। কথিত অসমীয়া ভাষাক সাহিত্যৰ ভাষালৈ ৰূপান্তৰিত কৰা হৈছিল। বাঁহী, জোনাকীৰ সুৰ আৰু পোহৰেৰে মুখৰিত হৈছিল পূৰ্বাকাশ। মুঠতে সাহিত্য-সংস্কৃতি, ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত এনে এক

নতুন ধাৰাৰ প্ৰবৰ্তন ঘটোৱা হৈছিল যে দৰাচলতে আজিও আমাৰ সমাজত সেই ধাৰাটোৱেই প্ৰবাহিত হৈ আছে। ই মুষ্টিমেয় লোকৰ বাবে এইবাবেই সম্ভৱ হৈছিল যে তেওঁলোকে নিজৰ মগজুৰে নিজস্ব দিশত আগবাঢ়িবলৈ চেষ্টা চলাইছিল। তেওঁলোক আত্মবিশ্বাসী আছিল। ব্ৰিটিছৰ অধীনত থাকিও মানসিকভাৱে গোলামি স্বভাৱ মুক্ত আছিল। সেয়ে নোহোৱা হ'লে মণিৰাম দেৱানে ডাঙৰ বিষয়বাব লৈ ব্ৰিটিছৰ গোলাম হৈ থাকিব পাৰিলেহেঁতেন। ভোলা বৰুৱা, মাণিক চন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা প্ৰভৃতিৰ বাবে ব্ৰিটিছৰ অধীনত ডাঙৰ বিষয়বাবৰ নিশ্চয় অভাৱ হোৱা নাছিল। কিন্তু প্ৰভুভক্ত হৈ সবল জীৱন যাপন কৰাৰ সলনি জীৱনৰ প্ৰতিটো পদক্ষেপকে তেওঁলোকে প্ৰত্যাহ্বান হিচাপে গ্ৰহণ কৰিছিল। ঢেকিয়াল ফুকনৰ মনত প্ৰশ্ন জাগিছিল, ইংলণ্ড যদিহে আধুনিক কল-কাৰখানাৰে সমৃদ্ধিশালী হ'ব পাৰে, তেন্তে অসম কিয় হ'ব নোৱাৰে? ইংৰাজে যদিহে হাবি কাটি চাহ খেতি কৰিব পাৰে তেন্তে অসমীয়াই নোৱাৰিব কিয়?— এই প্ৰশ্ন অঘোষিত অসমৰ ৰজা মণিৰাম দেৱানৰ। ভোলানাথ বৰুৱাৰ প্ৰশ্ন— আনে যদিহে উদ্যোগ-বাণিজ্যৰে সমৃদ্ধিশালী হ'ব পাৰে, তেওঁৰ কি অভাৱ যে সেই কাম নোৱাৰিব! সেইগৰাকী ভোলানাথে ইংলণ্ডত তিনি মাহ থাকি ডিৰিষ্যাৰ চম্বলপুৰলৈ ৰেলৰ আলি মঞ্জুৰ কৰি আনিবলৈ সক্ষম হৈছিল, কাৰণ শ্লীপাৰ যোগানৰ ঠিকাটো পোৱাৰ বাবে তেওঁতকৈ আন উপযুক্ত লোক নাছিল। মাণিক চন্দ্ৰ বৰুৱাই কলিকতা-গুৱাহাটীৰ মাজত জাহাজেৰে সামগ্ৰী কঢ়িওৱা কোম্পানী গঢ়ি তুলিছিল। সেই যুগৰ প্ৰত্যাহ্বান আছিল একেটাই— আনে যিটো পাৰে সেইটো অসমীয়াই কিয় নোৱাৰিব! গোলামি মানসিকতা মুক্ত সেইসকল মনে-প্ৰাণে স্বাৱলম্বী আছিল আৰু সেইবাবেই অসমৰ ইতিহাসত তেওঁলোকৰ নাম স্বৰ্ণাক্ষৰে লিপিবদ্ধ হৈ থাকিব। সেই পৰম্পৰাৰ পৰিসমাপ্তি ঘটাৰ লগে লগে অসমীয়াৰ উদ্যোগ-বাণিজ্যৰ আকাশত অমানিশা আৰম্ভ হ'ল। সাহিত্য-সংস্কৃতিৰ বিকাশত কিমান দূৰ মৌলিকত্বৰ স্ফুৰণ ঘটিল, সিও বিতৰ্কৰ বিষয়। ৰাজনৈতিক ক্ষেত্ৰত অসমৰ স্বাৰ্থ ৰক্ষাৰ হকে সাহসী কিমানজন নেতাৰ আবিৰ্ভাৱ হ'ল, তাকো আঙুলি মূৰত লিখিব পাৰি। সেইবুলি আমি ক'বলৈ খোজা নাই যে এই কালছোৱাত শিক্ষা-দীক্ষাত অসম আগবঢ়া নাই আৰু অসমত কিছু সংখ্যক কল-কাৰখানা হোৱা নাই। আমি ক'বলৈ বিচাৰিছোঁ যে এইবোৰেই উন্নতিৰ প্ৰকৃত পৰিচায়ক নহয়। অসমীয়াৰ বাজহাড়ডাল যি বেঁকা হ'ল, সি আজিও পোন হ'ব নোৱৰাৰ বাবেহে আমি এইদৰে আক্ষেপ কৰিছোঁ। এতিয়া ইয়াৰ কেইটামান দৃষ্টান্ত দাঙি ধৰিব খুজিছোঁ।

এসময়ত বৰপেটাৰ শিল্পীৰ হাতীদাঁতৰ সামগ্ৰীসমূহ সমগ্ৰ দেশৰে আকৰ্ষণ

আছিল। অকল সিয়েই নহয়, কাঠৰ মণিকূট আৰু বাঁহ-বেতৰ কেতবোৰ সামগ্ৰীৰ বাবেও বৰপেটা আছিল অদ্বিতীয়। অসমত আজিও হাতী আছে, হাতীদাঁতো আছে কাঠ-বাঁহৰো অভাৱ হোৱা নাই; কিন্তু বৰপেটাৰ সেই অপূৰ্ব সম্পদবোৰ হেৰাই গ'ল। আধুনিক প্ৰযুক্তিবিদ্যাৰ জৰিয়তে সেই সামগ্ৰীসমূহৰ বজাৰখন দেশ-বিদেশলৈ সম্প্ৰসাৰিত কৰাৰ বাবে অসম-কেশৰী অম্বিকাগিৰিৰ জন্মস্থান বৰপেটাৰ মানুহৰ বুদ্ধিমত্তাৰ অভাৱ নাছিল, কিন্তু স্ৰষ্টা হোৱাৰ সলনি গোলামিমুখী হোৱা হেতুকেই তাৰ সম্প্ৰসাৰণ নঘটিল। লক্ষ্যধৰ চৌধুৰীয়ে এষাৰ কথা প্ৰায়ে কয়— 'যিয়ে নিজৰ মাটিত কৃষিকৰ্ম কৰে, তেওঁ খেতিয়ক আৰু যিয়ে আনৰ মাটিত খেতি কৰে তেওঁ আধিয়াৰ।' কৃষকে নিজৰ উদ্ভাৱনী শক্তিৰে উৎপাদন বঢ়োৱাৰ সুযোগ পায়, কিন্তু আধিয়াৰে সেই সুযোগৰ সদ্ব্যৱহাৰ কৰাটো সম্ভৱ নহয়, কাৰণ তেওঁ পৰিচালিত হ'ব লাগে আনৰ মগজুৰেহে। বৰপেটাৰ সেইসকল খেতিয়কৰূপী প্ৰকৃত শিল্পীৰ সতি-সন্ততিসকলে ঐতিহ্যপূৰ্ণ হাতীদাঁতৰ শিল্পকে ধৰি উদ্যোগসমূহৰ বিকাশ সাধনত মনোনিবেশ কৰি স্বনামধন্য হোৱাৰ সলনি চৰকাৰী চাকৰিমুখী হ'বলে লোৱাত সেই উদ্যোগৰ বিকাশ ৰহিত হ'ল। আধিয়াৰ খোৱাতকৈ নিজৰ মাটিত খেতি কৰাটো কষ্টকৰ হ'লেও নিজৰ মগজুৰে চালিত হোৱাৰ আৰু ৰাজহাড় পোন কৰি ৰখাৰ বাবে তাৰ বিকল্প নাই। সেই আনন্দৰ তুলনা নাই। কিন্তু সহজ জীৱন যাত্ৰাৰ বাবে চাকৰিমুখী হোৱাৰ প্ৰৱণতা বৃদ্ধি পালে। বৰপেটাৰ পৰা ভালেমান প্ৰশাসক, শিক্ষাবিদ, সুচিকিৎসক, অভিযন্তা আদি ওলাইছে, কিন্তু সেইখন ঠাইক বিখ্যাত কৰি ৰখা শিল্পসমূহৰ বিকাশৰ বাবে মেধাসম্পন্ন লোকসকল আগবাঢ়ি নাহিল। আমি জানো যে এই পথ অনিশ্চিত আৰু কষ্টকৰ, কিন্তু সকলো সৃষ্টিৰ মাজতে অনিশ্চয়তা আৰু কঠোৰ শ্ৰম জড়িত হৈ আছে। এক অনিশ্চিত ভৱিষ্যৎ লৈয়ে আমাৰ ভোলা বৰুৱাই কলিকতাত ব্যৱসায় প্ৰতিষ্ঠান আৰম্ভ কৰিছিল। নতুন দ্বীপ এটা বিচাৰি অনিশ্চয়তাৰ দিশত ধাৱমান নোহোৱা হ'লে কলম্বাচৰ দ্বাৰা আমেৰিকা আৱিষ্কাৰ নহ'লহেঁতেন আৰু কলম্বাচো ইতিহাস স্ৰষ্টা হ'ব নোৱাৰিলেহেঁতেন। অনিশ্চিত ভৱিষ্যতক সন্মুখত লৈয়ে আমষ্ট্ৰঙে চন্দ্ৰত খোজ পেলোৱা হেতুকেই তেওঁ মহাকাশ যাত্ৰাৰ অগ্ৰদূত হৈ ৰ'ল। অশেষ কষ্ট আৰু অনিশ্চিত ভৱিষ্যতক সন্মুখত লৈয়ে এভাৰেষ্ট শৃঙ্গত আৰোহণ কৰা টেনজিং নৰ্কে আৰু এডমাণ্ড হিলাৰী অমৰ হ'ল। অশেষ যাতনা আৰু অনিশ্চিত ভৱিষ্যতক সন্মুখত লৈ আগনাবাঢ়ি আৰামদায়ক বেৰিষ্টাৰৰ জীৱন কটোৱা হ'লে মোহন দাস কৰমচাঁদ গান্ধী কাহানিবা 'জাতিৰ পিতা' হ'লহেঁতেননে? তেনেদৰেই এলাহাবাদ উচ্চ ন্যায়ালয়ত ওকালতি কৰি বিলাসী জীৱন যাপন কৰি থকা হ'লে জৱাহৰলাল

নেহৰু ভাৰতৰ প্ৰথম গৰাকী প্ৰধানমন্ত্ৰী হ'ব নোৱাৰিলেহেঁতেন। খ্ৰীষ্টফাৰ কলম্বাচ, টেনজিং নৰ্কে প্ৰভৃতিৰ নিশ্চয় স্বাচ্ছন্দ্য জীৱন যাপনৰ বাবে সম্পদৰ অভাৱ হোৱা নাছিল, কিন্তু তেওঁলোকে দৈহিক শক্তি আৰু বুদ্ধিমত্তাক যথোচিতভাৱে ব্যৱহাৰ কৰিবলৈ লোৱাৰ ফলস্বৰূপে জীৱন সাৰ্থক কৰিবলৈ সক্ষম হ'ল আৰু মানৱ সমাজকো উপকৃত কৰিলে। একেটা কথাই খাটে চাওলুং চুকাফাৰ ক্ষেত্ৰত। অশেষ সংগ্ৰামেৰে অনিশ্চিত ভৱিষ্যতক সমুখত লৈ এই দেশলৈ নহা হ'লে ঐতিহ্যপূৰ্ণ এটা ৰাজবংশৰ প্ৰতিষ্ঠাই নহ'লহেঁতেন। গতিকে ইতিহাসৰ পাত লুটিয়ালে দেখিবলৈ পোৱা যায় যে অসীম কষ্ট, ধৈৰ্য আৰু অনিশ্চিত ভৱিষ্যতক সন্মুখত লৈ আগবঢ়াসকলেই সৃষ্টিশীল কাম কৰিবলৈ সক্ষম হৈছে। কোনো দেশ অথবা পাহাৰৰ শৃঙ্গ আৱিষ্কাৰৰ ক্ষেত্ৰতে নহয়, নতুন কিবা এটা সৃষ্টি কৰিবলৈ হ'লে জীৱনৰ প্ৰতিটো ক্ষেত্ৰতেই কষ্ট আৰু অনিশ্চয়তা সহচৰ হোৱা দেখা যায়। এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ বিজ্ঞানী এলবাৰ্ট আইনষ্টাইন, প্ৰসিদ্ধ বুদ্ধিজীৱী বাৰ্ট্ৰাণ্ড ৰাছেলৰ জীৱনত বিলাই-বিপত্তিৰ সীমা নথকাৰ কথা কোনে নাজানে।

ওপৰত আমি বৰপেটাক এক প্ৰতীক হিচাপেহে লৈছোঁ। অসমৰ এনে এটা পৰিয়াল নোলাব যাৰ ঘৰত সৰ্থেবাৰী আৰু হাজোৰ কাঁহ-পিতলৰ বাচন নাই। কিন্তু প্ৰাচীন পদ্ধতিৰ সলনি ঘটাই আজিৰ মানসিকতাৰ সৈতে এই উদ্যোগক খাপ খুৱাই দেশ-বিদেশৰ বজাৰ দখল কৰিবলে যি উৎসাহ-উদ্দীপনাৰ প্ৰয়োজন, তাক দেখা নগ'ল। কোনোবা কঁহাৰৰ ল'ৰা অথবা হাতীদাঁতৰ কাৰিকৰৰ মেধাসম্পন্ন ল'ৰাক সেই উদ্যোগক বিশ্ববিখ্যাত কৰি তুলিবলৈ আগবঢ়াই দিয়াৰ সলনি চাকৰি এটা যোগাৰ কৰিব পৰাকৈ কলা, বিজ্ঞান, স্বাস্থ্য অথবা অভিযান্ত্ৰিক শিক্ষা প্ৰদানত অভিভাৱকসকলে গুৰুত্ব দিয়া দেখা গ'ল, অৰ্থাৎ তেনেকুৱা এটা পৰিবেশেই আমাৰ সমাজৰ বাবে অনুকূল হৈ থকা দেখা গৈছে। এনে মানসিকতা যে গোলামিৰ নামান্তৰ তাক বেলেগে ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। সাধাৰণতে চাকৰিৰ টেবুলত বহি নিজৰ মগজুৰে কাম কৰাৰ প্ৰয়োজন নাই— সেইজন সততে পৰিচালিত হ'ব লাগে আনৰ দ্বাৰা আৰু তাৰ বাবে ভৰণ-পোষণৰ দায়িত্ব সংশ্লিষ্ট কৰ্তৃপক্ষই বহন কৰে। ইয়াৰ প্ৰতি আকৰ্ষিত হৈয়েই আজিৰ অসম সৰ্বস্বান্ত হৈ পৰিছে। একে কাৰণতেই ঐতিহ্যমণ্ডিত শুৱালকুছিৰ তাঁত শিল্পও সম্প্ৰতি সংকটৰ গৰাহত। এই দৃশ্যপট অসমৰ প্ৰতিখন গাঁৱৰেই।

এই কথা নতুনকৈ দোহাৰিবৰ প্ৰয়োজন নাই যে জীৱন ধাৰণৰ সামগ্ৰীৰ সংখ্যা সীমিত হ'লেও তাহানিৰ অসম স্বাৱলম্বী আছিল। ধান-চাউল, দাইল, মাছ, কাপোৰ-কানি, সোণৰ আ-অলংকাৰ, আচবাব পত্ৰ, বিবিধ খাদ্য সম্ভাৰ ইত্যাদিৰ

কোনো ক্ষেত্ৰতেই আনৰ ওচৰত হাত পাতিবৰ প্ৰয়োজন নাছিল। কিন্তু মগজুৰ প্ৰয়োজনীয় সঞ্চালনাৰে পৰিৱৰ্তিত পৰিস্থিতিত খাপ খোৱাকৈ আমি কোনো এটা বৃত্তিকেই ৰাখিবলৈ সক্ষম নহ'লোঁ। চুলি কটা কাম অসমীয়াই এৰিলে, কিন্তু আধুনিক চেলুন, বিউটি ক্লিনিক ইত্যাদিৰ নামত আমদানি হ'ল চুলি কটা কাম আৰু এইদৰেই ইয়াক মৰ্যাদাসম্পন্ন বৃত্তিৰ স্বীকৃতি দিয়া হ'ল। সেই নতুন উদ্ভাৱন আমাৰ দ্বাৰা সম্ভৱ নহ'ল কিয়? প্ৰতিটো বৃত্তি আৰু কুটীৰ শিল্পৰ ক্ষেত্ৰতেই এই কথা খাটে। সম্প্ৰতি বছৰি খাদ্য-শস্য আমদানি কৰোঁতেই দুহেজাৰ কোটিতকৈও অধিক টকা ৰাজ্যখনৰ বাহিৰলৈ যায়। ভাৰতবৰ্ষৰ ভিতৰতে সৰ্বাধিক জল সম্পদ থকা সত্বেও অসমে মাছ আমদানি কৰোঁতে কেবাশ কোটি টকা ব্যয় কৰিবলগা হয়। আমাৰ আমদানিকৃত সামগ্ৰীৰ সুদীৰ্ঘ তালিকা দাঙি ধৰাৰ প্ৰয়োজন নাই বুলি ভাবো। সম্প্ৰতি অসম চৰকাৰে কৰ্মচাৰীক দৰমহা দিবলৈ প্ৰয়োজনীয় ৰাজহ সংগ্ৰহত অসমৰ্থ হোৱাটোৱেই সূচায় ৰাজ্যখন কিদৰে দেউলীয়া হোৱাৰ পথত। ইয়াৰ বাবে জগৰীয়া আমাৰ দৃষ্টিভংগী, মানসিকতা। কোনো ক্ষেত্ৰৰেই উৎপাদন বৃদ্ধিৰ মানসিকতা আমাৰ নাই, প্ৰায়ভাগৰে আকাংক্ষা 'গৱৰ্ণমেন্ট চাৰভেন্ট', চৰকাৰী গোলাম হোৱাৰ। ফলস্বৰূপে অসমৰ কৃষি, বাণিজ্য, শিল্পোদ্যোগ, কুটীৰ শিল্প ইত্যাদিত অচলাবস্থাই দেখা দিছে, অৰ্থাৎ ৰাজ্য এখন যিবোৰ সম্পদেৰে সমৃদ্ধিশালী হয় সেইবোৰ উৎপাদন আৰু উদ্ভাৱনত আমাৰ মুঠেও গুৰুত্ব নাই। দুই-চাৰিজনে মগজুৰ পৰিচালনাৰে নতুন পথ সৃষ্টি কৰিবলৈ গ'লেও তেওঁলোকে আনৰ পৰা সঁহাৰি লাভ নকৰে। ফলস্বৰূপে চৰম আৰ্থিক সংকটত অসমবাসী আজি পতিত হৈছে। আজিৰ অসমৰ গোষ্ঠী-দ্বন্দ্ব, সন্ত্ৰাসবাদ আদি অৰ্থনৈতিক অনগ্ৰসৰতাৰেই পৰিণতি। অৰ্থনৈতিক অগ্ৰগতি সম্ভৱ হ'লে এই সমস্যাবোৰ নাথাকে।

একবিংশ শতিকাত যদিহে ইয়াৰ পৰিবৰ্তন নঘটে, তেন্তে অসমৰ অৱস্থা আৰু অধিক শোচনীয় হোৱাটো নিশ্চিত। এই পৰিৱৰ্তনৰ বাবে এনে মানসিকতা প্ৰতিজন যুৱক, প্ৰতিজনী যুৱতীৰ মনত জগাই তুলিব লাগিব যাতে আন কোনো সফল মানুহতকৈ তেওঁৰ বুদ্ধিবৃত্তি কম বুলি ধাৰণা নহয়। সৃষ্টিৰ সৰ্বশ্ৰেষ্ঠ উপাদানেই হ'ল মানুহ আৰু এজনে যি কৰিছে তাৰ সমগোত্ৰীয় আন এজনে কৰিব নোৱৰাৰ কাৰণ নাই। আজিৰ অসমত ১৬ লক্ষ শিক্ষিত যুৱক-যুৱতীয়ে চৰকাৰী চাকৰি বিচাৰি হাবাথুৰি খাইছে, কিয়নো চাকৰিৰ বাহিৰৰ অসমখনতো যে তাতকৈ চাৰিগুণ বেছি লোকৰ কৰ্মসংস্থানৰ থল আছে, তাৰ প্ৰশিক্ষণ দিয়া হোৱা নাই। গতিকে চাকৰি বিচৰাৰ নামত অপচয় হৈছে অমূল্য মানৱ সম্পদ।

এতিয়া হনুমন্তৰ মুখৰ জুই নিজ মুখেৰেই নিৰ্বাপিত কৰাৰ লেখীয়াকৈ তেওঁলোকে নিজৰ মগজুৰে বাট বুলিবলৈ ওলাই অহাৰ বাহিৰে গত্যন্তৰ নাই।

একবিংশ শতিকাৰ অসমখন কেনেকুৱা হ'ব, সি নিৰ্ভৰ কৰে আজিৰ অসমে যিদৰে চিন্তা-চৰ্চা, পৰিকল্পনা আদি কৰে তাৰ ওপৰত। সেই চিন্তা-চৰ্চা আজিকোপতি আৰম্ভ হোৱা নাই। আধিয়াৰ খোৱা মানসিকতাৰ সলনি কৰি নিজৰ মগজুৰ পৰিচালনা আৰু নিজৰ দুই বাহুৰ ওপৰত আমি কিমানদূৰ প্ৰত্যাশী হ'ব পাৰোঁ, তাৰ ওপৰতে নিৰ্ভৰশীল ভৱিষ্যতৰ অসম। চাৰি কোটি ব্ৰিটিছৰ দেশ ব্ৰিটেইনে সমগ্ৰ বিশ্ব দখল কৰিবলৈ সক্ষম হৈছিল আত্মবিশ্বাসৰ বলতেই। অসমীয়া যুৱক-যুৱতীৰ আত্মবিশ্বাস ঘূৰাই আনিব পৰাৰ ওপৰতে একবিংশ শতিকাৰ অসমখনৰ চিত্ৰখন নিৰ্ভৰ কৰে।

বিশ্বৰ কেতবোৰ দুষ্প্ৰাপ্য সম্পদৰ ভঁৰাল ৰত্নগৰ্ভা অসম। চাহ উদ্যোগ, এশিঙীয়া গঁড়, পাট-মুগা-এৰী বস্ত্ৰ সম্পদ, পেট্ৰ'লজাত সামগ্ৰীৰ বাবে অসম বিশ্ববিখ্যাত। অসমৰ এক ইঞ্চি মাটিও খেতিৰ অনুপযোগী নহয়। তৎসত্ত্বেও অসমে পৰমুখাপেক্ষী হ'ব লগা হোৱাৰ কাৰণ বিচাৰি নিদানৰ ব্যৱস্থা কৰিব লাগিব। কৃষি, উদ্যোগ, কুটীৰ শিল্প, পৰ্যটন, ব্যৱসায়-বাণিজ্যৰ প্ৰচুৰ সম্ভাৱনা আছে এইখন অসমত। মগজু খটুৱাই সেইবোৰৰ বিকাশ সাধন কৰিব পাৰিলেই অসম হৈ পৰিব পৃথিৱীৰ অন্যতম ভূস্বৰ্গ। সেয়ে নহ'লে এই খালী ঠাই এনেই পৰি নাথাকিব। আমাৰ অসমৰ্থতাৰ বাবে দিল্লী অথবা আন কাৰোবাৰ ওপৰত অভিযোগ জাপি দিয়াটো হ'ব আত্মপ্ৰতাৰণা আৰু দুৰ্বলতাৰ পৰিচায়ক। আমি নিজেই নিজক সহায় নকৰিলে, আন কোনোৱেই আমাক সহায় নকৰে। আনৰ মুখাপেক্ষী হোৱাটোও প্ৰকৃত মানুহৰ পৰিচায়ক নহয়। অসমীয়াৰ আত্মপ্ৰত্যয় নজন্মিলে একবিংশ শতিকাত এইখন সমাজ কালৰ বুকুত হেৰাই যোৱাটোও অসম্ভৱ নহয়। ○

বিঃ দ্ৰঃ- ওপৰত আমি বৰপেটাক অসমৰ প্ৰতিটো অঞ্চল বা প্ৰতিখন গাঁৱৰ প্ৰতীক হিচাপেহে দাঙি ধৰিছোঁ, কিয়নো অসমৰ এনে এটা অঞ্চল বা এখন গাঁও নাই যিখন ঠাই কোনো এবিধ কুটীৰ শিল্পত চহকী নাছিল।

# আলফাৰ স্বাধীন অসম

'আলফাৰ স্বাধীন অসম'—এই শব্দ তিনিটাৰ উৎস আত্মনিয়ন্ত্ৰণ। ৰাজনৈতিক অৰ্থত 'আত্মনিয়ন্ত্ৰণ' বোলা শব্দটো অৰ্বাচীন হ'লেও মানুহৰ জন্মৰ দিন ধৰি এই শব্দটোৱে তাৎপৰ্য বহন কৰি আহিছে। আত্মনিয়ন্ত্ৰণ : পুৰুষৰ আত্মনিয়ন্ত্ৰণ, পুৰুষৰ দৌৰাত্ম্যৰ পৰা ৰক্ষা পাবলৈ মহিলাৰ আত্মনিয়ন্ত্ৰণ, পিতৃ-মাতৃৰ কঠোৰ শাসনৰ পৰা স্বাভাৱিক বিকাশৰ পথ সুগম কৰিবলৈ সন্তান-সন্ততিৰ আত্মনিয়ন্ত্ৰণ, শক্তিশালী নৃপতিৰ কবলৰ পৰা ৰক্ষা পাবলৈ তুলনামূলকভাৱে দুৰ্বল ৰজাৰ আত্মনিয়ন্ত্ৰণ, স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ পৰা মুক্তি পাবলৈও আত্মনিয়ন্ত্ৰণৰ প্ৰয়োজন হৈ পৰা দেখা যায়। তেনেদৰেই জমিদাৰৰ পৰা কৃষক, উদ্যোগপতিৰ পৰা শ্ৰমিকসকলে শোষণমুক্ত হোৱাৰ উদ্দেশ্যেও আত্মনিয়ন্ত্ৰণৰ দাবী উত্থাপন কৰি উদ্যোগ পৰিচালনাৰ অংশীদাৰ হ'বলৈ বিচাৰিছে। একেদৰেই বৃহৎ ভাষা-ভাষীৰ পৰা ক্ষুদ্ৰ ভাষা-ভাষী, ধৰ্মীয় বৃহৎ সমাজৰ পৰা ক্ষুদ্ৰ ধৰ্মীয় সমাজ, বৃহৎ গোষ্ঠীৰ পৰা ক্ষুদ্ৰ গোষ্ঠীৰ লোকে স্বকীয় বৈশিষ্ট্য আৰু প্ৰতিভা বিকাশৰ হেতুকে আত্মনিয়ন্ত্ৰণৰ প্ৰয়োজনীয়তা অনুভৱ কৰি অহা হৈছে। দৰাচলতে আত্মনিয়ন্ত্ৰণ আৰু আত্মৰক্ষা একেটা মুদ্ৰাৰেই ইপিঠি-সিপিঠি। বহু সময়তেই আকৌ আত্মনিয়ন্ত্ৰণ আৰু আত্মৰক্ষাৰ পাৰ্থক্য উলিওৱাটোৱেই কঠিন হৈ পৰে; কিন্তু ৰাজনৈতিক অৰ্থত আত্মনিয়ন্ত্ৰণৰ এটি সৰ্বসন্মত সংজ্ঞা পোৱাটো সম্ভৱ নহয়। ইউৰোপত পুনৰ্জাগৰণৰ লগে লগে যিদৰে জাতীয়তাবাদ চিন্তাধাৰাৰ বিকাশ ঘটিছে, তেনেদৰেই আত্মনিয়ন্ত্ৰণৰ প্ৰসঙ্গটোৱেও গুৰুত্ব লাভ কৰিছে।

আমাৰ দেশত আত্মনিয়ন্ত্ৰণৰ ধ্যান-ধাৰণা সক্ৰিয়ভাৱে অনুভূত হয় ব্ৰিটিছৰ আগমনৰ পিছৰ পৰাহে; কিন্তু সেইবুলি এইখন দেশৰ সমাজ আত্মনিয়ন্ত্ৰণ সম্পৰ্কে সজাগ নাছিল বুলিও ক'ব নোৱাৰি। মোগল শাসকসকলৰ বিৰুদ্ধে পঞ্জাব, দাক্ষিণাত্য আৰু আহোম ৰাজত্বত যিদৰে প্ৰতিৰোধৰ ব্যৱস্থা কৰিছিল প্ৰত্যক্ষভাৱে

ৰাজতন্ত্ৰই ভূমিকা ল'লেও প্ৰজাবৰ্গৰ স্বাধীনতা স্পৃহা অবিহনে ই সম্ভৱ নহ'লহেঁতেন। আত্মনিয়ন্ত্ৰিত হোৱাৰ ক্ষেত্ৰত সকলো সময়তেই ৰাজতন্ত্ৰক হেঙাৰ স্বৰূপ বুলি ক'ব নোৱাৰি। গ্ৰেট বৃটেইন, জাপান প্ৰভৃতি দেশত সাংবিধানিক ৰাজতন্ত্ৰ অব্যাহত থকা সত্বেও জনসাধাৰণৰ মাজত আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ পৰা বঞ্চিত হোৱাৰ অভিযোগ উত্থাপিত হোৱা নাই। আনহাতে ভাৰতবৰ্ষৰ দৰে গণতান্ত্ৰিক শাসনতো য'ত, দেশখন জনসাধাৰণৰ নিৰ্বাচিত প্ৰতিনিধিৰ দ্বাৰা নিয়ন্ত্ৰিত হৈছে তাতো জম্মু আৰু কাশ্মীৰ, পঞ্জাব আৰু উত্তৰ-পূৰ্বাঞ্চলৰ কেতবোৰ ৰাজ্যত আত্মনিয়ন্ত্ৰণৰ দাবী উত্থাপিত হৈছে। ইয়েই প্ৰমাণ কৰিছে যে জনসাধাৰণৰ নিৰ্বাচিত প্ৰতিনিধিৰ দ্বাৰা দেশ শাসিত হ'লেও নিয়ন্ত্ৰণৰ ক্ষেত্ৰত অভিযোগ উত্থাপিত হ'ব পাৰে। আনকি এসময়ৰ ছোভিয়েট ইউনিয়নত সকলো ধৰণৰ জাতি সমস্যাৰ সমাধান হৈছে বুলি কৰা প্ৰচাৰ যে সত্য নাছিল সেইটো সম্পূৰ্ণভাৱে প্ৰমাণিত হৈছে। কোনোবা এঠাইৰ জাতি সমস্যা এসময়ত সমাধান হ'লেও পৰৱৰ্তী কালত নতুনকৈ আকৌ ভুমুকি মাৰিবও পাৰে। উদাহৰণস্বৰূপে অসমৰ জনজাতীয় গোষ্ঠীসমূহৰ কথাকেই আঙুলিয়াব পাৰি। এসময়ত ধাৰণা কৰা হৈছিল যে তেওঁলোক সকলোৱেই অসমীয়া জাতি সত্তাত মিলি যাবলৈ অগ্ৰসৰ হৈছে; কিন্তু সেই ধাৰণা যে সত্য নাছিল তাৰ প্ৰমাণ সাম্প্ৰতিক কালৰ জনজাতীয় লোকৰ উত্থানে প্ৰমাণ কৰিছে। অদূৰ ভৱিষ্যতে হয়তো দৃষ্টিভংগীৰ পুনৰ পৰিবৰ্তন ঘটিব পাৰে।

ইউৰোপৰ ৰাষ্ট্ৰসমূহৰ লেখীয়াকৈ ভাৰতীয় সমাজত আত্মনিয়ন্ত্ৰণৰ প্ৰশ্নটোৰ স্বৰূপ নিৰ্ধাৰণ আৰু প্ৰয়োগ সহজ নহয়। ইয়াৰ কাৰণ হ'ল, অসংখ্য গোষ্ঠী, ধৰ্ম আৰু ভাষা-ভাষী লোকে এইখন দেশত হেজাৰ হেজাৰ বছৰ ধৰি বসবাস কৰি আহিছে। আত্মনিয়ন্ত্ৰণৰ অধিকাৰ প্ৰত্যেকৰ বাবে অপৰিহাৰ্য বুলি ধৰি ল'বলৈ হ'লে প্ৰশাসনীয় আৰু আৰ্থিক স্বাৱলম্বনৰ দিশত সফল হ'বনে নহয় সেইটোও বিচাৰ্য বিষয়। আত্মনিয়ন্ত্ৰণৰ ভিত্তি কি হ'ব সেইটোও চাব লাগিব। নগাসকলে গোষ্ঠীভিত্তিক আত্মনিয়ন্ত্ৰণ বিচৰাৰ বিপৰীতে পঞ্জাবৰ এচাম শিখ আৰু কাশ্মীৰৰ মুছলমানসকলে ধৰ্মভিত্তিক আত্মনিয়ন্ত্ৰণ বিচাৰিছে। ইতিমধ্যে ধৰ্মৰ আধাৰত কিদৰে পাকিস্তানৰ জন্ম হৈছিল আৰু পিছলৈ সেই ধৰ্মইও ৰাষ্ট্ৰখনক একত্ৰিত কৰি ৰাখিব নোৱৰাৰ ফলস্বৰূপে পূব পাকিস্তান ভাগি গৈ বিশেষকৈ ভাষাৰ প্ৰাধান্যতাক লৈ বাংলাদেশ গঠিত হৈছিল তাক বেলেগে ব্যাখ্যা কৰিবৰ প্ৰয়োজন নাই। ধৰ্মীয় অনুভূতিয়ে বৰ্তমানৰ পাকিস্তানকো একত্ৰিত কৰি ৰাখিবলৈ সক্ষম নোহোৱা হেতুকেই পাকিস্তানত পুনৰ বিচ্ছিন্নতাবাদী আন্দোলনে গা কৰি উঠা

দেখা গৈছে। পাকিস্তানৰ বিভিন্ন সম্প্ৰদায়ৰ লোকে আত্মনিয়ন্ত্ৰণ বিচাৰি তীব্ৰ আন্দোলন গঢ়ি তুলিছে। ফলস্বৰূপে আভ্যন্তৰীণ অশান্তিৰ পৰা জনগণৰ দৃষ্টি আঁতৰ কৰিবলৈ পাকিস্তানে ভাৰতৰ বিৰুদ্ধে এইদৰে বিষোদগাৰ কৰিবলৈ লৈছে যেন এই দুখন আজন্ম শত্ৰু দেশ; কিন্তু এই ধৰণৰ বিষোদগাৰৰ কোনো ভিত্তিয়েই নাই; কিয়নো ভাৰত, পাকিস্তান, বাংলাদেশ, এই তিনিখন ৰাষ্ট্ৰৰ একেটা উৎস। গতিকে দেখা গৈছে যে আত্মনিয়ন্ত্ৰণৰ নামত নতুন নতুন ৰাষ্ট্ৰ গঠন কৰিবলৈ গ'লে সমস্যা হ্ৰাস নাপায় বৰঞ্চ বৃদ্ধিহে পাব। সেয়েহে আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ সম্পৰ্কত গভীৰ চিন্তা-চৰ্চাৰ প্ৰয়োজন হৈছে আৰু এই ক্ষেত্ৰত বাস্তৱসম্মত ব্যৱস্থা ল'ব নোৱাৰিলে ভাৰত উপমহাদেশত শান্তি স্থাপন হ'ব নোৱাৰে; কিয়নো শান্তিৰ বাবে অৰ্থনৈতিক স্বচ্ছলতা অপৰিহাৰ্য; কিন্তু যদিহে ৰাজভঁৰালৰ বিপুল অংশ এটি প্ৰতিৰক্ষা আৰু আভ্যন্তৰীণ অশান্তি দমনতেহ ব্যয় হয় তেন্তে অৰ্থনৈতিক উন্নয়নৰ দিশত ভাৰত ভূখণ্ডৰ বিভাজনে চূড়ান্ত আঘাত হানিছে। দেশ একোখনৰ বিভাজন হোৱাৰ নজিৰ যে ইতিহাসত নাই সি নহয়। উদাহৰণস্বৰূপে জাৰ্মানীৰ কথাকেই আঙুলিয়াব পাৰি। সেইখন দেশ একাধিক খণ্ডত বিভক্ত হৈছিল; কিন্তু তথাপি আকৌ এইবাবেই মূৰ তুলিবলৈ সক্ষম হৈছে যে সেইখন ৰাষ্ট্ৰৰ প্ৰাচুৰ্যৰ লেখ নাই; কিন্তু তেনে অৱস্থা ভাৰত ভূখণ্ডৰ নাই। আমাৰ দৰে এখন দৰিদ্ৰ দেশত কাৰোবাৰ ৰাজনৈতিক অভিলাষ পূৰণৰ হেতুকে বিভাজনৰ হেতালি খেলাসকল মানৱতাৰ শত্ৰু। ইয়াৰ বাবে অৱশ্যে আমি কোনো বিশেষ লোককেই আচামীৰ কাঠগড়াত তুলিবলৈ বিচৰা নাই। এইখন মহাভাৰতৰ ভালেমান ৰাজনৈতিক নেতাই বিভাজনৰ বাবে জগৰীয়া।

একেদৰেই পূৰ্বৰ অসমখনক কেবাটাও খণ্ডত বিভক্ত কৰি সুকীয়া ৰাজ্য গঠন কৰাটো যুক্তিসঙ্গত হোৱা নাই আৰু ক্ষুদ্ৰ ৰাজ্য গঠনেৰে যে সমস্যাৰ সমাধান নহয় তাৰ প্ৰমাণ বৰ্তমানৰ নগালেণ্ড, মেঘালয়, মিজোৰাম আদিৰ অশান্তিয়ে প্ৰমাণ কৰিছে। এইবোৰ ৰাজ্যৰ কোনোখনলৈকে শান্তি ঘূৰি অহা নাই। প্ৰতিখন ৰাজ্যতে আকৌ একাধিক বিভাজনৰ ঢৌ উঠিছে। অসমৰ যুৱছাত্ৰ পৰিষদ, সদৌ অসম ছাত্ৰ সন্থা প্ৰভৃতিয়ে কেতিয়াবা আত্মনিয়ন্ত্ৰণ আৰু কেতিয়াবা স্ব-অধিকাৰৰ দাবীত সংবিধান সলনিৰ আন্দোলনতো ব্ৰতী হৈ আহিছে। আলফাই আৰু এখোজ আগবাঢ়ি গৈ স্বাধীন সাৰ্বভৌম অসমৰ দাবী পূৰণৰ অৰ্থে সশস্ত্ৰ সংগ্ৰামৰ পথ লৈছে। আলফাৰ সুৰতেই বড়ো নিৰাপত্তা বাহিনীয়েও সুকীয়া স্বাধীন বড়ো ৰাষ্ট্ৰৰ ধ্বনি তুলিছে। তেনেদৰেই চুবুৰীয়া বাংলাদেশৰ সৈতে যুক্ত হৈ স্বাধীন মুছলিম ৰাষ্ট্ৰ দাবীৰ কথাও কাকতে-পত্ৰই প্ৰচাৰিত হৈছে। দৰাচলতে পূৰ্বৰ অসম

বিভাজনেৰে উত্তৰ-পূৰ্বাঞ্চলত ইমানকেইখন ৰাজ্য গঠনৰ কোনো প্ৰয়োজন নাছিল। ই তেনেই অদূৰদৰ্শী আৰু ৰাজনৈতিক নিৰ্বুদ্ধিতাৰ পৰিচয় দাঙি ধৰিছে; কিন্তু এই বিভাজনৰ বাবে কেৱল কেন্দ্ৰীয় চৰকাৰক জগৰীয়া কৰিলেই নহ'ব; কিয়নো ইয়াৰ বাবে এইখন ৰাজ্যৰ সকলোৱেই সমানেই জগৰীয়া। অসমৰ অদূৰদৰ্শী সাহিত্য-সাংস্কৃতিক আৰু ৰাজনৈতিক নেতৃত্বই এনে কেতবোৰ কাৰ্যত ব্ৰতী হৈছিল যিবোৰে তেনে বিভাজন তৰান্বিত কৰি তুলিছে; কিন্তু খণ্ড খণ্ড হোৱাৰ পিছত অসমৰ জনসাধাৰণে সমুদায় দোষ কেৱল কেন্দ্ৰৰ ওপৰত জাপি দিবলৈ বিচৰাটো আত্মপ্ৰতাৰণাৰ নামান্তৰ। অসম বিভাজনৰ সময়ত কেন্দ্ৰত এইখন ৰাজ্যৰেই সাংসদ, মন্ত্ৰী আদি নাছিলনে? অসম বিভাজনৰ মুহূৰ্তত তেওঁলোকৰ কোনোৱেই আপত্তি নদৰ্শালে কিয়? অতীতৰ কথা বাদেই, অসম আকৌ বিভাজন হোৱাৰ পথত আগবাঢ়িছে। এনে বিভাজন ৰোধ কৰাৰ উদ্দেশ্যে স্বেচ্ছাসেৱী সংগঠন, বিভিন্ন ৰাজনৈতিক দলৰ নেতা আৰু সাহিত্য-সংস্কৃতিৰ কৰ্ণধাৰসকলে যথোচিত ব্যৱস্থা লোৱাৰ প্ৰমাণ নাই। অসমৰ নেতৃত্বই যদিহে নিষ্ক্ৰিয় অথবা নেতিবাচক দৃষ্টিভঙ্গী লৈ থাকে তেন্তে ব্ৰহ্মপুত্ৰ উপত্যকাতেই পুনৰ বিভাজন ঘটাটো স্বাভাৱিক। তেতিয়াও তেনে দুৰ্ভাগ্যজনক পৰিস্থিতিৰ বাবে আন কাৰোবাৰ ওপৰত দোষ জাপি দি প্ৰতাৰিত হ'মনে?

আত্মনিয়ন্ত্ৰণৰ সম্পৰ্কত কোনো ধৰণৰ দাবী উত্থাপন কৰিবলৈ লোৱাৰ আগতে এই সম্পৰ্কে যথাসম্ভৱ খৰচি মাৰি আলোচনা কৰাটো বাঞ্ছনীয়। দৰাচলতে ঊনবিংশ শতিকাৰ মাজভাগৰ পৰা আত্মনিয়ন্ত্ৰণ সম্পৰ্কীয় দাবীৰ তীব্ৰতা পৰিলক্ষিত হৈছে। সেই সময়ত এনে ধাৰণাই ঠাই পাইছিল যে কেবাটাও জাতিসত্তাৰ লোক অধ্যুষিত অঞ্চলক লৈ ৰাষ্ট্ৰ গঠন হ'বলৈ হ'লে ভয়াবহ খিচিৰি "monostrous hybrids" সৃষ্টি হ'ব। সেয়েহে প্ৰতিটো জাতিসত্তাৰ বাবে সুকীয়া ৰাষ্ট্ৰৰ পোষকতা কৰা হয়। অধ্যাপক হেজে ইউৰোপ তথা বিশ্বৰ ৰাষ্ট্ৰসমূহক জাতিসত্তাৰ আধাৰত পুনৰ গঠিত কৰিবলৈ আহ্বান জনাইছিল। জন ষ্টুৱাৰ্ট মিল, লৰ্ড ব্ৰাইচ আৰু মাৰ্কিন ৰাষ্ট্ৰপতি উড্ৰ' উইলচন প্ৰভৃতিয়ে প্ৰতিটো জাতিসত্তাৰ বাবে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ সাব্যস্ত কৰিবলৈ আহ্বান জনাইছিল। প্ৰথম মহাসমৰৰ পিছতেই ৰাষ্ট্ৰপতি উইলচনে প্ৰতিটো জাতিসত্তাৰ বাবে আত্মনিয়ন্ত্ৰণৰ অধিকাৰ সাব্যস্ত কৰিবলৈ বিশ্ববাসীৰ প্ৰতি আহ্বান জনাইছিল। সেই সময়ত যুক্তি দৰ্শোৱা হৈছিল যে নিৰ্দিষ্ট সীমাৰেখাৰ ভিতৰতহে বাহিৰৰ সাংস্কৃতিক আক্ৰমণৰ পৰা নিৰাপদে থাকি একোটা জাতিসত্তাৰ লোকৰ পক্ষে বিকাশ লাভ কৰাটো সম্ভৱ। এই ক্ষেত্ৰত প্ৰাচীন গ্ৰীচৰ এথেন্স, ফ্লোৰেন্স প্ৰভৃতি নগৰ ৰাষ্ট্ৰই আগবঢ়োৱা

অৱদানৰ বিষয়ে উল্লেখ কৰা হৈছিল। তদুপৰি প্ৰতিটো জাতিসত্তাৰ লোকৰ যিহেতু নিজস্ব আইন-কানুন, ৰীতি-নীতি ইত্যাদি আছে, সেয়েহে সেইবোৰৰ সংৰক্ষণৰ বাবেও আত্মনিয়ন্ত্ৰণৰ প্ৰয়োজন। জাতিসত্তাৰ আত্মনিয়ন্ত্ৰণৰ দিশটো গণতান্ত্ৰিক শাসনৰ বিকাশৰ সৈতেও জড়িত থকা বুলি অধ্যাপক মেকাইভাৰে উল্লেখ কৰিছে। মুঠতে বহু জাতিসত্তাৰ সমন্বয়ত এখন ৰাষ্ট্ৰ গঠিত হ'লে দৃষ্টিভঙ্গীৰ ব্যাপকতাৰ হেতুকে খেলি-মেলিৰ সৃষ্টি হোৱাৰ সম্ভাৱনা থাকে। এসময়ত বলকান অঞ্চলৰ লোকসকলে তুৰ্কীৰ শাসনৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিছিল। তেনেদৰেই অষ্ট্ৰিয়া হাঙ্গেৰীৰ শাসনৰ বিৰুদ্ধে চেক আৰু শ্লোভাকবিলাকে বিদ্ৰোহত নামিবলৈ বাধ্য হৈছিল। বাৰ্নে কোৱা ধৰণে জাতিসত্তাৰ ভিত্তিত সুকীয়া ৰাষ্ট্ৰ গঠিত হ'লে সংঘাতৰ পৰিবেশ সৃষ্টি হ'ব বুলি ভবাটো অবান্তৰ; কিয়নো প্ৰতিটো জাতিসত্তাৰ ৰীতি-নীতি আৰু সাংস্কৃতিক পৰম্পৰাৰ সংৰক্ষণে সামগ্ৰিকভাৱে মানৱ জাতিৰ কল্যাণহে সাধন কৰিব; কিন্তু এনে ধৰণৰ ইতিবাচক দৃষ্টিভঙ্গীৰ বিপৰীতে আত্মনিয়ন্ত্ৰণৰ বিপজ্জনক দিশটোৰ বিষয়েও পণ্ডিতসকলে আলোচনা নকৰাকৈ থকা নাই। গুমপ্লইচে কৈছিল যে বহু জাতিসত্তাৰ সমন্বয়ত গঢ়ি উঠা ৰাষ্ট্ৰতকৈ কেৱল এটা জাতিসত্তাৰ ভিত্তিত গঢ়ি উঠা ৰাষ্ট্ৰ অধিক শক্তিশালী বুলি কোৱাটো ঐতিহাসিক অথবা সমাজতাত্ত্বিক বিশ্লেষণে প্ৰমাণ নকৰে। ব্লুনিচিলিৰ মতে বিদেশী উপাদান আৰু মুক্ত যোগাযোগৰ ফলস্বৰূপে ৰাষ্ট্ৰ অধিক শক্তিশালীহে হয়। তেওঁৰ কথাষাৰৰ যুক্তিযুক্ততা নোহোৱাও নহয়; কিয়নো বিভিন্ন সংস্কৃতিৰ মিলন য'ত ঘটিছে তাতেই বিকাশ তৰান্বিত হৈছে। লৰ্ড এক্টনে একোটা জাতিসত্তাৰ বাবে সুকীয়া ৰাষ্ট্ৰৰ ধাৰণাটো একপ্ৰকাৰ সৰ্বনশীয়া বুলি উল্লেখ কৰিছে। সবাতোকৈ উল্লেখযোগ্য দিশটো হ'ল, ইতিহাস আৰু সমাজবিজ্ঞানে একক জাতিসত্তাভিত্তিক ৰাষ্ট্ৰ সমৰ্থন নকৰে। উদাহৰণস্বৰূপে আঙুলিয়াব পাৰি যে চুইজাৰলেণ্ডত একাধিক জাতিসত্তাৰ সমন্বয়তেই ৰাষ্ট্ৰ গঠিত হৈছে আৰু সেইখন ৰাষ্ট্ৰ শক্তিশালী হোৱাৰ ক্ষেত্ৰত বাধা পোৱা নাই। তদুপৰি জাতিসত্তা আৰু গণতন্ত্ৰৰ মাজত কোনো বিশেষ সম্পৰ্ক নাই। অলেখ জাতিসত্তাৰ ভিত্তিতেই মাৰ্কিন যুক্তৰাষ্ট্ৰ, চুইজাৰলেণ্ড আদিয়ে সুস্থ গণতন্ত্ৰৰ দিশত আগবাঢ়ি গৈছে। একক জাতিসত্তাৰ ভিত্তিত ৰাষ্ট্ৰ গঠনৰ নীতিৰ ফলস্বৰূপেই ১৯১৪ খৃষ্টাব্দত কুৰিখন ৰাষ্ট্ৰ থকা ইউৰোপত ১৯২৪ত ২৫খন হৈছিলগৈ; কিন্তু সেইদৰে ৰাষ্ট্ৰসমূহে আশানুৰূপ বিকাশ লাভ কৰিবলৈ সমৰ্থ নোহোৱাত নানা ৰকমৰ খেলি-মেলিৰ সৃষ্টি হয় আৰু সেই সংখ্যা হ্ৰাস পায়। তদুপৰি ৰাষ্ট্ৰৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে অৰ্থনৈতিকভাৱে স্বচ্ছল নোহোৱা ৰাষ্ট্ৰসমূহে বৃহৎ ৰাষ্ট্ৰৰ সাহায্য ল'ব লগা হৈ আহিছে আৰু সেইদৰেই

স্বাধীনতাৰ প্ৰকৃত মৰ্ম হেৰুৱাব লগাত পৰিছে। আত্মনিয়ন্ত্ৰণৰ যুক্তি সাব্যস্ত কৰিবলৈ যাওঁতে বন্ধুত্ব আৰু সততাৰ বিপৰ্যয় ঘটিছে; কিয়নো তেনে একোটা জাতিয়ে আভ্যন্তৰীণ ঐক্যৰ কথা কয় যদিও আন ৰাষ্ট্ৰক শত্ৰু জ্ঞান কৰা দেখা যায়। এনে অভিব্যক্তিৰ ফলস্বৰূপে একোটা জাতিৰ লোক আনৰ প্ৰতি অসহিষ্ণু হৈ পৰে। আন্তৰ্জাতিক বুজা-বুজিৰ ক্ষেত্ৰত জাতি ৰাষ্ট্ৰই প্ৰতিবন্ধকতাৰ সৃষ্টি কৰা বুলি বাৰ্ট্ৰেণ্ড ৰাছেলে উল্লেখ কৰিছে। দৰাচলতে অধ্যাপক মেকাইভাৰে কোৱাৰ লেখীয়াকৈ ৰাষ্ট্ৰ সমাজপ্ৰিয় মানুহৰ এটি অনুষ্ঠান— "The state is an instrument of social man" কিন্তু মানুহৰ অন্যান্য অনুষ্ঠানৰ দৰে ৰাষ্ট্ৰৰো পৰিবৰ্তন আৰু পৰিবৰ্ধন ঘটি আহিছে। ইয়াৰ পৰা এনে সিদ্ধান্তলৈ আহিব পাৰি যে ৰাষ্ট্ৰ সমাজজীৱনৰ অবিচ্ছেদ্য অঙ্গ; কিন্তু জাতি আৰু ৰাষ্ট্ৰ একে নহয়। বহু সময়তেই দেখা যায় যে কেবাটাও জাতি অথবা জাতিসত্তাৰ সম্মিলনতো সুকলমে ৰাষ্ট্ৰ একোখনি চলি আহিছে আৰু চুইজাৰলেণ্ডেই তাৰ উৎকৃষ্ট নিদৰ্শন। আনহাতে উগ্ৰ জাতীয়তাবাদৰ আধাৰত ৰাষ্ট্ৰ চালিত হোৱাৰ ফলস্বৰূপে হিটলাৰৰ জাৰ্মানী আৰু মুছলিনিৰ ইটালীয়ে সমগ্ৰ বিশ্বতে যি ধ্বংসলীলা চলাইছিল তাৰ বেলেগ ব্যাখ্যাৰ প্ৰয়োজন নাই। দৰাচলতে উগ্ৰ জাতীয়তাবাদে মানুহক হিতাহিত জ্ঞানশূন্য কৰি পশুৰ স্তৰলৈ লৈ যায় আৰু শেষত আত্মঘাতী হয়।

ৰাষ্ট্ৰ এটি অতি পৱিত্ৰ অনুষ্ঠান। টি এইচ গ্ৰীণ, মেকাইভাৰ, লাস্কি প্ৰভৃতিয়ে ৰাষ্ট্ৰক মানৱসেৱাৰ উদ্দেশ্যে ব্যৱহাৰ কৰিবলৈ দাবী কৰি আহিছে। আনহাতে প্লেটো, এৰিষ্টটল প্ৰভৃতি গ্ৰীক পণ্ডিতে ৰাষ্ট্ৰৰ সৈতে নৈতিক দিশটোকো জড়িত কৰিছে আৰু ৰাষ্ট্ৰ অবিহনে মানুহৰ বিকাশৰ আন পৰিৱেশ নাই বুলি যুক্তি দাঙি ধৰিছে। মূল কথাটো হ'ল তাহানিৰ গ্ৰীক নগৰ ৰাষ্ট্ৰত আজিৰ দৰে জটিলতা নাছিল। প্ৰতিখন নগৰৰ নাগৰিকসকলেই একগোট হৈ ৰাষ্ট্ৰচাসনাৰ নীতিসমূহ নিৰ্ধাৰণ কৰিছিল; কিন্তু গ্ৰীক নগৰ ৰাষ্ট্ৰ গঠনৰ দুহেজাৰ বছৰৰ পিছত আজিৰ সমাজখনৰ যথেষ্ট ৰূপান্তৰ ঘটিছে। আজি এনে এটা অঞ্চল নোলাব য'ত কেৱল এক ভাষা-ভাষী অথবা একেটা গোষ্ঠীৰ লোকহে বসতি কৰি আছে। তদুপৰি প্ৰয়োজনৰ খাতিৰত একোজনে একাধিক ভাষা অধ্যয়ন কৰিবলৈ বাধ্য হৈ পৰিছে। পৰিবহণ আৰু যোগাযোগৰ বিকাশৰ ফলস্বৰূপে দূৰৈৰ মানুহ ওচৰ চাপিছে আৰু পাৰস্পৰিক সহযোগিতা অবিহনে উন্নয়নৰ দিশত আগবঢ়াটো অসম্ভৱ হৈ পৰিছে। সেয়েহে মানৱ জাতিৰ বিকাশৰ বাবে বাৰ্ট্ৰেণ্ড ৰাছেলৰ দৰে মনীষীয়ে বিশ্ব ৰাষ্ট্ৰৰ পোষকতা কৰিছে। ৰাষ্ট্ৰৰ গঠন সম্পৰ্কত হিগেল আৰু মাৰ্ক্সৰ অভিমত পৰস্পৰবিৰোধী। হিগেলৰ মতে ৰাষ্ট্ৰ এটি নীতিজ্ঞানসম্পন্ন অনুষ্ঠান (Ethical

spirit)। তেওঁৰ মতে কেৱল মানুহৰ সমষ্টিয়েই ৰাষ্ট্ৰ নহয়। ইয়াৰ এক নিজস্ব অস্তিত্ব আছে। হিগেলে যে ৰাষ্ট্ৰতেই মানুহৰ চৰম উৎকৰ্ষ সাধনৰ পথ খোলা থাকে; ৰাষ্ট্ৰৰ বাহিৰত মানুহৰ কোনো গুৰুত্ব থাকিব নোৱাৰে আৰু ৰাষ্ট্ৰই ভগৱানস্বৰূপ; কিন্তু তেনে ধাৰণাৰ বিপজ্জনক দিশ এটাও আছে। সৰ্বশক্তিমান হিচাপে ধৰি লোৱাৰ ফলস্বৰূপেই হিটলাৰৰ নেতৃত্বত জাৰ্মানীয়ে বিশ্বজুৰি আতঙ্কৰ সৃষ্টি কৰিছিল। আনহাতে মাৰ্ক্সীয় দৰ্শন অনুসৰি ৰাষ্ট্ৰ এটি স্বাভাৱিকভাৱে গঢ়ি উঠা অনুষ্ঠান যিদৰে নহয় তেনেদৰেই তাৰ কোনো নৈতিক ভিত্তিও নাই। ৰাষ্ট্ৰ এখনি তেনেই কৃত্ৰিমভাৱে গঢ়ি তোলা হৈছে। শোষক আৰু শোষিত হিচাপে সমাজত বিভাজন ঘটাৰ ফলস্বৰূপেই ৰাষ্ট্ৰক শোষক শ্ৰেণীয়ে অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰি আহিছে। মাৰ্ক্সীয় সূত্ৰ অনুসৰি ৰাষ্ট্ৰ প্ৰভাৱশালী শ্ৰেণীটোৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ হৈ আহিছে আৰু ৰাষ্ট্ৰ বুলিলে ক্ষমতাকেই বুজোৱা হয়। এই ধাৰণা অনুসৰি ৰাষ্ট্ৰই সকলোৰে কল্যাণ সাধন কৰে বুলিও কোৱা নহয়। সমাজৰ প্ৰভাৱশালী গোটটোৱে নিজৰ স্বাৰ্থৰ হেতুকেই ৰাষ্ট্ৰশক্তিক ব্যৱহাৰ কৰে বুলি মাৰ্ক্সীয় দৰ্শনত যুক্তি দৰ্শোৱা হৈছে। সেই বাবেই শ্ৰেণীহীন সংগ্ৰামৰ জৰিয়তে ৰাষ্ট্ৰহীন সমাজ গঢ়ি তুলিবলৈ নিৰ্দেশনা দিয়া হৈছে। ৰাষ্ট্ৰ সম্পৰ্কত মাৰ্ক্সে আগবঢ়োৱা এনে যুক্তিৰ ফলস্বৰূপেই একচেতীয়া পুঁজিপতি আৰু ভূস্বামীসকলৰ দৃষ্টিভঙ্গীৰ পৰিৱৰ্তন ঘটাত সহায় কৰিছিল। তদুপৰি শ্ৰমিক শ্ৰেণীটোৱে নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈকো মাৰ্ক্সবাদৰ ভিত্তিতেই যুক্তি বিচাৰি পাইছিল।

আত্মনিয়ন্ত্ৰণ আৰু ৰাষ্ট্ৰ সম্পৰ্কত চলি অহা অন্তহীন বিতৰ্কৰ সম্পৰ্কত এই সিদ্ধান্তলৈ আহিব পাৰি যে পৰিৱৰ্তিত পৰিস্থিতিত সেইবোৰৰ ধৰণ-কৰণ সলনি হৈছে আৰু আৰ্থিক স্বচ্ছলতাৰ দিশটো সন্মুখত ৰাখি সহাৱস্থানৰ অবিহনে গত্যন্তৰ নাইকিয়া হৈছে। এই যুগত কোনো এটা গোষ্ঠী, এক ভাষা-ভাষী অথবা এক ধৰ্মৰ লোকৰ পক্ষে সুকীয়া সুকীয়া প্ৰশাসন লাভ কৰিবলৈ যোৱাটো নীতিগতভাৱে ভাল যেন লাগিলেও সি বাস্তৱসন্মত নহয়। কিয়নো প্ৰকৃত অৰ্থত আত্মনিয়ন্ত্ৰণৰ দাবী অনুসৰি সুকীয়া ৰাষ্ট্ৰ গঠন কৰিবলৈ হ'লে অসমতেই কুৰিখনমান ৰাষ্ট্ৰ গঠনৰ প্ৰয়োজন হ'ব। ○

# নতুন পুৰুষে যুক্তিৰ আধাৰত নতুন সমাজ গঢ়ক

ভালেমান বছৰ মাৰ্কিন যুক্তৰাষ্ট্ৰত কটোৱা অসমীয়া বিজ্ঞানী এগৰাকীয়ে আমালৈ লিখা ব্যক্তিগত চিঠি এখনৰ এছোৱা 'অগ্ৰদূত'ৰ পঢ়ুৱৈসকললৈ আগবঢ়োৱাৰ লোভ সামৰিব নোৱাৰিলোঁ। চিঠিখনত লিখিছে,— 'বাহিৰত থাকি দেশ-বিদেশৰ বিভিন্ন দেশ, জাতি, সমাজৰ আলেখ্যবোৰ দেখিলে অসম তথা ভাৰতবৰ্ষৰ কথা ভাবিবলৈ ভয় লাগে। আমাৰ বোৰঁতি বাস্তৱতাত বহুত ভুল হৈ গৈছে। আমাৰ জাতীয় চৰিত্ৰত শক্তি ক্ষমতা নাইকিয়া হৈ পৰিছে। সেই বাবেই বিদেশতো আমি সেই একেই অসমীয়া হৈ আছোঁ। সমসাময়িক মানৱ সভ্যতাৰ ঘটনাৱলী অধ্যয়ন কৰিবলৈ পাহৰি গৈছোঁ। স্বাধীনতাৰ পিছৰ পৰা ১৯৬০ৰ দশকৰ শেষলৈ আমাৰ চাম অসমীয়াই এক ভেকুৱামত ওপঙি আছিলোঁ। তাৰেই প্ৰতিবিম্ব, প্ৰতিক্ৰিয়া বড়ো, আলফা সমস্যা হ'ব পাৰে। এতিয়া আৰু এটা সমস্যা অসমত গঢ়ি উঠিছে। যোৱা দহ-পোন্ধৰ বছৰত ঘটা ঘটনা-প্ৰৱাহৰ অন্তৰালত সৃষ্টি হোৱা যোগাযোগৰ সমস্যা। মোৰ বিশ্বাস অসমৰ প্ৰায় শতকৰা নব্বৈ ভাগ বাসিন্দা গাঁৱলীয়া (আপোনাৰ মোৰ দৰে মানুহক ভিতৰ কৰি)। অসমীয়া চেতনা জগা বাবে স্কুল, কলেজ অনুষ্ঠান সকলোতে অসমীয়া ভাষা ভৰি গ'ল। ভাল কথা। কিন্তু তাৰ দ্বাৰা আমি হেৰুৱালোঁ আচল অসমকহে। লগতে সৃষ্টি কৰা হ'ল অসম আৰু বাকী অংশ পৃথিৱীৰ মাজত গঢ়ি উঠা এক বিৰাট দেৱাল। মোৰ হিচাপত যোৱা তিনিটা বছৰত ইয়ালৈ অহা অসমীয়া ল'ৰা-ছোৱালীৰ শতকৰা ৯৫ ভাগেই বাহিৰত পঢ়া। ইংৰাজী মাধ্যমত পঢ়া ডাঙৰ বংশ, আঢ্যৱন্ত পৰিয়ালৰ। এতিয়া মই দুমুনীচকী হাইস্কুল (য'ত বিখ্যাত অঙ্কশাস্ত্ৰবিদ ডঃ মতিউৰ ৰহমানে পঢ়িছিল) বা ছিপাঝাৰ হাইস্কুলত পঢ়াহেঁতেন বিদেশৰ কথা ভবাটো সপোন হ'লহেঁতেন। আমি শিক্ষা ব্যৱস্থাটোক এইদৰে নতুনকৈ

গঢ় দিয়াৰ আৱশ্যক যাতে বিশ্বৰ সৈতে যোগাযোগ স্থাপন কৰাত সুচল হয়। অসমীয়া, বাংলা, হিন্দী বা যিকোনো ভাৰতীয় ভাষাই আমাক বিশ্বৰ লগত বিজড়িত কৰিব নোৱাৰে। ভাবি চাব।... আমি গেলি গৈছোঁ, অন্ধ হৈ গৈছোঁ। ইয়াত থকা প্ৰায়ভাগ অসমীয়াই নীচাশ্বিকাত ভুগি পৰচৰ্চা, বিভাজন আৰু আত্মগ্লানিত বুঢ়া হৈ গৈ আছোঁ। সত্যক স্বীকাৰ কৰি ল'বলৈ আমি সাহস হেৰুৱাই পেলাইছোঁ। এয়া মোৰ বুকুৰ বেদনা। কাকো নক'ব।'...

পত্ৰ লিখকে চিঠিখন প্ৰকাশ কৰিবলৈ দিয়া নাছিল। আনকি কাকো এই বিষয়ে ক'বলৈও দিয়া নাছিল। কিন্তু এই চিঠিৰ লেখাই আমাৰ বহুতৰেই মনৰ বন্ধ কোঠাত ৰেখাপাত কৰিব পাৰে বুলি ধাৰণা কৰিয়েই লেখকৰ হাক নামানি প্ৰকাশ কৰা হ'ল। লিখকৰ নামটো উহ্য ৰখাৰ ব্যাখ্যা নিষ্প্ৰয়োজন।

এই প্ৰসঙ্গতে মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই যোৱা এক মে'ৰ গধূলি কোৱা কথা এষাৰ মনত পৰিছে। তাৰ দুদিন নে এদিন আগতে তেওঁ নতুন দিল্লীৰ পৰা আহোঁতে বিমানত লগ পাইছিল মেঘালয়ৰ মুখ্যমন্ত্ৰী বি. বি. লিংডোক। আবেগ জড়িত কণ্ঠেৰে মহন্তৰ হাতত ধৰি লিংডোৱে কৈছিল, '১৯৬০ত ৰাজ্যভাষা অসমীয়া নকৰা হ'লে আমি আজি একেখন ৰাজ্যৰে বাসিন্দা হৈ ভাই-ককাইৰ দৰে থাকিব পাৰিলোঁহেঁতেন। তাৰ আগলৈকে আমি অসমীয়া হিচাপেই চিনাকি দিছিলোঁ।' মহন্তই সেই প্ৰসঙ্গতেই আৰু কৈছিল যে ভাষাৰ প্ৰশ্ন লৈয়েই বহুতো নেতৃস্থানীয় বড়ো লোকে সম্প্ৰতি সুকীয়া ৰাজ্য বিচাৰিছে। ১৯৬০ৰ আগতে পঢ়া-শুনা কৰা বি. বি. লিংডো, পূৰ্ণ চাংমা, পি. কে. থুংগন প্ৰভৃতিকে ধৰি বৰ্তমানৰ মেঘালয়, নগালেণ্ড আৰু অৰুণাচলৰ জ্যেষ্ঠ লোকসকলে অসমীয়া ভাষা শুদ্ধকৈ ক'ব পাৰে; কিন্তু সেইবোৰ ৰাজ্যৰ এতিয়াৰ যুৱক-যুৱতীসকলে পৰাপক্ষত অসমীয়া ভাষাৰ নামকেই শুনিব নোখোজে। ১৯৬০লৈকে অসমীয়া ভাষাই ক্ৰমান্বয়ে যিদৰে প্ৰসাৰ লাভ কৰিছিল, সেই গতি অব্যাহত থকা হ'লে হয়তো সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰেই আজি ভাব বিনিময়ৰ মাধ্যম অসমীয়াই হ'লেহেঁতেন আৰু এইদৰে অঞ্চলটো খণ্ড-বিখণ্ড নহ'লহেঁতেন।

১৯৬০ৰ অক্টোবৰত অসমীয়াক ৰাজ্যিক ভাষাৰ মৰ্যাদা দিয়া হয়। এই লৈ তাৰ এবছৰমান আগৰ পৰাই ৰাজ্যজুৰি ভাষা আন্দোলনৰ সূত্ৰপাত হৈছিল। আমি নিজেও সেই আন্দোলনৰ উগ্ৰ সমৰ্থক আছিলোঁ। কিন্তু সেই সময়ৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ এষাৰি কথা আজিও মনত পৰে। চলিহাই দঢ়াই-দঢ়াই কৈছিল যে অসমীয়া ৰাজ্যভাষা হ'ব লাগে বোলা দাবীটো অনা-অসমীয়াসকলৰ ফালৰ পৰাহে অহা উচিত। চলিহাৰ এই উক্তিৰ বিৰুদ্ধে ৰাজ্যজুৰি তুমুল প্ৰতিবাদৰ ঢৌ উঠিছিল।

অসমত ৰাজ্যভাষা অসমীয়া নহৈ আন ক'ত হ'ব— এই ধৰণৰ প্ৰশ্ন সকলোৰে মুখে মুখে উচ্চাৰিত হৈছিল। শেহান্তৰত যেনিবা ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাইজৰ হেঁচাত অসমীয়া ভাষাক ৰাজ্যভাষাৰ মৰ্যাদা দিবলৈ মুখ্যমন্ত্ৰী চলিহা সন্মত হ'ল। কিন্তু চলিহাৰ উক্তিৰ তাৎপৰ্য গমি চাবলৈ আজি মন গৈছে। ১৯৬০ৰ গণ জাগৰণৰ বাবে কোনো ব্যক্তি বিশেষক জগৰীয়া কৰিব নোৱাৰি। আমি অসমীয়াসকল ভাষাৰ প্ৰতি মাত্ৰাধিক ভাব-প্ৰৱণ। সেই সময়ত প্ৰায় ভাগৰেই ধাৰণা আছিল যে অসমীয়া ভাষাই ৰাজ্যিক ভাষা হিচাপে স্বীকৃতি পালেই মৰ্যাদা বাঢ়িব আৰু অসমীয়া জাতিৰ ভেটিও সুদৃঢ় হ'ব। আমি সকলোৰেই ধাৰণা কৰিছিলোঁ যে অসমীয়া ভাষাই ৰাজ্যিক ভাষাৰ স্বীকৃতি পোৱাৰ পিছত অঞ্চলটোৰ পাহাৰ-ভৈয়ামৰ সকলো লোকেই অসমীয়া ভাষা শিকিবলৈ বাধ্য হ'ব, কিন্তু তাৰ প্ৰতিক্ৰিয়া হিচাপে বৰ্তমানে দেখা দিয়া ভাষাৰ সংকট আহিব পাৰে বুলি ধাৰণা কৰা নাছিলোঁ। ১৯৭২ত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম অসমীয়া কৰাৰ পিছত যে আৰু এক সংকট আহি পৰিল সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। মুঠ কথা, মানুহে জ্ঞান-অৰ্জনৰ কাৰণে একোটা সমৃদ্ধিশালী ভাষাৰ আশ্ৰয় লয়। প্ৰাচীন কালৰ ভাঁৰতবৰ্ষত অসংখ্য কথিত ভাষা প্ৰচলিত হ'লেও জ্ঞান উপাৰ্জনৰ আকাংক্ষা কৰাসকলে সংস্কৃত ভাষাৰ আশ্ৰয় লৈছিল। আমাৰ শংকৰদেৱ, মাধৱদেৱ প্ৰমুখ্যে গুৰুসকলেও সংস্কৃত অধ্যয়নৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। সম্প্ৰতি জ্ঞান পিপাসুসকলে ইংৰাজী আৰু অন্যান্য চহকী ভাষাৰ আশ্ৰয় লোৱা দেখা গৈছে, অথচ কোনোৱেই সেই ভাষাসমূহ শিকিবলৈ বাধ্য কৰোৱা নাই। ভাষা শিক্ষাৰ ক্ষেত্ৰত বাধ্যবাধকতা অতি ক্ষতিকাৰক। স্থানীয় ৰাইজৰ অভিমত নোলোৱাকৈ ১৮৩৬ খ্ৰীঃত অসমত বাংলা ভাষাক চৰকাৰী ভাষাৰ মৰ্যাদা দিয়া হেতুকে তাৰ প্ৰতিক্ৰিয়া আজি ডেৰশ বছৰৰ পিছতো মাৰ যোৱা নাই।

আমি যে ভাষাৰ প্ৰতি অযথা বেছি ভাৱ-প্ৰৱণ সেই কথা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনসমূহেই প্ৰমাণ কৰে। বছৰটোত কেইখন ভাল গ্ৰন্থ ৰচিত হ'ল সেই কথা ভবাৰ অৱকাশ আমাৰ নাই; কিন্তু সাহিত্য সভাৰ ৰভাখন কিমান বহল হ'ব, সভাপতিৰ শোভাযাত্ৰাত মুগাৰ ৰিহা-মেখেলা পিন্ধা কেইগৰাকী গাভৰুৱে কাষত কলহ লৈ যোগদান কৰিব সেই সম্পৰ্কে হিচাপ-নিকাচৰ অন্ত নাই। কিন্তু সাহিত্য সৃষ্টিত সেইবোৰে কিমানদূৰ অৰিহণা আগবঢ়াইছে সেইটোহে কথা। সেইখিনি ধন আৰু শ্ৰম কেইখনমান কিতাপ প্ৰকাশনত ব্যৱহৃত হোৱা হ'লেই বোধহয় অসমীয়া ভাষা-সাহিত্য অধিক লাভবান হ'লহেঁতেন। অসম সাহিত্য সভাৰ অনুকৰণতেই সম্প্ৰতি ৰাজ্যখনৰ বিভিন্ন ভাষা-ভাষী লোকসকলেও পাঁচ দিনীয়াকৈ সাহিত্য সভাৰ বিশাল মেলাৰ আয়োজন কৰা দেখা গৈছে আৰু প্ৰত্যেক ভাষা-

ভাষীয়েই নিজৰ সুকীয়া অস্তিত্ব ৰক্ষা কৰাৰ প্ৰতিযোগিতা চলাইছে।

মাতৃভাষাৰ প্ৰতি থাকিব লগা অনুৰাগৰ দিশটো আমি অস্বীকাৰ কৰা নাই; কিন্তু অন্ধ অনুৰাগৰ ফলত লাভতকৈ ক্ষতিৰ পৰিমাণহে অধিক হোৱাৰ সম্ভাৱনা আছে। প্ৰাক্তন মুখ্যমন্ত্ৰী চলিহাৰ দৃষ্টিভঙ্গীৰে ক'ব পাৰি যে আমাৰ সাহিত্য সমৃদ্ধিশালী হ'লে আনে স্বেচ্ছাই আমাৰ ভাষা শিকিবলৈ ইচ্ছা কৰিলেহেঁতেন।

এই যুগত বিভাজনবাদেৰে ভাষা সমস্যাৰ সমাধান নহয়। আমাৰ আগশাৰীৰ কেতবোৰ নেতাই এসময়ত ধাৰণা কৰিছিল যে বাংলাভাষী শ্ৰীহট্ট জিলাখনক অসমৰ পৰা আঁতৰ কৰিব পাৰিলে ভাষাকে ধৰি বিভিন্ন সমস্যা সমাধান হ'ব। তাৰ পিছত বিয়াগোম সাহিত্যিক কেতবোৰে ধ্বনি দিলে যে কাছাৰখন কোনো ৰকমে অসমৰ মেপখনৰ পৰা কাটি পেলাব পাৰিলে অসম সমস্যামুক্ত হ'ব। অসমৰ সৰহসংখ্যক লোকৰ শুভবুদ্ধিৰ হেতুকে যেনিবা সেই প্ৰস্তাৱ কাৰ্যকৰী হ'বলৈ নাপালে।

ব্ৰহ্মপুত্ৰ উপত্যকাতেই যে এসময়ত জনজাতীয় লোকসকলে অসমীয়া ভাষা-সাহিত্যৰ বিৰোধিতা কৰি সংকট সৃষ্টি কৰিব পাৰে সেইটো সেইসকল বিয়াগোম সাহিত্যিকে ধাৰণা কৰিব নোৱৰাটোহে বিস্ময়ৰ কথা। একেটা ভাষাৰ লোক একেখন ঠাইতে বসবাস কৰি থকাৰ দিন উকলি গ'ল। আনকি হিন্দীভাষা অধ্যুষিত উত্তৰ প্ৰদেশতো উৰ্দুক যথোচিত মৰ্যাদা দিয়া হৈছে। তেনেদৰেই পশ্চিমবংগতো হিন্দীভাষীৰ সংখ্যা কম নহয়।

সম্প্ৰতি লোক-পিয়লৰ ক্ষেত্ৰতো এচাম লোকে বিৰোধিতা কৰাৰ অন্তৰ্নিহিত অন্যতম কাৰণ হিচাপে ভাষাৰ প্ৰশ্নটো জড়িত আছে বুলি ক'ব পাৰি। বৃহৎসংখ্যক লোকে এইবাৰ তেওঁলোকৰ মাতৃভাষা অসমীয়া নহয় বুলি কোৱাৰ শংকা কৰা গৈছে। আনকি ৰাজ্যভাষা আইন প্ৰৱৰ্তন কৰাৰ আগলৈকে বিশেষকৈ চৰ অঞ্চলৰ লোকসকলে একচেটিয়াভাৱে তেওঁলোকৰ মাতৃভাষা অসমীয়া বুলি কৈছিল। এইবাৰৰ পিয়লত সেই দৃষ্টিভংগীৰ সাল-সলনি ঘটিব বুলি আশংকা কৰা হৈছে।

মুঠতে ভাষাৰ প্ৰতি আমি অত্যধিক সজাগ হোৱাৰ ফলত যিসকল এই ক্ষেত্ৰত তেনেই উদাসীন আছিল সেই সকলকো সম্প্ৰতি সচেতন হৈ পৰা দেখা গৈছে। আজিৰ অসমত দেখা দিয়া সমস্যাসমূহৰ সৈতে পৰোক্ষভাৱে ভাষাৰ প্ৰশ্নটোহে জড়িত হৈ আছে : হেঁচা অথবা আইন প্ৰয়োগেৰে ভাষাৰ বিকাশ সম্ভৱ নহয়। ভাষাৰ এক স্বাভাৱিক গতি আছে আৰু সেই গতিৰে বিকাশ লাভ কৰা দেখা যায়। ভাৱপ্ৰৱণতাৰ সলনি নিজৰ ভাষাটো শুদ্ধকৈ ক'বলৈ আৰু লিখিবলৈ আন্তৰিকতাৰে অনুশীলনী চলালেহে মাতৃভাষাৰ প্ৰতি যথোচিত কৰ্তব্য সম্পাদন কৰা হ'ব। ○

# আমাৰ যুৱসমাজ বিশ্ববিজয় কৰিবলৈ ওলাই আহক

অসমত ৬০ লাখ বিদেশী অনুপ্ৰৱেশ কৰাৰ ধ্বনি দি অহাৰ এক দশকৰ পিছত সম্প্ৰতি জনপ্ৰিয় হৈ পৰা ধ্বনিটো হ'ল— অসমত ঔপনিৱেশিক শোষণ চলিছে। অসমত যদিহে সঁচাকৈয়ে ঔপনিৱেশিক শোষণ চলিছে তেন্তে অঞ্চলটোৰ প্ৰতিজন নাগৰিকেই এই শোষণৰ সামৰণি পেলাবলৈ সংগ্ৰাম কৰাৰ বাবে চিন্তা-চৰ্চা কৰাৰ সময় আহি পৰিছে। আমাৰ ল'ৰাৰ পৰা বুঢ়ালৈকে বহুতৰেই দৃঢ় ধাৰণা হৈছে যে উত্তৰ-পূৰ্বাঞ্চলত ঔপনিৱেশিক শোষণ চলি থকাটো দিনৰ পোহৰৰ দৰে ইমানেই সত্য যে এই ক্ষেত্ৰত যেনিবা কোনো ধৰণৰ দ্বিধা সঙ্কোচৰ অৱকাশেই নাই। এই ধাৰণা সত্য হলে আমিও দৃঢ়তাৰে সেইসকলৰ লগত থিয় হ'বলৈ কুণ্ঠাবোধ নকৰোঁ। কিন্তু ইয়াৰ সত্যতা প্ৰমাণ কৰিবলৈ হলে প্ৰথমে উপনিৱেশৰ সংজ্ঞা বিচাৰি উলিয়াব লাগিব আৰু তাৰ পিছতহে যথোচিত ব্যৱস্থা ল'বলৈ আগবঢ়াটো উচিত হ'ব। এই প্ৰসঙ্গতেই উল্লেখ কৰি থোৱাটো ভাল হ'ব যে গুৱাহাটী অথবা যোৰহাটৰ লোকে যিদৰে বহিৰাগতৰ দ্বাৰা শোষিত হোৱা বুলি ধাৰণা কৰে, তেনেদৰেই হামৰেং, ডিফু, মাইবং আৰু হাফলঙৰ জনজাতীয় লোকসকলেও ধাৰণা কৰে যে তেওঁলোক অসমীয়াসকলৰ দ্বাৰা যুগ যুগ ধৰি শোষিত হৈ আহিছে।

১৯৭২ৰ আগলৈকে খাছী, জয়ন্তীয়া আৰু লুচাই পাহাৰৰ লোকসকলেও অসমীয়াৰ দ্বাৰা ঔপনিৱেশিক শোষণ চলোৱা হৈছিল বুলি অভিযোগ উত্থাপন কৰিছিল। তেওঁলোকে ধাৰণা কৰিছিল যে পাহাৰৰ পৰা অসমীয়াসকলক বিতাড়ন কৰিব পাৰিলেই শোষণৰ সামৰণি পৰিব। সম্প্ৰতি একেধৰণৰ ধ্বনি কাৰবি আংলং, উত্তৰ কাছাৰ পাৰ্বত্য জিলা আৰু ব্ৰহ্মপুত্ৰৰ দুয়োপাৰৰেই জনজাতি অধ্যুষিত

অঞ্চলতো উত্থাপিত হৈছে। অকল সেয়ে নহয়, তেনে মনোভাবৰ হেতুকেই কাৰবি আংলং, উত্তৰ কাছাৰ পাৰ্বত্য জিলা আৰু জনজাতীয় অধ্যুষিত কোকৰাঝাৰ, ওদালগুৰি প্ৰভৃতিৰ অসমীয়া চৰকাৰী বিষয়াসকলে শান্তিৰে কাম কৰিব পৰা নাই। আনকি সেই বিষয়াসকল বিশেষকৈ পাহাৰী জিলা দুখনৰ পৰা যিকোনো সময়তে বিতাড়িত হ'ব লাগিব পাৰে বুলিও ধাৰণা কৰিবলৈ পৰিস্থিতিয়ে বাধ্য কৰোৱা বুলি কোৱা মেলা কৰা শুনো। এই সকলোবোৰ আমাৰেই কৃতকৰ্মৰ ফল। বালীলৈ যিপাট শৰ নিক্ষেপ কৰা হৈছে সেই একেপাট শৰে আহি সুগ্ৰীবৰো দেহত লাগিছে। অকল সিয়েই নহয় শেহতীয়াকৈ চাহৰ নিলাম কেন্দ্ৰ ডিব্ৰুগড়ে বিচাৰিছে। কাইলৈ যোৰহাট অথবা গোলাঘাটে নিবিচাৰিব কিয়? কোকৰাঝাৰে বিশ্ববিদ্যালয় আৰু বিমান কোঠ বিচৰাৰ পিছত জোনাইবাসীসকল নীৰৱ হৈ থকাটোহে বিস্ময়ৰ কথা। ব্যৱসায়, বাণিজ্য, শিক্ষানুষ্ঠান কোনো এঠাইতে কেন্দ্ৰীভূত হোৱাটো বাঞ্ছনীয় নহয়। কিন্তু সেই বুলি প্ৰতিটো মহকুমাতে একোখন বিশ্ববিদ্যালয় অথবা বিমান কোঠ হোৱাটো সম্ভৱনে? ব্যৱহাৰিক দৃষ্টিকোণৰ পৰা অসম্ভৱ বুলি ক'লেই যুক্তি দৰ্শোৱা হয়— ঔপনিৱেশিক শোষণ চলিছে।

এই প্ৰসঙ্গতেই প্ৰখ্যাত মাৰ্কিন অৰ্থনীতিবিদ আৰু এসময়ৰ ভাৰতস্থ ৰাষ্ট্ৰদূত গল ব্ৰেইথৰ এষাৰি কথা মনত পৰিছে। ভাৰতবৰ্ষৰ পৰিস্থিতি সম্পৰ্কে তেওঁ উদ্বিগ্ন নেকি বুলি সোধা সাংবাদিকৰ এটি প্ৰশ্নৰ উত্তৰত তেওঁ নিৰুদ্বেগচিত্তে কৈছিল যে সেই ধৰণৰ কাৰ্যকলাপ দেশখনৰ বাবে স্বাভাৱিক ঘটনা। যিটো বছৰত বৰষুণ ভাল হৈছে আৰু খাদ্য সমস্যা নাই সেই বছৰটোত একো নাপালে ভাষাৰ ভিত্তিতে ৰাইজে সমস্যা উলিয়াই ধ্বনি দিয়ে। কোনো এটা বছৰত ভাষাৰ ভিত্তিত যদিহে আন্দোলন কৰাৰ সুচল নাথাকে তেন্তে গো হত্যা নিবাৰণৰ হকেই হৈ চৈ আৰম্ভ কৰে আৰু যেতিয়া এইবোৰৰ এটা সমস্যাও নাথাকে তেতিয়া সাম্প্ৰদায়িক সংঘৰ্ষতে জঁপিয়াই পৰে। ভাৰতবৰ্ষৰ আন ৰাজ্যত যেয়েই নহওক অসমৰ ক্ষেত্ৰত যে বিগত কেইটামান দশকত গল ব্ৰেইথৰ উক্তি বাস্তৱায়িত হৈছে সেই বিষয়ত সন্দেহ নাই। যিকোনো প্ৰকাৰে নতুন বিষয় এটা উলিয়াই হুলস্থুলৰ সৃষ্টি কৰি থকাটোকে আমি অসমৰ উন্নতিৰ হকে কাম কৰা বুলি ভাবোঁ; কিন্তু মূল্য বৃদ্ধি ৰোধ, নিবনুৱা সমস্যাৰ সমাধান, নিৰক্ষৰতা দূৰীকৰণ ইত্যাদিৰ লেখীয়া গুৰুত্বপূৰ্ণ বিষয়সমূহৰ ক্ষেত্ৰত হলে আমি নীৰৱে থাকোঁ; অৰ্থাৎ সৃষ্টিশীল কামৰ প্ৰতি আমাৰ বিৰাগ ভাব সদায়ে আছে।

বহু চৰ্চিত উপনিৱেশৰ অৰ্থ, শক্তিশালী দেশ এখনে দুৰ্বল দেশ এখনৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰি নিজ দেশলৈ ধন-সোণ লৈ যোৱাটোকে বুজায়। 'মাৰ্ক্সীয়

অৰ্থনীতিৰ মৌলিক তত্ত্ব' নামৰ পুথিখনত এল. লিওনটিভে উপনিবেশবাদ সম্পৰ্কে এইদৰে মন্তব্য দাঙি ধৰিছে, "উপনিবেশবাদ হৈছে, উপনিবেশ আৰু পৰাধীন দেশবোৰত সাম্ৰাজ্যবাদে প্ৰতিষ্ঠা কৰা শাসন ব্যৱস্থা। প্ৰাচীন সংস্কৃতিসম্পন্ন বহু জাতিক অৰ্থনৈতিক পশ্চাদপদ অৱস্থা আৰু আধ্যাত্মিক দাৰিদ্ৰত উপনিবেশবাদে পতিত কৰি আহিছে।"

ঐতিহাসিক ধাৰা অনুসৰি ১৫০০ খ্ৰীঃৰ পৰাই উপনিবেশবাদৰ সূত্ৰপাত হয়। আফ্ৰিকাৰ দক্ষিণ উপকূলেদি ইউৰোপীয়সকলে ১৪৬৮ খ্ৰীঃত জলপথ আৱিষ্কাৰ কৰে। ১৪৯২ত আমেৰিকা আৱিষ্কাৰ কৰাৰ লগে লগে উপনিবেশবাদী কাৰ্যকলাপ আৰম্ভ হয়। ফলস্বৰূপে নতুন নতুন দেশ দখল কৰাৰ অৰ্থে ইংৰাজ, ফৰাচী, স্পেনীচ, পৰ্টুগীজ আৰু ওলোণ্ডাজসকল তৎপৰ হৈ পৰে। এই দখলৰ ধাৰা এইদৰে আৰম্ভ হয়। (১) ইউৰোপবাসীসকলে ১৪৫০-১৭৬৩ খ্ৰীঃৰ ভিতৰত এচিয়া, আমেৰিকা ইত্যাদি দখল কৰিবলৈ সক্ষম হয়। (২) ইউৰোপবাসীসকলে ১৭৬৩-১৮৭৫খ্ৰীঃৰ কালছোৱাত পশ্চিম এচিয়া, আফ্ৰিকা আৰু চীন দেশত প্ৰভাৱ বিস্তাৰ কৰে। ৰুছসকলেও চুবুৰীয়া দেশসমূহ দখল কৰিবলৈ সক্ষম হয়। সাম্ৰাজ্যবাদীসকলে নিজ দেশৰ শিল্পজাত সামগ্ৰী বিক্ৰীৰ জৰিয়তে লুণ্ঠনকায চলোৱাটোৱে উপনিবেশবাদৰ প্ৰধান লক্ষ্য। ঔপনিবেশিক শোষণৰ ফলস্বৰূপে প্ৰচলিত কুটীৰ শিল্পসমূহ ধ্বংস হোৱাৰ উপৰি কিছুমান ক্ষেত্ৰত ভাষা-সংস্কৃতিৰ বিকাশো বাধাপ্ৰাপ্ত হৈছিল। উপনিবেশবাদীসকলে শোষণৰ সুবিধাৰ্থে প্ৰশাসনীয় কাৰ্যকলাপো জাপি দিয়ে। সমাজত পদে পদে শাসক আৰু শাসিতৰ পাৰ্থক্য অটুট ৰখা হয়। আনহাতে স্থানীয় লোকসকলে ঔপনিবেশিক শাসন ওফৰাবলৈ কৰা সকলো ধৰণৰ চেষ্টাকে মাৰিমূৰ কৰি পেলোৱা হয়।

উপনিবেশবাদৰ বৈশিষ্ট্য যদিহে এইবোৰেই হয়, তেন্তে আজিৰ অসমৰ ক্ষেত্ৰত এইবোৰ প্ৰযোজ্য হৈছেনে? প্ৰথমতে সাম্ৰাজ্যবাদী শোষকসকলনো কোন সেইটো চিহ্নিত কৰিব লাগিব। অসমলৈ অহা বিহাৰীসকল? যিসকলে ৰিক্সা চলায়, জোতা পলিচ কৰে আৰু চুলি কাটে; অৰ্থাৎ যিবোৰ কাম নীচ অথবা কষ্টকৰ বুলি আমি নকৰোঁ। অৱশ্যে আমাৰ কাপোৰবোৰো তেওঁলোকেই ধুই ইস্ত্ৰী কৰি দিয়ে। হৰিজনসকলৰো বেছি সংখ্যকেই বিহাৰী লোক। ঘৰ বন্ধা শ্ৰমিকসকলৰ বৃহৎ সংখ্যক বিহাৰৰ পৰা আহিছে। উত্তৰ প্ৰদেশৰ সকলো শোষকনে? আমাৰ বহুতেই বোধহয় এই কথা নাজানে যে উত্তৰ প্ৰদেশৰ কিছুমান লোকে গৰুৰ গোবৰৰ মাজৰ পৰা ধান-চাউল চালনিৰে চালি লৈ সেইবোৰকে খাদ্য হিচাপে খায়। এইযাৰ কথা অসমৰ বৰ্তমানৰ আৰক্ষী প্ৰধান কে. পি. সিঙে অলপতে এদিন সাংবাদিকসকলক

কৈছিল। অসমৰ তুলনাত বিহাৰ, উত্তৰ প্ৰদেশ, মধ্যপ্ৰদেশ, উৰিষ্যা প্ৰভৃতিৰ সাধাৰণ লোকৰ অৱস্থা উন্নত হোৱা হলে অসমলৈ কাম বিচাৰি আহিলহেঁতেননে? তেওঁলোকে এইখন ৰাজ্যলৈ শ্ৰমৰ জৰিয়তেহে পেট প্ৰবৰ্তাবলৈ আহিছে। এইদৰে শ্ৰম কৰি খোৱা কাৰ্যক অৰ্থনীতিৰ কোনখন শাস্ত্ৰত ঔপনিৱেশিক শোষণ কোৱা হয় জানিব পাৰোঁনে? অৱশ্যে কঠোৰ শ্ৰমেৰে তেওঁলোকে টকা-পইচা উপাৰ্জন কৰাৰ পিছত ঈৰ্ষাত দেই পুৰি মৰাতকৈ তেওঁলোকক অনুসৰণ কৰি আমিও ধন উপাৰ্জন নকৰোঁ কিয়? আমি চুলি কাটিবলৈ অথবা কাপোৰ ধুবলৈ ললে আনে বজাৰ দখল কৰিবলৈ সুবিধা পাবনে? নগৰসমূহত বেছিভাগ ক্ষেত্ৰতেই অসমীয়াৰ চাহ দোকান এৰি মাৰোৱাৰীৰ হোটেল-চাহ দোকানলৈ ঢাপলি মেলাৰ কাৰণ অসমপ্ৰেমীসকলে কেতিয়াবা বিশ্লেষণ কৰি চাইছেনে?

উত্তৰপ্ৰদেশ আৰু বিহাৰৰ লোকসকলেই ক্ষমতাধিষ্ঠিত হৈ অসমত এনে শাসন চলাইছে নেকি যাৰ ফলস্বৰূপে থলুৱা লোকসকল ন্যায্যপ্ৰাপ্যৰ পৰা বঞ্চিত হৈছে। এই প্ৰসঙ্গতে এষাৰ কথা উল্লেখ কৰি থোৱা ভাল হ'ব যে বিশ্বৰ আটাইবোৰ আঢ্যবন্ত দেশেই যে ভাৰতবৰ্ষ অনুন্নত হৈ থকাটো বিচাৰে সি নহয়। বিশেষকৈ বিশ্ব বেংকে কামনা কৰে যাতে অনন্তকালৰ বাবে ভাৰতবৰ্ষ ঋণগ্ৰস্ত হৈ নাথাকে। তাৰ বাবে ঋণমঞ্জুৰ কৰাৰ সময়ত সেই ঋণৰ ধনে প্ৰকৃতপক্ষে দেশৰ উৎপাদন বৃদ্ধি কৰিবনে খৰচি মাৰি চায়। ভাৰতবৰ্ষৰ দৰে অনুন্নত দেশৰ প্ৰতি আগবঢ়োৱা ঋণৰ ধনৰ বুজন পৰিমাণ দুৰ্নীতিগ্ৰস্ত লোকৰ হাতলে যায় বুলি তেওঁলোকৰ হাতত প্ৰয়োজনীয় তথ্য-পাতি আছে। সেই হেতুকেই ঋণৰ ধনৰ ৬০ শতাংশও উৎপাদনী কামত ব্যয় হ'লে বিশ্ববেঙ্কৰ কৰ্মকৰ্তাসকল সন্তুষ্ট হয় আৰু ধনৰ ব্যৱহাৰ যথোচিত হোৱা বুলি ধাৰণা কৰে। অসমত কিন্তু চৰকাৰী ধনৰ ৪০ শতাংশও উৎপাদনী কামত ব্যয় নহয় বুলি বিশেষজ্ঞসকলে মন্তব্য কৰা শুনিবলৈ পাওঁ। চৰকাৰৰ বিভিন্ন বিভাগত যন্ত্ৰ-পাতি ক্ৰয় কৰা আৰু ঠিকাৰ কাম বিতৰণৰ ক্ষেত্ৰতহে সংশ্লিষ্ট মহলক তৎপৰতা প্ৰদৰ্শন কৰা দেখা যায়। কিয়নো সেই ক্ৰয় আৰু কাম বিতৰণৰ যোগেদিয়েই তেওঁলোকে ধন আত্মসাৎ কৰিবলৈ সুযোগ পায়। সেই ধন যথাযথভাৱে ব্যয় হোৱাৰ ক্ষেত্ৰত তৎপৰ হোৱাৰ প্ৰয়োজন নাথাকে। ফলস্বৰূপে জলসিঞ্চনৰ নামত পথাৰত পুতি থোৱা যন্ত্ৰ-পাতি বছৰৰ পিছত বছৰ ধৰি মামৰে খাই অকামিলা কৰি পেলোৱা দেখা যায়। অন্যান্য বিভাগৰ কথাও তথৈবচ। অসমীয়া প্ৰশাসনৰ অধীনতেই এনেবোৰ দুষ্কাৰ্য সংঘটিত হোৱা নাইনে? কেইদিনমানৰ আগতে গুৱাহাটীৰ অনা অসমীয়া উদ্যোগ প্ৰতিষ্ঠান এটাই সেৱামূলক কাম কৰাৰ অৰ্থে (প্ৰতি বছৰে কেবা লক্ষ টকা সেই প্ৰতিষ্ঠানটোৱে সেৱামূলক কাৰ্যত ব্যয় কৰে) গুৱাহাটীৰ হাস্পতাল

এখনলৈ কেইহেজাৰমান টকাৰে কোনো এটা কাম কৰি দিবলৈ আগবাঢ়ি গ'ল। কিন্তু সেই হাস্পতালৰ দায়িত্বত থকা সকলে জনালে যে ফান্দত যিহেতু টকা আছে সেয়েহে নিবিদা দিহে কামটো কৰা ভাল হ'ব। উল্লিখিত কামটোৰ বাবে পঞ্চাছ হেজাৰ টকাৰে নিবিদা দিয়াৰ পিছত ধনৰ পৰিমাণ এক লাখ টকালৈকে বৃদ্ধি কৰিবলৈ হেঁচা দিছিল যদিও উল্লিখিত প্ৰতিষ্ঠানটোৱে সেই কাম নকৰিলে আৰু পঞ্চাছ হেজাৰ টকা লোৱা দেখুৱাই কামটো কৰি দিলে। এই ধনখিনি কোনবিলাকৰ মাজত ভাগ হৈছিল সেই কথা ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। উল্লিখিত উদ্যোগ-প্ৰতিষ্ঠানটোৰ মালিক পক্ষ এসময়ৰ বিহাৰৰ লোক আৰু ধন ভাগ-বাটোৱাৰা কৰা সকলৰ আটাইবোৰেই আছিল অসমীয়া।

বহুতৰে ধাৰণা ব্যৱসায়ী শ্ৰেণীটোৱেই অসমত ঔপনিৱেশিক শোষণ চলাইছে। ব্যক্তিগত ব্যৱসায়ৰ বিকল্প হৈছে ষ্টেটফেডৰ লেখীয়া চৰকাৰৰ অনুমোদিত ৰাজহুৱা প্ৰতিষ্ঠান আৰু সমবায় প্ৰতিষ্ঠান। কিন্তু ষ্টেটফেডে ৰাইজৰ মাজত পচা চাউল বিতৰণ কৰাতো বেলেগেই, বছৰি কোটি কোটি টকা লোকচান ভৰিও থাকিব লগা হৈছে কিয়? সমবায়ৰ ক্ষেত্ৰৰ অকৃতকাৰ্যতাৰ কাহিনী দাঙি ধৰিবলৈ হ'লে মহাভাৰত এখনহে হ'ব। যিয়ে নহওক ব্যক্তিগত ব্যৱসায় প্ৰতিষ্ঠানে যদিহে ঔপনিৱেশিক শোষণ চলাইছে তেন্তে ব্যৱসায় প্ৰক্ৰিয়াটোকেই চৰকাৰে ল'ব লাগিব অথবা সমবায়ৰ জৰিয়তে এই সমস্যাৰ সমাধান বিচাৰিব লাগিব। আমাৰ যুৱকসকল এই ক্ষেত্ৰত আগবাঢ়ি আহিবনে? কিন্তু বিস্ময়ৰ কথা এইটোৱেই যে ঔপনিৱেশিক শোষণৰ ধ্বনি দিয়া সকলৰেই একাংশই চাউল-নিমখৰ চৰকাৰী অনুজ্ঞা পত্ৰ লৈ ফাওতে বিনাশ্ৰমে ব্যৱসায়ীৰ ওচৰত বিক্ৰী কৰা দেখা যায়। ফাঁচী বজাৰৰ ব্যৱসায়ীসকলে সেইবাবে কয়,—"পূৰ্বতে অনুজ্ঞা পত্ৰ আনিবলৈ দিছপুৰৰ জনতা ভৱনলৈ যাব লগা হৈছিল; কিন্তু অগপৰ শাসন কালত ঘৰত বহিয়েই পাবলৈ সক্ষম হৈছো।"

চৰকাৰী সূত্ৰত প্ৰকাশ যে ষ্টেটফেডৰ পচা চাউল যোগানৰ সৈতেও এচাম থলুৱা যুৱকহে জড়িত আছিল। অনুজ্ঞাপত্ৰ অধিক মূল্যত ব্যৱসায়ীৰ ওচৰত বিক্ৰী কৰি দিয়াৰ বাবেই তেওঁলোকে নিম্নমানৰ চাউল যোগান ধৰিবলৈ বাধ্য হৈছিল।

এইবোৰে কি প্ৰমাণ কৰে— বাহিৰৰ পৰা আহি শ্ৰম কৰি খোৱা সকলেই আমাক শোষণ কৰিছেনে? শোষণত গোপন হাত কাৰ? ○

# দুশ বছৰীয়া হীনমন্যতাৰ অৱসান হওক

অসমৰ তুলনাত প্ৰাকৃতিক সম্পদত বিহাৰ ৰাজ্য বহু গুণে চহকী। ভাৰতৰ বৃহত্তৰ অসমৰ চাহ উদ্যোগত বছৰি ২০০০ কোটি টকাৰ চাহ উৎপাদনৰ বিপৰীতে কেৱল টাটা কোম্পানীয়েই ৭৫০০ কোটি টকা মূল্যৰ তীখা উৎপাদন কৰে। তদুপৰি লো-কয়লাকেন্দ্ৰিক নগৰসমূহত প্ৰদূষণ ইমানেই বেছি যে জামছেদপুৰ, ধানবাদ, ঝাৰিয়া ইত্যাদি নগৰ সকলো সময়তে ধূলি ধূসৰিত হৈ থকা দেখা যায়। সেই ফালৰ পৰা আমাৰ চাহ উদ্যোগক প্ৰদূষণমুক্ত ক'ব পাৰি। টাটা ষ্টীলৰ বাৰ্ষিক উৎপাদন ৭৫০০ কোটি টকা হ'লেও তাত কৰ্মসংস্থান পোৱা ৩৫ হেজাৰ লোকৰ বিপৰীতে অসমৰ চাহ উদ্যোগে পাঁচ লক্ষ লোকক কৰ্ম সংস্থান দিছে। তৎসত্ত্বেও বিহাৰীসকলৰ মনত এনেকুৱা ধাৰণা হোৱা নাই যে ৰাজ্যখনৰ জনগণক শোষণ কৰাৰ উদ্দেশ্য লৈয়েই টাটা কোম্পানী স্থাপন কৰা হৈছে, বৰঞ্চ টাটা কোম্পানীয়ে ৰাজ্যখনৰ অৰ্থনীতিলৈ বিশেষ অৰিহণা আগবঢ়াই আহিছে বুলিহে তেওঁলোকে গৌৰৱ কৰে। বিহাৰৰ কয়লা সমগ্ৰ ভাৰততেই আৰু টাটাৰ লো দেশৰ বাহিৰলৈও ৰপ্তানি হৈ আহিছে। কিন্তু ইয়াৰ বাবে বিহাৰীসকল বিচ্ছিন্ন মানসিকতাত ভোগা নাই আৰু স্বাধীন বিহাৰৰ দাবীত সশস্ত্ৰ সংগ্ৰামৰ সূচনাও হোৱা নাই। ইয়াত বিহাৰক এটি প্ৰতীক হিচাপেহে ব্যৱহাৰ কৰিবলৈ লোৱা হৈছে। কেৱল বিহাৰেই নহয়, কম-বেছি পৰিমাণে ভাৰতবৰ্ষৰ প্ৰতিখন ৰাজ্য প্ৰাকৃতিক সম্পদত চহকী; সেইবোৰত অসমৰ দৰে বিচ্ছিন্ন মানসিকতাই গা কৰি উঠা নাই।

মূল কথা হ'ল, ভাৰতবৰ্ষৰ প্ৰতিখন ৰাজ্যত প্ৰাকৃতিক সম্পদৰ লগতে উদ্যোগো আছে। কিন্তু টাটা কোম্পানী থকাৰ হেতুকে অথবা বিভিন্ন কল-কাৰখানা থকাৰ বাবে আৰু সেইবোৰলৈ কাম কৰিবলৈ বিভিন্ন ৰাজ্যৰ পৰা মানুহৰ সমাগম হোৱা সত্ত্বেও ৰাজ্যৰ লোকসকল ভীতিগ্ৰস্ত হোৱা নাই, বৰঞ্চ প্ৰত্যাহ্বান হিচাপে লৈ সেইবোৰৰ সুযোগ গ্ৰহণ কৰাহে দেখা গৈছে। একেখন ছবি মহাৰাষ্ট্ৰ, পঞ্জাব আদিতো দেখিবলৈ

পোৱা যায়। কৰ্মসংস্থানৰ হেতুকে সেইবোৰ ৰাজ্যলৈ অন্যান্য অঞ্চলৰ পৰা অসংখ্য লোকৰ সমাগম হৈ আহিছে। বিহাৰীসকলে জীৱিকা নিৰ্বাহৰ হেতুকে পশ্চিমবঙ্গ, অসম, পঞ্জাব, মহাৰাষ্ট্ৰ আদিলৈ যোৱাই নহয়, বহুতেই নিজ শ্ৰমেৰে প্ৰতিষ্ঠা লাভ কৰিবলৈও সক্ষম হৈছে। তাৰ এক উৎকৃষ্ট নিদৰ্শন গুৱাহাটীৰ বিল্ডৱৰ্থৰ স্বত্বাধিকাৰী আৰ. এন. সিং। তেওঁৰ কোম্পানীটোৰ শাখা তিনিচুকীয়াৰ উপৰি দিল্লীকে ধৰি অসমৰ বাহিৰৰ ভালেমান ঠাইতে আছে। অসমৰ বিভিন্ন সামাজিক অনুষ্ঠানলৈ যথেষ্ট দান-বৰঙণি আগবঢ়োৱা আৰ. এন. সিঙে ল'ৰাকালিতে বিহাৰৰ পৰা আহি অসমৰ কোনো এটা প্ৰতিষ্ঠানত চকিদাৰৰ কামহে কৰিছিল। তেওঁৰ পক্ষে ই সম্ভৱ হৈছে শ্ৰমৰ জৰিয়তেহে। ৭৪ বছৰীয়া সিঙে এতিয়াও দিনটোত ১৬ ঘণ্টাকৈ শ্ৰম কৰে। অসমীয়া ভাষাত স্বাস্থ্য বিষয়ক একাধিক পুথি প্ৰকাশ কৰি বিতৰণ কৰা এইজন মানুহকে গুৱাহাটীৰ কেতবোৰ যুৱ সংগঠনে বহিৰাগত, শোষক ইত্যাদি আখ্যা দি সততে হত্যাৰ ভাবুকিও দি আহিছে। এই ধৰণৰ আৰ. এন. সিং বহুতো ওলাব। অসমীয়াৰ মাজতো যে তেনে কৰ্মঠ লোক একেবাৰে নাই তেনে নহয়; কিন্তু সংখ্যাত তেনেই নগণ্য। ইয়াৰ কাৰণ কি হ'ব পাৰে? আমি ধাৰণা কৰি পোৱা মতে অসমীয়াৰ আত্মবিশ্বাসৰ অভাৱৰ হেতুকে এই বিচ্যুতি ঘটিছে আৰু মন কৰিবলগীয়া এইটোৱে যে আত্মবিশ্বাসৰ অভাৱে সংকীৰ্ণতাৰ জন্ম দিয়ে। উদাহৰণস্বৰূপে আঙুলিয়াব পাৰি যে বিহাৰৰ সৰহ সংখ্যক দৰিদ্ৰ হ'লেও সেইখন ৰাজ্যৰ লোকসকল সংকীৰ্ণতাত ভোগা নাই, তেওঁলোকৰ আত্মবিশ্বাসৰ অভাৱ হোৱা নাই। বিহাৰেই জন্ম দিছে ড° ৰাজেন্দ্ৰ প্ৰসাদ, জয়প্ৰকাশ আদিৰ দৰে অগ্ৰণী নেতাক। এইসকল নেতাই কাহানিও সংকীৰ্ণতাত ভোগা নাই আৰু সৰ্বভাৰতীয় দৃষ্টিভংগী এৰি কেৱল বিহাৰৰ উন্নয়নৰ হকে এটি বাক্যও তেওঁলোকৰ মুখত কাহানিও শুনিবলৈ পোৱা নগৈছিল। আনহাতে আমাৰ সাংসদসকলৰ দৃষ্টিভংগী ইমানেই সীমিত যে তেওঁলোকে কথা ক'বলৈ থিয় হ'লেই আন সদস্যসকলে বুজি পায় যে অসমৰ বিষয়েহে কিবা এটা উত্থাপন কৰিব। এই ক্ষেত্ৰত হেম বৰুৱা, দেৱকান্ত বৰুৱা আদি কিছু ব্যতিক্ৰম আছিল। জৱাহৰলাল নেহৰুৱে নিজ সমষ্টিৰ কথা বাদেই, উত্তৰ প্ৰদেশৰ কথা ক'বলৈকো লাজ পাইছিল বুলি হেম বৰুৱাই উল্লেখ কৰিছিল। আমি কোৱা নাই যে অসমৰ সাংসদে ৰাজ্যখনৰ সমস্যাৰ কথা দাঙি ধৰিব নালাগে। আন সদস্যসকলেও নিজ নিজ ৰাজ্যৰ সমস্যাৰ কথা দাঙি নধৰাকৈ নাথাকে; কিন্তু কেৱল অসমেই আলোচনাৰ একমাত্ৰ বিষয়বস্তু হৈ পৰিলে দেখাত আপচু লাগে আৰু আমাৰ দৃষ্টিভংগীৰ সংকীৰ্ণতাও ওলাই পৰে। আমি অসমীয়া হৈয়ো ভাৰতীয় বা বিশ্বৰ নাগৰিক হ'ব নোৱাৰোঁ কিয়? আন্তৰাষ্ট্ৰীয় অথবা ৰাষ্ট্ৰীয় সমস্যা এটা সংসদত দাঙি ধৰিবলৈ আমাৰ সদস্যসকলেও ভয় কৰে আৰু এই ভীতিগ্ৰস্ততা সংশ্লিষ্ট বিষয়সমূহৰ সম্পৰ্কত তেওঁলোকৰ অজ্ঞতাৰ হেতুকেই জন্ম

লাভ কৰে। কিন্তু আমি পাহৰি যাওঁ কিয় যে পৃথিৱীখন ক্ৰমাৎ এখন গাঁৱলৈ ৰূপান্তৰিত হ'বলৈ ধৰিছে। দুৰাৰোগ্য ব্যাধি এটাৰ দৰব জাৰ্মেনিয়ে আবিষ্কাৰ কৰিলেহে অসমৰ গাঁৱৰ কোনোবা ৰোগীয়েও আৰোগ্য হোৱাৰ আশা কৰিব পাৰে। পঞ্জাৱৰ কৃষকে বেছিকৈ ঘেহু উৎপাদন কৰিলে অসমে কম মূল্যতেই ঘেহু ক্ৰয় কৰিবলৈ সমৰ্থ হয়। আমেৰিকাৰ কোনো কৃষি বিজ্ঞানীয়ে চৰহা পোকৰ দৰব উলিয়ালে আমাৰ দলগাঁৱৰ কৃষকসমাজ উপকৃত হয়। একমাত্ৰ এটা ভাষাক লৈ, একেটা অঞ্চলত থকাৰ জনজাতীয় মানসিকতা বিশ্বৰ তেনেই অনুন্নত অঞ্চলসমূহতহে এতিয়া বৰ্তি আছে। আজিৰ বিশ্বক যিয়ে যিমান বহলকৈ ভাবিব পাৰিছে, সিয়েই সিমান বহলকৈ নিজৰ প্ৰভাব বিস্তাৰ কৰিবলৈ সক্ষম হৈছে। এই শিক্ষা আমাক শঙ্কৰদেৱে তাহানিতেই দি গৈছে। তেওঁৰ লক্ষ্য ভৌগোলিক সীমা, আৰু কোনো ভাষা জনগোষ্ঠী নহয়— তেওঁ লিখিছিল মানুহৰ বাবে, মানুহে বুজি পোৱা কথিত ভাষাত। এই অঞ্চলৰ মানুহে হিন্দী বুজি পোৱা হ'লে তেওঁ হয়তো হিন্দীতেই কীৰ্ত্তন পুথি ৰচনা কৰিলেহেঁতেন। শঙ্কৰদেৱৰ লেখনিত 'ভাৰতবৰিষ'ত বাহিৰে অসম অথবা অসমীয়া এবাৰৰ বাবেও উচ্চাৰিত নোহোৱা সত্ত্বেও তেৱেঁই আজি হৈ পৰিছে সৰ্বশ্ৰেষ্ঠ অসমীয়া। এটি শব্দও অসমীয়া ভাষাত নিলিখা সত্ত্বেও সৰ্বশ্ৰেষ্ঠ অসমীয়া পণ্ডিতগৰাকী হ'ল আনন্দৰাম বৰুৱা। তেওঁলোকে হৃদয়ঙ্গম কৰিছিল যে সংকীৰ্ণতা অগ্ৰগতিৰ পৰিপন্থী আৰু নীচাত্মিকাবোধ পাপ। সেইবাবেই তেওঁলোকে মানুহৰ মাজত ভ্ৰাতৃত্ববোধ জগাই তুলিবলৈ প্ৰচেষ্টা চলাইছিল। প্ৰকৃত ধৰ্মৰ শিকনিও ভেদাভেদৰ প্ৰাচীৰ ভাঙি যে বিশ্ব ভ্ৰাতৃত্ববোধ জগাই তোলাটোৱেই তাক বেলেগে ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। কেৱল সাংসদসকলৰ ক্ষেত্ৰতেই নহয়; দুশ বছৰ ধৰি অসমৰ বৌদ্ধিক জগত এনে সংকীৰ্ণতাত ভুগিছে আৰু তাৰেই পৰিণতিত ঐক্যবদ্ধ অসমীয়া সমাজ ভাগি টুকুৰা টুকুৰ হোৱাৰ পথত।

আজিৰ অসমত চিএৰ-বাখৰ আৰম্ভ হৈছে— অসম যায় যায়। অসমৰ ভাষা-সংস্কৃতি নিঃশেষ হ'ল। ইয়াৰ প্ৰকৃত কাৰণ বিচৰাৰ সলনি এইদৰে চিএৰ-বাখৰ কৰাৰ ফলস্বৰূপে অসমৰ ক্ষতি অধিকহে হৈছে। দৰাচলতে চৰম সংকীৰ্ণ মানসিকতাৰ হেতুকে এনে ধাৰণাই আমাক খুলি খুলি খাইছে। যদিহে আমি শুদ্ধ আঁচনি অনুসৰি শ্ৰম কৰোঁ তেন্তে অসমৰ ভাষা-সংস্কৃতি বিলুপ্ত নহয় আৰু যদি কেৱল সংকীৰ্ণ দৃষ্টিভঙ্গী লৈ চিএৰ-বাখৰ কৰিয়ে থাকোঁ আৰু ভাষাৰ বিকাশৰ বাবে একোকে নকৰোঁ; তেন্তে আমাৰ পতন কোনোৱে ৰোধ কৰিব নোৱাৰে। দৰাচলতে ১৯ শতিকাৰ মাজভাগৰ পৰাই এই ধৰণৰ নীচাত্মিকা গাঢ় হৈ উঠিছে। মন কৰিবলগীয়া যে ৰাজপুতসকলৰ একাংশ, মাৰাঠীসকল আৰু একমাত্ৰ অসমীয়াসকলেই প্ৰবল প্ৰতাপী মোগলৰ বৈশ্যতা স্বীকাৰ নকৰিলে। ৰাজপুতসকলে তেতিয়াৰ সেই অহমিকা আজিও অটুট ৰাখিব পাৰিছে। তেনেদৰেই মাৰাঠীসকলেও প্ৰতিটো ক্ষেত্ৰতেই বিজয়ীৰ চিনাকি দিব পাৰিছে।

কিন্তু অসমীয়াই দিব পাৰিছেনে? সেই শৌর্য-বীর্য ক'লৈ গ'ল? দৰাচলতে অভাব আমাৰ শক্তি সামৰ্থ্য আৰু সম্পদৰ নহয়, অভাব মানসিকতাৰ। আমি আন সকলোৰে ক্ষেত্ৰত আগ্ৰাসী ভূমিকা দেখোঁ আৰু গাঁতত সোমাই আত্মৰক্ষা কৰিবলৈ বিচাৰোঁ। গাঁতত সোমাই থকা মানুহৰ উদ্‌গতি কেতিয়াও হ'ব নোৱাৰে; কিয়নো খোৱা-কামোৰা কৰোঁতেই আত্মকলহত সেইসকল নি:শেষ হৈ যায়। আমাৰ অসম ৰক্ষাকাৰীসকলৰ আন বিষয়ত অধ্যয়নৰ কথা বাদেই, অসম বুৰঞ্জীৰ সাধাৰণ জ্ঞানখিনিৰো অভাব। অসমৰ ইতিহাসে স্পষ্টকৈ সোঁৱৰাই দিয়ে যে যিবোৰক আমি গুৰুতৰ সমস্যা হিচাপে লৈছোঁ সেইবোৰ কোনো সমস্যাই নহয়। আমাৰ বহুতৰ মতে ভাষা সমস্যাটোৱে গুৰুতৰ আৰু ১৯ শতিকাৰ আৰম্ভণিৰ পৰাই ই তিক্ততাৰ সৃষ্টি কৰি আহিছে; কিন্তু অসমীয়াৰ দৰে স্বকীয় বৈশিষ্ট্য থকা ভাষা এটাক নাইকিয়া কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। সমগ্ৰ ভাৰততে সুদীৰ্ঘকাল ধৰি শিক্ষাৰ মাধ্যম হিচাপে ইংৰাজী ভাষা ৰখা হ'ল; কিন্তু তাৰ ফলত দেশীয় ভাষাসমূহৰ ক্ষতি হ'লনে? দৰাচলতে ক্ষতি দূৰৰ কথা বিদেশী ভাষাৰ শিক্ষাই ভাৰতীয় ভাষাসমূহক পুনৰ জীৱনহে দিলে। অসমীয়াই যেতিয়ালৈকে অসমীয়া ভাষা ধ্বংস নকৰে তেতিয়ালৈকে বিশ্বত এনে কোনো শক্তি নাই , যিয়ে অসমীয়া ভাষাক ধ্বংস কৰিব পাৰে।

উল্লেখ কৰিব পাৰি যে ১৩৯৭-১৪০৭লৈকে অসমৰ ৰাজসিংহাসনত থকা চুডাংফা, ১৪৯৭ ৰ পৰা ১৫৩৯ চুহুংমুঙৰ ৰাজত্বকাল, ১৫৩৯ ৰ পৰা ১৫৫২লৈকে চুক্লেংমুঙৰ ৰাজত্ব কাল, ১৬০৩ৰ পৰা ১৬৪১লৈকে প্ৰতাপসিংহৰ ৰাজত্ব কালৰ আগলৈকে সোণ আৰু ৰূপৰ মুদ্ৰাবোৰত টাই ভাষাহে লিপিবদ্ধ হৈছিল; কিন্তু প্ৰতাপ সিংহৰ ৰাজত্ব কালত টাই আৰু অসমীয়া দুয়োটা ভাষাত লিপিবদ্ধ হয়। জয়ধ্বজ সিংহৰ ৰাজত্ব কাল (১৬৪৮ -১৬৭৩)ত টাই ভাষাৰ সলনি সংস্কৃত আৰু অসমীয়া ভাষাত মুদ্ৰাবোৰ খোদিত হৈছিল। ৰুদ্ৰসিংহৰ শাসন কালতো একে ব্যৱস্থা চলিছিল। শিৱসিংহৰ ৰাজত্ব কাল (১৭১৪- ১৭৪৪) ত সংস্কৃত আৰু অসমীয়াৰ উপৰি পাৰ্চী ভাষাতো মুদ্ৰাবোৰ খোদিত হৈছিল। ৰাজেশ্বৰ সিংহৰ ৰাজত্ব কাল (১৭৫১-১৭৬৯)ত অসমীয়াৰ সলনি টাই আৰু পাৰ্চীৰ লগতে বাংলা ভাষাহে ব্যৱহাৰ কৰা হৈছিল। লক্ষ্মী সিংহৰ ৰাজত্ব কালত সংস্কৃতহে ব্যৱহাৰ কৰা হৈছিল।

মন কৰিব লগা কথা যে কোনো ধৰণৰ হেঁচা অবিহনেই স্বৰ্গদেউসকলে টাই ভাষা এৰি অসমীয়া ব্যৱহাৰ কৰিবলৈ লৈছিল আৰু প্ৰয়োজন সাপেক্ষে পাৰ্চীও ব্যৱহাৰ কৰিছিল। ব্ৰিটিছৰ আগমনৰ আগতেই অসমীয়াও বাদ দি পাৰ্চী আৰু বাংলাহে মুদ্ৰাত ব্যৱহাৰ কৰিছিল। প্ৰয়োজনৰ খাতিৰত এইবোৰৰ প্ৰচলন হৈছিল আৰু ইয়াকে লৈ সমাজত কোনো ধৰণৰ সংঘাতৰ সৃষ্টি হোৱা নাছিল। কিন্তু তৎসত্বেও অসমীয়া ভাষা-সাহিত্যৰ বিকাশত কোনো ধৰণৰ বাধা পৰা নাছিল। ○

# গান্ধীজীয়ে অসমক তেতিয়াই সকীয়াইছিল

১৯৪৬ত অসমক যেতিয়া পূব-পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ আপ্ৰাণ চেষ্টা চলোৱা হৈছিল, তেতিয়াই লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ভীমবৰ দেউৰী প্ৰমুখ্যে নেতাসকলে গান্ধীজীৰ পৰামৰ্শ বিচৰাত তেওঁ কোৱা কথাৰ ভাবাৰ্থ আছিল এনে ধৰণৰ—অসমে নিজেই নিজৰ অস্তিত্ব বিপন্ন কৰি নুতুলিলে পৃথিৱীত এনে শক্তি নাই, যিয়ে অসমক ধ্বংস কৰিব পাৰিব। গান্ধীজীৰ এই উক্তি ইতিমধ্যে অসমবাসীৰ মাজত বহলভাৱে প্ৰচাৰিত হৈছে আৰু সেইবাবেই ৰাজ্যখনৰ জনগণে আজিও তেওঁক শ্ৰদ্ধাৰে স্মৰণ কৰে। দেশৰ কেন্দ্ৰস্থলৰ পৰা দূৰত অৱস্থিত অসমৰ দৰে ৰাজ্যখনৰ জনগণৰ প্ৰতিও যে তেওঁ আন্তৰিকতাৰে চিন্তা-চৰ্চা কৰিছিল, তাৰ প্ৰমাণ এই উক্তিয়েই দাঙি ধৰিছে। গান্ধীজীৰ এই বক্তব্যৰ তাৎপৰ্য এইটোৱেই যে জনসাধাৰণৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস আছিল। গান্ধীজীৰ এই বক্তব্য যেতিয়া অসমবাসীৰ মাজত বৰদলৈ প্ৰমুখ্যে প্ৰতিনিধিসকলৰ মাধ্যমত প্ৰচাৰ কৰা হয়, তেতিয়া জুইৰ ফিৰিঙতিৰ দৰেই সেই সংবাদ বিয়পি পৰিল আৰু অসমবাসীৰ মনত ইয়ে এনে সাহস যোগালে যে পৰৱৰ্তী কালছোৱাত গঢ় লোৱা প্ৰতিবাদী জনমতৰ হেতুকেই অসমে স্বাধীনতা অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হ'ল। গান্ধীজীৰ পৰা লাভ কৰা এই সাহসৰ বলতেই এক ঐতিহাসিক চূড়ান্ত দুৰ্যোগৰ পৰা অসমবাসীয়ে পৰিত্ৰাণ পাবলৈ সক্ষম হ'ল।

কিন্তু সেই সংকটৰ পাঁচ দশকৰ পাছত আজিৰ অসমে একে ধৰণৰেই ভয়াবহ একাধিক সংকটৰ সন্মুখীন হৈছে, যাৰ ফলস্বৰূপে পুনৰ অস্তিত্বৰ সংকট

আহি পৰিছে। উল্লেখনীয় যে ৰাজ্যখনৰ ধৰ্ম-বৰ্ণ নিৰ্বিশেষে প্ৰতিজন ভাৰতীয় নাগৰিকেই দাবী কৰি আহিছে যে অবৈধ বিদেশীৰ অনুপ্ৰৱেশ বন্ধ কৰিব লাগে। আমাৰ বোধেৰে এই অনুপ্ৰৱেশৰ স'তে ধৰ্মৰ কোনো সম্পৰ্ক থাকিব নালাগে। ইউৰোপৰ প্ৰায়ভাগ দেশৰেই প্ৰধান ধৰ্ম খ্ৰীষ্টান হ'লেও ইখন দেশৰ এজন লোকেও অবৈধভাৱে আনখন দেশত থকাটো দূৰৰ কথা, প্ৰৱেশ কৰিবও নোৱাৰে। তেনেদৰেই মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু কানাডাৰ প্ৰধান ধৰ্ম খ্ৰীষ্টান আৰু ভাষা ইংৰাজী হ'লেও ইখন দেশৰ লোকে আনখনত যাতে কোনোপধ্যে প্ৰৱেশ কৰিব নোৱাৰে তাৰ বাবে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰি অহা হৈছে। গতিকে বাংলাদেশ ইছলামীয় ৰাষ্ট্ৰ হ'লেও ভাৰতীয় ইছলামধৰ্মী নাগৰিকে অনুপ্ৰৱেশত উৎসাহ যোগোৱাৰ কোনো কাৰণ থাকিব নোৱাৰে আৰু তেনেদৰে উৎসাহ যোগাই আহিছে বুলিও কোনোৱে প্ৰমাণ কৰিব পৰা নাই। ইয়াৰ কাৰণ, ভাষা-ধৰ্ম-বৰ্ণ নিৰ্বিশেষে এইখন দেশত আমি সকলোৱেই স্থায়ীভাৱে বসবাস কৰি থাকিব লাগিব। ৰাজ্যখনত একে ধৰ্মৰ লোকৰ প্ৰাধান্য পালেই যে উন্নয়ন সম্ভৱ হ'ব তাঁৰ নিদৰ্শন মুছলমান প্ৰধান দেশ বাংলাদেশে দাঙি ধৰিব পৰা হ'লে সেইখন দেশৰ পৰা ভাৰতবৰ্ষত অনুপ্ৰৱেশ নঘটিলহেঁতেন। গতিকে অবৈধ অনুপ্ৰৱেশত বাধা দিয়াৰ উদ্দেশ্যে জাতি, ধৰ্ম, ভাষা নিৰ্বিশেষে ঐক্য মতত উপনীত হৈ যথোচিত ব্যৱস্থা লোৱাটো কেতিয়াবাই উচিত আছিল। কিন্তু সুদীৰ্ঘ কাল ধৰি অসমৰ ৰাজনীতিত বিশেষ ভূমিকা গ্ৰহণ কৰি অহা জাতীয় কংগ্ৰেছ দলে মুছলমানসকলক ভোট বেংকত পৰিণত কৰি তোষামোদৰ ৰাজনীতিত মনোনিবেশ কৰা হেতুকে সমস্যাটোৱে গুৰুতৰ ৰূপ ধাৰণ কৰিছে। দৰাচলতে কংগ্ৰেছী চৰকাৰৰ লক্ষ্য যে কেৱল ভোট বেংক দখল কৰাটোহে আৰু অৰ্থনৈতিকভাৱে পিছপৰা ধৰ্মীয় সংখ্যালঘুসকলৰ উন্নয়ন সাধন কৰাটো নহয় তাৰ প্ৰমাণ সেইসকল লোকৰ বৰ্তমানৰ অৱস্থাটোৱেই দাঙি ধৰে। একেদৰেই আছুৰ নেতৃত্বত গঠিত হোৱা অগপ চৰকাৰে অবৈধ বিদেশী বিতাড়নৰ ইচ্ছুৰ ভিত্তিতেই ক্ষমতা দখল কৰি কিদৰে অসমবাসীক প্ৰতাৰণা কৰিলে তাৰ নতুন ব্যাখ্যা নিষ্প্ৰয়োজন। গতিকে যিটো দেখা গৈছে, অবৈধ অনুপ্ৰৱেশক বাধা দিয়াৰ উদ্দেশ্যে কোনো এখন চৰকাৰেই প্ৰয়োজনীয় ব্যৱস্থা নোলোৱা হেতুকে সমস্যাটোৱে ভয়াবহ ৰূপ ধাৰণ কৰিছে আৰু খিলঞ্জীয়া লোকসকল শংকিত হৈ পৰিছে। এই শংকা কোনো এক শ্ৰেণীৰ লোকৰ বাবেই শুভ নহয়; কিন্তু এনে শংকা আঁতৰাবলৈ কোনো ধৰণৰ সক্ৰিয় প্ৰচেষ্টা লোৱা হোৱা নাই। আনকি কেন্দ্ৰীয় চৰকাৰেও এই ক্ষেত্ৰত স্পষ্ট নীতি গ্ৰহণ কৰিবলৈ

আজিকোপতি সক্ষম হোৱা নাই। ফলস্বৰূপে অসমবাসীৰ বাবে ই এক গুৰুতৰ সমস্যাত পৰিণত হৈছে। এই সমস্যাৰ যে সমাধানৰ পথ নাই, তেনে নহয়; কিন্তু চৰকাৰৰ আগ্ৰহৰ অভাৱৰ হেতুকেই সমস্যাটোৱে ক্ৰমাৎ গভীৰ ৰূপ ধাৰণ কৰিছে। দ্বিতীয়তে, স্বৰাজোত্তৰ কালছোৱাত ৰাজ্যিক চৰকাৰসমূহে ৰাজ্যখনৰ সামগ্ৰিক উন্নয়নৰ পথত অগ্ৰসৰ হ'বলৈ চেষ্টা নকৰা হেতুকেই গোষ্ঠী সংঘাতে ভয়াবহ ৰূপ ধাৰণ কৰা দেখা গৈছে। ইটো গোষ্ঠীৰ লোকে আনটো গোষ্ঠীৰ লোকক সন্দেহৰ চকুৰে চাবলৈ লৈছে। তাৰ ফলস্বৰূপে একাধিক জনগোষ্ঠীৰ লোকে মাৰণাস্ত্ৰ হাতত লৈ মুক্তিৰ পথ বিচৰাৰ ধ্বনি দিছে। ৰাজ্যখনত চলি থকা এনে গোষ্ঠীদ্বন্দ্বক উৎসাহ যোগোৱাৰ সমল বিচাৰি পাইছে চুবুৰীয়া বাংলাদেশে। পাক আই এছ আইয়েই আলফা, এন ডি এফ বিকে ধৰি ভালেসংখ্যক উগ্ৰপন্থী সংগঠনকেই প্ৰশিক্ষণ দিয়াৰ উপৰি অস্ত্ৰ-শস্ত্ৰৰে সহায় কৰা বুলিও প্ৰমাণ পোৱা গৈছে। যিহেতু বাহিৰৰ শক্তিয়ে ৰাজ্যখনক অস্থিৰ কৰি তুলিবলৈ অহৰহ ষড়যন্ত্ৰত লিপ্ত হৈ আহিছে, তেনেস্থলত আভ্যন্তৰীণ শান্তিৰ প্ৰয়োজনীয়তা কিমান বেছি তাক দোহাৰিবৰ প্ৰয়োজন নাই; কিন্তু তাৰ প্ৰতি মন-কাণ দিয়াৰ সলনি ৰাজ্যখনৰ প্ৰতিটো জনগোষ্ঠীৰ লোকেই নিজা নিজা দাবীৰ ভিত্তিত সংগ্ৰাম তীব্ৰতৰ কৰি তোলা দেখা গৈছে। তাৰ ফলস্বৰূপে অৰ্থনৈতিক উন্নয়ন সম্পূৰ্ণৰূপে বাধাপ্ৰাপ্ত হৈছে। ছাত্ৰ-ছাত্ৰীৰ শিক্ষাদানত যতি পৰিছে আৰু সদ্‌ভাৱ-সম্প্ৰীতি বিনষ্ট হৈছে। এই গোষ্ঠীদ্বন্দ্বই কি ধৰণৰ ভয়াবহ পৰিস্থিতিৰ সৃষ্টি কৰিছে, তাৰ ছবিখন নিতৌ সংবাদ প্ৰত্ৰত প্ৰকাশ পাই আহিছে। আন এক মন কৰিবলগীয়া দিশ এইটোৱেই যে এনে গোষ্ঠী সংঘাতে যে ভিন্ন গোষ্ঠীৰ লোকৰহে ক্ষতিসাধন কৰিছে, সি সত্য নহয়। বৰঞ্চ এইটোহে ক'ব পাৰি যে নিজ গোষ্ঠীৰ মাজতেই সংঘাত সৃষ্টি হোৱা হেতুকে প্ৰতিটো গোষ্ঠীয়েই ভয়াবহ ধৰণে ক্ষতিগ্ৰস্ত হৈছে আৰু ভুল বুজাবুজি আঁতৰ কৰাৰ পৰিবেশ নাইকিয়া হৈছে। অসমৰ আজিৰ গোষ্ঠী সংঘাতৰ এই ভয়াবহ পৰিৱেশটোৰ বাবে যে পূৰ্বৰ চৰকাৰসমূহেই সম্পূৰ্ণভাৱে জগৰীয়া, তাক বেলেগে ব্যাখ্যা কৰিব নালাগে। অসমৰ জনসাধাৰণে বিচাৰিছে যে ৰাজ্যখনৰ প্ৰতিটো জনগোষ্ঠীৰেই অৰ্থনৈতিক দিশটোৰ লগতেই সাহিত্য-সংস্কৃতিৰ দিশসমূহো বিকশি উঠক। কিন্তু চৰকাৰৰ ফালৰ পৰা এনেবোৰ ক্ষেত্ৰত সময়মতে ইতিবাচক ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম নোহোৱা হেতুকেই পৰিস্থিতিয়ে ভয়াবহ ৰূপ ধাৰণ কৰিছে। যদিহে অসমৰ প্ৰতিটো জনগোষ্ঠীৰ লোকেই একোখন ৰাজ্য বিচাৰে, তেন্তে অৰ্থনৈতিক আৰু প্ৰশাসনীয় দিশৰ

পৰা সি সম্ভৱ হ'বনে? তেনে ক্ষেত্ৰত অসমৰ মানচিত্ৰখনেই হেৰাই যাব আৰু তাহানিতেই গান্ধীজীয়ে সকীয়াই দিয়া অভিব্যক্তিয়েই সঁচাত পৰিণত হ'লে আচৰিত হ'ব লগা নহ'ব। আজিৰ অসমত দেখা দিয়া সমস্যাসমূহ যে অভিনৱ আৰু তেনে সমস্যা পৃথিৱীৰ আন কোনো দেশতেই নাই তেনে নহয়; বৰঞ্চ এইটোহে ক'ব পাৰি যে কম-বেছি পৰিমাণে অবৈধ অনুপ্ৰৱেশৰ সমস্যা বিশ্বৰ প্ৰতিখন দেশতেই আছে। তেনেদৰেই প্ৰতিখন দেশতেই ভিন ভিন গোষ্ঠীৰ লোকেও সহাৱস্থান কৰি আছে। এই লৈ মাৰাত্মক ধৰণৰ সমস্যা দুই-এখন ৰাষ্ট্ৰত বাহিৰে প্ৰায়ভাগ ৰাষ্ট্ৰতেই নাই বুলিয়েই ক'ব পাৰি। দৰাচলতে আমাৰ সমস্যাসমূহ চক্ৰবৃদ্ধি হাৰত বাঢ়ি গৈছে অপদাৰ্থ ৰাজনৈতিক নেতৃত্বৰ হেতুকেই। আজি লোকপ্ৰিয় বৰদলৈ যিদৰে নাই, তেনেদৰেই জনজাতীয়সকলৰ মাজতো ভীমবৰ দেউৰীৰ দৰে মহাপ্ৰাণ ব্যক্তি নাই। যিসকল নেতাই ৰাজনৈতিক মঞ্চত বিচৰণ কৰি আছে, তেওঁলোকে কোনোমতে ক্ষমতাত থাকিব পাৰিলেই সন্তুষ্ট। যিকোনো প্ৰকাৰে দুপইচা অৰ্জন কৰাটোৱেই তেওঁলোকৰ লক্ষ্য, যাতে পৰৱৰ্তী নিৰ্বাচনত পানীৰ দৰে ধন সিঁচি দি জয়লাভ কৰিবলৈ সক্ষম হয়। দেশৰ জনগণৰ কল্যাণৰ প্ৰতি এইসকল নেতাৰ কোনো ধৰণৰ আন্তৰিকতা নাই। ফলস্বৰূপে স্বাধীনতাৰ পৰৱৰ্তী কালৰ তুলনাত অন্যান্য ৰাজ্যসমূহে যেতিয়া আগবাঢ়ি গৈ আছে, তেনেস্থলত অসমে অধঃপতনৰ দিশতহে গতি কৰিছে। এই যুগত অৰ্থনৈতিক বিকাশ অবিহনে কোনো সমস্যাকেই সমাধান কৰাটো সম্ভৱ নহয়। গতিকে ১৯৪৬ৰ পাছত আজিৰ অসম আৰু এক গভীৰ সংকটৰ সন্মুখীন হৈছে। সেই সংকটৰ পৰা অসমবাসীক কোনে উদ্ধাৰ কৰে, সেই কথা সময়েহে ক'ব। ○

# মূল্যবোধৰ অৱক্ষয়

*অৰ্থনীতিৰ প্ৰাথমিক স্তৰতেই শিকোৱা হয় কিদৰে বেয়া ক্ষয়িষ্ণু ধাতৱ মুদ্ৰাই ভাল চকচকীয়া মুদ্ৰাক আঁতৰাই বজাৰ দখল কৰে,—আজিৰ অসমতো চলিছে গুণী, সুৰুচিসম্পন্ন লোকসকলক ডাষ্টবিনত পেলাই নিম্নৰুচিৰ লোকৰ দৌৰ...*

চৈয়দ আব্দুল মালিক বোলে নাহৰণিৰ গুণ্ডা! ডঃ ভূপেন হাজৰিকাক 'ৰাগুী চাহেব চামচা' বঁটাহে প্ৰদান কৰা হ'ল। লক্ষ্যধৰ চৌধুৰী, ডঃ মহেন্দ্ৰ বৰা, মেদিনী চৌধুৰী প্ৰভৃতি উচ্ছিষ্টভোজী চাটুকাৰ। বিজয় চন্দ্ৰ ভাগৱতী, ৰবীন কাকতি প্ৰভৃতি তথাকথিত মুক্তি যুঁজাৰু! ডঃ মুকুন্দমাধৱ শৰ্মা, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা আদি মেৰুদণ্ডহীন পণ্ডিত। সতীশ কাকতী, নৱেন ডেকা আদি কিহৰ সাংবাদিক! বুঢ়া হালোৱা নৰেশ ৰাজখোৱাও সাংবাদিক হ'বলৈ আহিছে! "বৰগোহাঞিৰ আন বহু মহান লেখকৰ দৰে সমকামী।" এইখন তালিকাত নৱকান্ত বৰুৱা, মামণি ৰয়ছম গোস্বামী, নিৰ্মলপ্ৰভা বৰদলৈ আদিৰ নামো আছে।

সাম্প্ৰতিক কালৰ অসমৰ কেতবোৰ সংবাদপত্ৰ, ব্যক্তি আৰু কেতবোৰ সংগঠনৰ বিবৃতিত এইবোৰ অভিব্যক্তি বিভিন্ন ৰূপত প্ৰকাশ পাইছে। এইখন তালিকাত নাম আৰু বহুতৰে আছে। এইসকলৰ ভিতৰতেই আছে গুণ্ডা, বদমাচ, চাটুকাৰ, গোলাম, নৰাধম, উচ্ছিষ্টভোজী, দেশবৈৰী, নপুংসক ইত্যাদি কোনোবা এবিধ আৰু এওঁলোকৰ বাবে অসমখন ৰসাতললৈ গৈ আছে। এই ৰসাতলে যাব ধৰা অসমখনক অশেষ চেষ্টাৰে কেইজনমান প্ৰতিভাশালী বৈপ্লৱিক চিন্তাধাৰাৰে পুষ্ট লেখক-সাংবাদিকে কোনোমতে ৰক্ষা কৰিবলৈ আপ্ৰাণ চেষ্টা কৰি আহিছে। এইসকলৰ প্ৰত্যেকেই ত্যাগৰ মূৰ্ত প্ৰতীক। এওঁলোক দধীচিসদৃশ নিষ্কলুষ,

নির্লোভী, ব্ৰতাচাৰী, ব্ৰহ্মচাৰী আৰু অসমবাসীক মুক্ত কৰাৰ বাবেই তেওঁলোকৰ আবিৰ্ভাব হৈছে। নাহৰণিৰ গুণ্ডা চৈয়দ আব্দুল মালিক, ফাপৰে খোৱা নৰেশ ৰাজখোৱা প্ৰভৃতিয়ে এইখন অসমত থাকি কেৱল ভোজন, মৈথুনত ৰত হৈ ৰাজ্যখনৰ প্ৰগতিত বাধাদান কৰি আছে যেতিয়া তেওঁলোকক কোনো হিটলাৰৰ অনুগামীৰ হতুৱাই সংসাৰৰ পৰা বিদায় দিয়া হওক। চলাই অহা হৈছে এই ধৰণৰেই প্ৰচাৰ।

এতিয়া প্ৰশ্ন হ'ল অসমৰ সমাজ জীৱনৰ প্ৰতিভূস্বৰূপ সেইসকলৰ বিৰুদ্ধে এইদৰে পৰিকল্পিত প্ৰচাৰ অভিযান চলোৱাৰ অন্তৰালত কি ৰহস্য লুকাই থাকিব পাৰে? ওপৰত উল্লিখিতসকলৰ সকলোৱে নহ'লেও কেইগৰাকীমান এনে ব্যক্তি যি সকলৰ প্ৰত্যেকে আমাৰ সাংস্কৃতিক ধাৰাৰ মাইলৰ খুঁটি আৰু হেজাৰ বছৰীয়া ব্ৰহ্মপুত্ৰ উপত্যকাৰ সভ্যতাৰ ধাৰাবাহক। আমাৰ সাহিত্য-সংস্কৃতি, ইতিহাস, সমাজবিজ্ঞান আদিৰ এনে এটা দিশ নাই যিটোৰ ধাৰাবাহক ওপৰত উল্লিখিত কোনোবা এগৰাকী নহয়। ইতিহাসত এনেকুৱা এটা যুগ পোৱা যাবনে যিটোত সমাজ গঢ়াৰ বাবে অৱদান আগবঢ়োৱা লোকসকলক এইদৰে নস্যাৎ কৰিবলৈ পৰিকল্পিত প্ৰচেষ্টা চলোৱা হৈছে? ইতিহাসৰ পাত লুটিয়ালে দেখিবলৈ পোৱা যায় যে যেতিয়াই এই ধৰণৰ এক পৰিস্থিতিৰ উদ্ভৱ হৈছে তেতিয়াই সেইখন সমাজ ৰসাতলে যোৱাৰ উপক্ৰম হৈছে। হিটলাৰৰ নাজী জাৰ্মানীৰ পৰা আইনষ্টাইনৰ দৰে বিজ্ঞানীও বিতাড়িত হৈছিল। গুণী, জ্ঞানী, বিবেচক লোকসকলক নাজীসকলে জাৰ্মানীৰ পৰা খেদি পঠিয়াইছিল কিয় তাৰ কাৰণ বুজিবলৈ তেনেই সহজ। সমাজবিবেক জাগ্ৰত হৈ থাকিলে ন্যস্তস্বাৰ্থ জড়িত মহলটো দুষ্কৃতিত লিপ্ত হ'ব নোৱাৰে। আমাৰ সমাজ জীৱনৰ এই সন্ধিক্ষণ অতি ভয়াবহ। এনে সন্ধিক্ষণতেই এদিন স্বদেশ এৰি পলাব লগা হৈছিল কাৰ্ল মাৰ্ক্স, ফ্ৰয়েড আৰু দেশান্তৰী হৈছিল মানৱ সভ্যতাৰ শেষগৰাকী বুদ্ধিজীৱী হিচাপে অভিহিত বাৰ্ট্ৰাণ্ড ৰাছেল। মন কৰিবলগীয়া এইটোৱেই যে সম্প্ৰতি ন্যস্ত স্বাৰ্থ জড়িত হিংসাশ্ৰয়ী মহলটোৰ সৈতে হাত নিমিলোৱা হেতুকেই ওপৰত উল্লিখিতসকলক দেশবৈৰী আখ্যা দিয়া হৈছে। নাজীবাদবিৰোধী ভূমিকা লোৱা জাৰ্মানীৰ এচাম বিজ্ঞানী আৰু পণ্ডিতেও এইদৰেই সংকটৰ সন্মুখীন হৈছিল।

আজি আমাৰ সমাজলৈ নমাই আনিব বিচৰা হৈছে ফেচিবাদ, অৰ্থাৎ স্বাধীন চিন্তাৰ নাগৰিকৰ স্থিতি নস্যাৎ কৰি দিবলৈ বিচৰা হৈছে। স্বাৰ্থজড়িতমহল ত্ৰাসিত এইবাবেই যে চৈয়দ আব্দুল মালিকে তেওঁলোকৰ চিন্তাৰ সৈতে বাট বুলিবলৈ বিচৰা নাই। সেই বাটেৰে যাব নোখোজা বাবে নৃশংস অত্যাচাৰ কৰি সাংবাদিক

কমলা শইকীয়াক হত্যা কৰা হৈছিল। শইকীয়াৰ একমাত্ৰ অপৰাধ তেওঁ মনৰ কথা খুলি ক'বলৈ বিচাৰিছিল। অসমৰ বিভিন্ন ঠাইত কেতবোৰ মহলে কেতবোৰ কাকতৰ প্ৰচাৰ বন্ধ কৰিবলৈ আপ্ৰাণ চেষ্টা চলাই আহিছে। স্বাৰ্থজড়িত মহলটোৰ সৈতে মতপাৰ্থক্য হোৱা হেতুকে এই ধৰণৰ চেষ্টা চলোৱা হৈছে। সফল গণতন্ত্ৰৰ বাবে বিশেষভাৱে প্ৰয়োজন হ'ল প্ৰকাশৰ স্বাধীনতা। যিকোনো নাগৰিকে গণতন্ত্ৰত চৰকাৰক কটু ভাষাৰে সমালোচনা কৰিব পাৰে, প্ৰশংসাও কৰিব পাৰে। তাৰ বাবে কাৰো ওচৰত জবাবদিহি হোৱাৰ প্ৰয়োজন নাই। গণতন্ত্ৰত ব্যক্তিৰ বিকাশেই সকলো ধৰণৰ মানৱীয় কল্যাণৰ উৎস; ইয়াৰ বাবে এহাতে প্ৰয়োজন ব্যক্তি-স্বাধীনতা আৰু আনহাতে জীৱনৰ সকলো ক্ষেত্ৰতেই যুক্তিৰ প্ৰয়োগ। এই গণতান্ত্ৰিক ভাবধাৰাক উদ্বুদ্ধ কৰিবলৈ ১৮ শতিকাৰ শেষভাগতেই জাৰ্মান মনীষী হুমবল্টে কৈছিল যে মানুহে কেৱল নিজৰ চেষ্টাৰেই নিজৰ ব্যক্তিত্ব বিকশাই তুলি সম্পূৰ্ণ স্বাধীনতা ভোগ কৰিব নোৱাৰে, যদিহে বাহিৰৰ পৰিৱেশ সুচল নহয়।

আমাৰ হেজাৰ বছৰীয়া ইতিহাসত সাধাৰণ লোকে ব্যক্তি-স্বাধীনতা ভোগ কৰাৰ কোনো প্ৰমাণ নাই। ৰজা, জমিদাৰ, পুৰোহিতৰ অধীনতেই দাস হিচাপে জীৱিকা নিৰ্বাহ কৰিবলগা হৈছিল সাধাৰণ প্ৰজাই। ধৰ্মশাস্ত্ৰ আৰু ৰাজশক্তিৰ নিৰ্দেশ অমান্য কৰাৰ অধিকাৰ সাধাৰণ প্ৰজাৰ নাছিল; কিন্তু অলেখ ত্ৰুটি থাকিলেও আজিৰ নাগৰিকে অন্ততঃ মুকলিভাৱে মনৰ ভাব প্ৰকাশ কৰাৰ অধিকাৰ লাভ কৰিছে। পশ্চিমৰ যিটো বাটেৰে আমি আজি প্ৰকাশৰ স্বাধীনতাৰ এই অধিকাৰ লাভ কৰিবলৈ সক্ষম হ'লোঁ তাৰ অন্যতম প্ৰবক্তা জন ষ্টুৱাৰ্ট মিলে কৈছিল যে ব্যক্তিৰ সৰ্বাংগীণ বিকাশৰ বাবে বিশেষকৈ তিনিটা কাৰণত চিন্তা আৰু মত প্ৰকাশৰ পূৰ্ণ স্বাধীনতা প্ৰতিষ্ঠিত হোৱা উচিত। প্ৰথমতে, কোনো ব্যক্তিয়ে নিজৰ সিদ্ধান্ত অভ্ৰান্ত বুলি দাবী কৰিব নোৱাৰে, কিয়নো বিপৰীত পক্ষৰ মাজতো সত্য থাকিব পাৰে। দ্বিতীয়তে, আমাৰ প্ৰত্যেকৰে যিহেতু সীমাবদ্ধ অভিজ্ঞতা, সেইবাবে পূৰ্ণ সত্য লাভ কৰাটো কঠিন। বিভিন্ন সিদ্ধান্তৰ ঘাত-প্ৰতিঘাতৰ ফলতহে অপেক্ষাকৃতভাৱে সত্য প্ৰতিষ্ঠা হোৱাটো সম্ভৱ। তৃতীয়তে, কোনো প্ৰচলিত ধাৰণা যদি সম্পূৰ্ণ সত্যও হয়, বিৰোধী সমালোচনাৰ অভাৱত সি অন্ধ-সংস্কাৰত পৰিণত হয় আৰু ফলস্বৰূপে তাৰ দ্বাৰা মনৰ বিকাশ সম্ভৱ হৈ নুঠে। আমাৰ শাস্ত্ৰৰ বাণীসমূহে আজিৰ মানুহক আকৰ্ষণ নকৰাৰ অন্তৰালতো ইয়েই কাম কৰিছে। গণতন্ত্ৰত প্ৰতিজন মানুহৰ জীৱনেই মূল্যবান আৰু প্ৰত্যেকৰ শ্ৰম আৰু ভাব বিনিময়ৰ ফলস্বৰূপেহে সমাজ আগবাঢ়ে; কিন্তু ফেচিষ্টসকলে নিজৰ বাহিৰে আন কাৰো মতক গুৰুত্ব দিবলৈ নিবিচাৰে। জি. এইচ. চেবাইনে ৰাজনৈতিক মতবাদৰ

ইতিহাসত এইদৰে ব্যাখ্যা দাঙি ধৰিছে যে উদাৰ চিন্তা অনুসৰি অধিক সংখ্যক মানুহৰ অধিকাৰ সুযোগ সুপ্ৰতিষ্ঠিত কৰাৰ নামেই হ'ল প্ৰগতি। এই প্ৰগতি দৈৱশক্তি বা ঐতিহাসিক নিৰ্দেশৰ ফল নহয়। ইয়াৰ উৎস হ'ল মানুহৰ স্বাধীনতা স্পৃহা আৰু যুক্তিপ্ৰয়াসী মন। এই দুয়োবিধৰ মিলনতেই সৃষ্টিৰ উৎস গঢ়ি উঠে; কিন্তু যিকোনো ধৰ্মই মানুহক কেৱল ঈশ্বৰৰ ওচৰত আত্মসমৰ্পণৰ নিৰ্দেশহে দি আহিছে। আনকি খৃষ্টান ধৰ্মতো ঈশ্বৰৰ ওচৰত ব্যক্তিৰ নিঃচৰ্ত আত্মসমৰ্পণৰ কথাকে কোৱা হৈছে। বহুতে মাৰ্টিন লুথাৰ অথবা কেলভিনক সংস্কাৰবাদী বুলি কয় যদিও এৰিকট্ৰমৰ মতে এওঁলোক দুয়ো কেথলিকসকলতকৈ বেছি গোড়া আৰু অসহিষ্ণু আছিল। শাস্ত্ৰৰ বচন আৰু গুৰুবাণীত বাহিৰে সাধাৰণ লোকক তেওঁলোকৰ কাৰ্যত প্ৰাধান্য দিয়া নহৈছিল।

অসমৰ ইতিহাসৰ পাত লুটিয়ালেও দেখা যায় যে সংস্কৃতিৰ ঠাই যেতিয়া অপসংস্কৃতিয়ে দখল কৰিছে, অযোগ্যই সিংহাসনত বহাৰ সুযোগ পাইছে তেতিয়াই সমাজ জীৱনলৈ বিপৰ্যয় নামি আহিছে। হিতেশ্বৰ বৰবৰুৱাৰ 'আহোমৰ দিন'ত তেনে বিপৰ্যয়ৰ আগজাননী এইদৰে উল্লেখ কৰিছে,—চন্দ্ৰকান্ত সিংহ এজন দুৰ্বল প্ৰকৃতিৰ ৰজা আছিল। দুৰ্বল প্ৰকৃতিৰ চন্দ্ৰকান্ত সিংহই পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ সাৰগৰ্ভ কথাৰ মৰ্ম ভালকৈ বুজিব নোৱাৰিলে। সতৰাম চাৰিঙীয়া ফুকনৰ কথাকেই তেওঁ ধ্ৰুব বুলি জানিলে। ইফালে ৰজাক এনেকৈ বুজাই দিয়া হ'ল যে পূৰ্ণানন্দ বুঢ়াগোহাঁই ৰাজ্যৰ গুৰিয়াল হৈ থাকে মানে ৰজাৰ অভিষেক নহয়; এতেকে তেওঁক মাৰিলেহে কাৰ্য সফল হ'ব। এই মন্ত্ৰণাত ৰজাও আছিল, কিন্তু বুদ্ধিমতী ৰাজমাও দেউতা (তেখেত সন্দিকৈ ঘৰৰ জীয়াৰী, নৰোত্তম বৰফুকনৰ নাতিনীয়েক আৰু সৰু বলীয়া ৰাজখোৱাৰ জীয়েক) এই মন্ত্ৰণাৰ বিৰোধী আছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁৰ ল'ৰা দুয়োটিকে ৰজা পালে দেখি, ডাঙৰীয়ালৈ ৰাজমাও দেউতাৰ বৰ উচ্চ ভাব আছিল; কিন্তু স্বৰ্গদেৱৰ শিৰত শনি উঠিছে, ৰাজমাও দেউতাৰ সজ কথা, সজ উপদেশ চন্দ্ৰকান্ত সিংহই হেলা কৰি উৰাই দিবলৈ ধৰিলে।

"ইফালে সতৰামেও দিনে দিনে ডাঙৰীয়াসকলক অৱজ্ঞাৰ চিন দেখুৱাবলৈ ধৰিলে। সতৰাম ৰজাৰ ইমান মৰমৰ পাত্ৰ হৈছিল যে স্বৰ্গদেৱৰ সৈতে একে আসনতে সময়ে সময়ে তেওঁ বহিছিল। এদিন বুঢ়াগোহাঁই ডাঙৰীয়া ৰজাৰ চাঙলৈ গৈছিল। সেই সময়ত সতৰাম স্বৰ্গদেৱৰ সৈতে একে আসনতে বহি আছিল। ডাঙৰীয়াই স্বৰ্গদেৱক সেৱা কৰিলে; সতৰামে কিন্তু ৰজাৰ আসনৰ পৰা গাকে নলৰালে। ডাঙৰীয়াই এইটোত মৰণান্তিক হোৱা যেন পালে। সতৰামৰ আৰু

বুঢ়াগোহাঁই ডাঙৰীয়াৰ মাজত ক্ৰমে মনান্তৰ বাঢ়িবলৈ ধৰিলে। দুইবো ফালে দুদল মানুহ হ'ল ঃ প্ৰাচীন বংশীয় বিবেচক আৰু দেশানুৰাগী লোক মাত্ৰেই বুঢ়াগোহাঁই ডাঙৰীয়াৰ ফলীয়া হ'ল; ডেকা, নকৈ হোৱা বিষয়া আৰু অৰ্বাচীন লোকবোৰ সতৰামৰ ফলীয়া হ'ল। ইফালে সিফালৰ আৰু সিফালে ইফালৰ অহিতাচৰণ কৰিবলৈ মন্ত্ৰণা আৰু ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। ভূতৰ পুতেকৰ পক্ষৰ লোকসকলে ৰাতি ৰাতি বুঢ়াগোহাঁই ডাঙৰীয়াক মাৰিবৰ মন্ত্ৰণা দিনৌ কৰিবলৈ ধৰিলে। সিহঁতৰ ভিতৰত এজন বুঢ়াগোহাঁই হয়, আৰু জনচেৰেকে তেওঁক বেৰি ধৰি মাৰে। এইদৰে আখৰা কৰা হৈছিল।”

এই ধৰণৰ অপৈণত বুদ্ধিমত্তাই সেই সময়ত এইটোকে সূচাইছিল যে আহোম ৰাজত্বৰ বেলি ডুব যাবলৈ বেছিপৰ নাছিল। আজিও আমাৰ সমাজৰ বিবেকচালিত সুষম ধাৰাটোক কূট-কৌশলেৰে বিসৰ্জন দিবলৈ বিচৰা হৈছে আৰু বেদখল কৰিবলৈ লৈছে সমাজবিধ্বংসী ধাৰাটোৱে। মহেশ্বৰ নেওগ অথবা বিজয় চন্দ্ৰ ভাগৱতীৰ দৰে লোকে অসমৰ জাতীয় জীৱনলৈ যিমানখিনি অৱদান আগবঢ়াইছে তাৰ হেজাৰ ভাগৰ এভাগ আগবঢ়োৱা লোক সেই সমালোচকসকলৰ মাজত কোনোবা আছেনে? চৈয়দ আব্দুল মালিকৰ মতৰ সৈতে আমাৰ মত সকলো সময়তে একে নহ'ব পাৰে; কিন্তু অসমীয়া তথা ভাৰতীয় সাহিত্যলৈ মালিকে যি অৱদান আগবঢ়াইছে তাৰ সৈতে তুলনা কৰিব পৰা দ্বিতীয়গৰাকী ব্যক্তি অসমত আছেনে? অসমৰেই কেৱল নহয়, পূব ভাৰতৰ অনন্য শিল্পী হিচাপে ভূপেন হাজৰিকা এগৰাকী স্বীকৃত ব্যক্তি; কিন্তু এইখন ৰাজ্যত তেওঁ হৈ পৰিছে উপহাসৰ পাত্ৰ। সমাজৰ মূল সমস্যা এৰি অস্ত্ৰত শাণ দিয়া হৈছে এইসকলৰ বিৰুদ্ধে। ন্যস্তস্বাৰ্থজড়িত মহলটোৱে একমাত্ৰ নিজৰ প্ৰভাৱ বিস্তাৰৰ দৃষ্টিভংগী সন্মুখত ৰাখিয়েই সমাজ বিবেকৰ দেহত অসত্যৰ ইন্দ্ৰজালেৰে সন্মোহনী বাণ মাৰিবলৈ লৈছে। এইসকলে বিপ্লৱৰ অৰ্থ নুবুজাকৈয়ে বিপ্লৱৰ ধ্বনি আওৰায়— সমাজৰ গতিধাৰাক বাধা দি ব্যক্তিগত স্বাৰ্থ পূৰণৰ উদ্দেশ্যে। সেইসকলৰ অতীত জীৱনৰ প্ৰতি অনুধাৱন কৰিলে দেখিবলৈ পোৱা যায় যে ব্যক্তিগত উচ্চাভিলাষত বাহিৰে সামাজিক জীৱনৰ সৈতে জড়িত থকাৰ কোনো প্ৰমাণ নাই।

তথাকথিত বিপ্লৱৰ নামত মানুহক দিক্‌ভ্ৰান্ত কৰাৰ দৃষ্টান্ত ইতিহাসত বহুতো পোৱা যায়। কাৰ্ল মাৰ্ক্সৰ সময়ৰ কথা—পৰিচিত থকা জাৰ্মান কবি হেৰ বেগ তেতিয়া অৱতাৰ সদৃশ হৈ পৰিছে। তেওঁৰ কবিতাত কেৱল বিপ্লৱৰ বাণী উদ্ভাসিত হৈছে। কিন্তু মাৰ্ক্স আৰু তেওঁৰ অনুগামীসকলে কবিৰ অভিসন্ধি বুজি পোৱাত অসুবিধা নহ'ল। সংগ্ৰাম, বিপ্লৱ, মুক্তি আদি শব্দৰেই কবিয়ে ব্যক্তিগত ফয়দা তুলিবলৈ লোৱা কাৰ্যত

বাধাদান কৰিবলৈ লোৱা হ'ল। মার্ক্সে যুক্তিসহকাৰে বুজাই দিলে যে কবি হেৰ বেগে বিপ্লবৰ ধ্বনি দি নিষ্ঠাবান কর্মীসকলক পিছুলৈহে টানিছে।

মূল্যবোধৰ পৰিবৰ্তন সামাজিক অগ্রগতিৰ পৰিচায়ক। আনহাতে মূল্যবোধৰ অবক্ষয় ধ্বংসৰ আগজাননী। আজি আমি লাভ কৰা মূল্যবোধসমূহ হঠাতে ওপৰৰ পৰা সৰি পৰা নাই। আমাৰ ভাষা-সাহিত্য, সংগীত-কলা লাভ কৰিবলৈ সক্ষম হৈছোঁ পূর্বপুৰুষসকলৰ অনলস সাধনাৰ ফলস্বৰূপে। এনে সাধনাত একাগ্রচিত্তে ব্রতী হৈ আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা, লম্বোদৰ বৰা, চন্দ্রনাথ শর্মা, গণেশ গগৈ, বাণীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা আদিয়ে অকালতে প্ৰাণ বিসর্জন দিব লগা হৈছিল। পূর্বপুৰুষসকলৰ পৰা পৰম্পৰাগতভাৱে লাভ কৰি অহা মূল্যবোধ বিসর্জন দিবলৈ হ'লে মানুহ হিচাপে আমাৰ অস্তিত্বই বিপন্ন হৈ পৰিব আৰু এইখন সমাজ অৰণ্যলৈ ৰূপান্তৰিত হ'ব। পৰম্পৰাগত মূল্যবোধৰ হেতুকে আমি পিতৃ-মাতৃক শ্রদ্ধা কৰি আহিছোঁ, শিক্ষক আৰু বয়োজ্যেষ্ঠজনক সম্মান কৰিছোঁ। সেইবাবে একোজনৰ আচৰণতেই সমাজ একোখনৰ স্বৰূপ ফুটি উঠে বুলি কোৱা হয়। গতিকে সাম্প্রতিক মূল্যবোধৰ অবক্ষয়ৰ হেতুকেই আমাৰ সমাজত একপ্ৰকাৰ অর্ধমানৱৰ ৰাজত্ব চলিবলৈ পাইছে।

আমাৰ সমাজ জীৱনত অৱক্ষয়ৰ এই সংক্রমণ সীমাবদ্ধ হৈ থকা নাই, সকলো দিশতেই চলিছে এই সংক্রমণ। এই গেলা ঘাঁৰ স্বৰূপ এইদৰে ইয়াত দাঙি ধৰিবলৈ গৈ আমি আনন্দ লাভ কৰা নাই; কিন্তু এখন ভয়াবহ ছবি দেখাৰ সম্ভাৱনাতহে আমি এই বিষয়টোৰ ওপৰত গুৰুত্ব দিবলৈ বিচাৰিছোঁ। সমাজৰ বিবেকস্বৰূপ মানুহখিনিক পৰিকল্পিত অপপ্রচাৰেৰে অদৰ্কাৰী কৰি দিব পাৰিলেই দুষ্কৃতিয়ে বাজীমাৎ কৰাৰ সুযোগ পায় আৰু ৰাজ্যখনকো গৃহযুদ্ধৰ মাজলৈ ঠেলি দিয়াটো সম্ভৱ হৈ পৰে। সেইবাবেই পাতনি মেলা হৈছে এইখন খোলা মঞ্চৰ। পৰম্পৰাগত সংস্কৃতিৰ ধাৰাটোক সজীৱ কৰি ৰখাৰ বাবে প্রত্যেকেই বৰঙণি আগবঢ়াওক। সেয়ে নহ'লে ইতিমধ্যে সূচনা হোৱা গৰাখহনীয়াৰ গ্রাসত সকলোৱে নিমজ্জিত হ'ব লাগিব।

অর্থনীতি বিজ্ঞানৰ ক-খ পাঠতেই এষাৰ কথা আছে—Bad money drives out good money out of circulation. ধাতুৰ মুদ্রা প্রচলন থকাৰ সময়ত মানুহে চকচকীয়া নতুন মুদ্রাবোৰ সাঁচি ৰাখি বেয়া ক্ষয় যোৱা মুদ্রাহে বজাৰত এৰি দিছিল। ফলস্বৰূপে বজাৰত মুদ্ৰাৰ নাটনি হৈছিল আৰু এই ব্যৱস্থাই একপ্ৰকাৰ অর্থনৈতিক সংকটৰ সৃষ্টি কৰিছিল। তেনেদৰেই আজিও ভাল মানুহক সমাজৰ পৰা আঁতৰাই ৰাখিবলৈ বিচৰা হৈছে। ○

# অসমৰ উন্নয়ন আৰু নেডফি

অসমত বিত্তীয় প্ৰতিষ্ঠানসমূহে ঋণ যোগান ধৰাৰ ক্ষেত্ৰত অন্যতম অন্তৰায় হ'ল আমাৰ এচাম যুৱকৰ মাজত ঋণ পৰিশোধৰ মানসিকতা নথকাটো। উত্তৰ-পূব উন্নয়ন বিত্ত নিগম লিমিটেড বা সংক্ষেপে নেডফি নামেৰে জনাজাত বিত্তীয় প্ৰতিষ্ঠানটোৱে আগবঢ়োৱা তথ্য অনুসৰি অসমত ঋণ পৰিশোধৰ হাৰ মাত্ৰ ১৯ শতাংশ। অৱশ্যে উত্তৰ-পূৰ্বাঞ্চলৰ আন আন ৰাজ্যতো ঋণ পৰিশোধৰ ছবিখন উজ্জ্বল নহয়। ত্ৰিপুৰা ঋণ পৰিশোধৰ ক্ষেত্ৰত অতি পিছপৰা। সেই ৰাজ্যখনত ঋণ পৰিশোধৰ হাৰ ১০ শতাংশ। অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ উন্নয়নৰ ক্ষেত্ৰখন মুকলি কৰাৰ ক্ষেত্ৰত যথেষ্ট মূলধনৰ প্ৰয়োজন। কিন্তু অকল মূলধনেই আমাৰ উন্নয়ন সাধন কৰিব নোৱাৰে। ইয়াৰ বাবে সকলোৰে সহযোগিতা আৰু পৰিশ্ৰমী মানসিকতাৰো প্ৰয়োজন আছে।

নেডফিয়ে আগবঢ়োৱা সাহায্যৰ আধাৰত প্ৰতিষ্ঠিত প্ৰকল্পসমূহে অসমকে ধৰি উত্তৰ-পূৰ্বাঞ্চলত ৫০০ কোটি টকা মূলধন গঠন কৰিব পাৰিছে আৰু ইয়াৰ জৰিয়তে ১৫ হেজাৰ লোকক প্ৰত্যক্ষভাৱে নিয়োগৰ সুবিধা দিছে। আনহাতে, কেবা হেজাৰ লোক পৰোক্ষভাৱে নিয়োজিত হ'ব পাৰিছে। আগেয়ে বিত্তীয় প্ৰতিষ্ঠানসমূহে বৃহৎ ঋণহে যোগান ধৰিছিল। ক্ষুদ্ৰ ঋণ আগবঢ়োৱাৰ ক্ষেত্ৰত এই বিত্তীয় প্ৰতিষ্ঠানসমূহ আগ্ৰহী নাছিল। পিছে দেখা যায় যে ৰাজ্যখনৰ জনসাধাৰণৰ সকলোৰে হিত সাধন কৰিবলৈ হ'লে এনে ধৰণৰ বৃহৎ ঋণ কোনোপধ্যে সহায়ক নহয়। আনহাতে, ক্ষুদ্ৰ উদ্যোগসমূহে একো একোখন ৰাজ্যৰ মুঠ ঘৰুৱা উৎপাদন বৃদ্ধিৰ ক্ষেত্ৰত এক ভূমিকা লোৱা দেখা যায়, যিটো বৃহৎ উদ্যোগসমূহে কৰিব নোৱাৰে। নেডফিয়ে সেইবাবেই এতিয়া ক্ষুদ্ৰ ঋণ আগবঢ়োৱাৰ ওপৰত জোৰ দিছে। বেচৰকাৰী স্বেচ্ছাসেৱী সংস্থা, আত্মসহায়কাৰী গোট, ক্ষুদ্ৰ উদ্যোগী আদিক

এই বিত্তীয় সংস্থাটোৱে অগ্ৰাধিকাৰ দিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিছে। এতিয়ালৈকে নেডফিয়ে ১২২টা বেচৰকাৰী স্বেচ্ছাসেৱী সংস্থালৈ বিত্তৰ যোগান ধৰিছে আৰু এই সংস্থাসমূহৰ অধীনত থকা ১০৬৬টা আত্মসহায়কাৰী গোটে মুঠ ১০,৯৫৫ গৰাকী হিতাধিকাৰীক সামৰি ল'বলৈ সক্ষম হৈছে। চৰকাৰী চাকৰিৰ ক্ষেত্ৰখন যেতিয়া সংকুচিত তথা স্তিমিত হৈ পৰিছে তেতিয়া স্ববিনিয়োজন বা আত্মসহায়কাৰী গোটসমূহে নিবনুৱা সমস্যা দূৰ কৰাৰ ক্ষেত্ৰত এক বৃহৎ ভূমিকা ল'ব পাৰে। সম্প্ৰতি অসমত এনে ধৰণৰ আত্মসহায়কাৰী গোটৰ সংখ্যা বৃদ্ধি পোৱাটো অতিকৈ উৎসাহজনক হৈছে। ক্ষুদ্ৰ ক্ষুদ্ৰ উৎপাদনকাৰীসকলৰ আন এক প্ৰধান সমস্যা হৈছে তেওঁলোকৰ উৎপাদিত সামগ্ৰীৰ বিপণন। এই উৎপাদিত সামগ্ৰীসমূহ তেওঁলোকে ক'ত কেনেকৈ বিক্ৰী কৰিব, গ্ৰাহক পাব নে ইত্যাদি সমস্যাসমূহে ক্ষুদ্ৰ উদ্যোগীসকলক সততে বিমোৰত পেলোৱা দেখা যায়। নেডফিয়ে গুৱাহাটীৰ আমবাৰীত বেচোতা আৰু কিনোতাৰ উমৈহতীয়া মঞ্চ এখনি গঢ়ি তোলাৰ উদ্দেশ্যেৰে 'নেডফি হাট' নামৰ ব্যৱস্থা এটা গঢ়ি তুলিছে। এই 'নেডফি হাট'ত ক্ষুদ্ৰ উৎপাদনকাৰীসকলে তেওঁলোকৰ উৎপাদিত সামগ্ৰীসমূহ প্ৰদৰ্শন কৰি বিক্ৰী কৰিব পাৰে। ইতিমধ্যে 'নেডফি হাটে' ক্ষুদ্ৰ উৎপাদনকাৰী আৰু এনে উৎপাদিত সামগ্ৰীৰ গ্ৰাহকসকলক আকৰ্ষণ কৰা দেখা গৈছে। তদুপৰি দিল্লীৰ ওচৰৰ নইদাত আন্তৰ্জাতিক বাণিজ্যিক প্ৰদৰ্শনীতো কেইটামান বিপণন কেন্দ্ৰ লোৱাৰ বাবে নেডফিয়ে যো-জা চলাই আছে।

ৰাজ্যখনৰ যুৱচামৰ মাজত চাকৰি বিচৰাৰ মানসিকতাৰ কিঞ্চিৎ হ'লেও পৰিবৰ্তন হোৱা দেখা গৈছে। কিন্তু এই মানসিকতাৰ পৰিৱৰ্তনৰ বাবে চৰকাৰ তথা বিভিন্ন সংস্থাই আত্মসহায়ক গোটৰ জৰিয়তে স্বাৱলম্বী হোৱাৰ বাবে প্ৰচাৰ আৰু প্ৰশিক্ষণ দিব লাগিব। ইণ্ডিয়ান ইনষ্টিটিউট অব্ এণ্টাৰপ্ৰিনিউৰৰ সহযোগত নেডফিয়ে গুৱাহাটী, শিলচৰ, আগৰতলাকে আদি কৰি অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ প্ৰধান চহৰবোৰত প্ৰথম প্ৰজন্মৰ কাৰিকৰী উদ্যোগী সৃষ্টিৰ বাবে বিশেষ প্ৰশিক্ষণ আঁচনি লৈছে। আনহাতে, নেডফিৰ তৰফৰ পৰা এইবোৰ চহৰত সচেতনতা বৃদ্ধিৰ বাবে কেবাখনো আলোচনা-চক্ৰও অনুষ্ঠিত কৰা হৈছে।

আমাৰ ৰাজ্যখনত পৰ্যটন উদ্যোগ, পাটচৌলি, জেৰানিয়াম আদি সুগন্ধি তেল উৎপাদন, মৰাপাট উদ্যোগ আদি ভালেমান ক্ষেত্ৰত ব্যৱসায়ৰ যথেষ্ট সম্ভাৱনা আছে। কিন্তু দেখা যায় যে আন্তঃগাঁথনিৰ অভাৱত এই উদ্যোগসমূহ আশানুৰূপভাৱে গঢ়ি উঠা নাই। আনহাতে, প্ৰধান প্ৰধান চহৰসমূহত কিছু আন্তঃগাঁথনি থকা হেতুকে উদ্যোগসমূহ দুই-এখন চহৰতেই স্তূপীকৃত হৈ আছে।

ফলত অন্যান্য অঞ্চলৰ উন্নয়ন ব্যাহত হৈছে। ভূমি আৰু বিদ্যুতৰ সহজলভ্যতা এতিয়া চৰকাৰে সৃষ্টি কৰিব পৰা নাই। অসমত ভূমি আৰু বিদ্যুতৰ সহজলভ্যতাৰ ছবিখন অতি ধূসৰ। মেঘালয় চৰকাৰে যি সময়ত উদ্যোগীসকললৈ প্ৰতি ইউনিটত ১.৬০ টকাত বিদ্যুতৰ যোগান ধৰিছে তেতিয়া অসমত বিদ্যুতৰ দৰ বৃদ্ধি কৰি উদ্যোগীসকলক চৰকাৰে নিৰাশ কৰি তুলিছে। আনহাতে, ৰাজ্যখনত ভূমিৰ দৰ বৃদ্ধি পোৱা বাবে মাটি কিনি উদ্যোগ স্থাপন কৰাটো অসম্ভৱ হৈ পৰিছে। ৰাজ্য চৰকাৰে আন্তঃগাঁথনি নথকা ঠাইত উদ্যোগীসকলক মাটি দিলে কোনো লাভ নাই। আন্তঃগাঁথনি থকা নগৰসমূহতেই মাটি সহজলভ্য কৰাৰ ব্যৱস্থা চৰকাৰে কৰিব লাগিব। প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে প্ৰতি বছৰে ৫০ কোটি টকা ঋণ বিতৰণ কৰিব লাগে বুলি লক্ষ্য বান্ধি দি উদ্যোগীসকলক উৎসাহিত কৰিছে। নেডফিয়ে এই বছৰ এই লক্ষ্য পূৰণ কৰি ৫১.১ কোটি টকাৰ ঋণ আগবঢ়াবলৈ সক্ষম হৈছে। যোৱা বছৰো এই সংস্থাটোৱে ৫০.৭৯ কোটি টকা ঋণ আগবঢ়াইছিল। নেডফিৰ মূলধনো ১০০ কোটিৰ পৰা বাঢ়ি গৈ ২২০ কোটি টকা হৈছেগৈ। দেশখনৰ প্ৰসিদ্ধ কেতবোৰ সংস্থাৰ জৰিয়তে কিছুমান আৰ্থ-কাৰিকৰী অধ্যয়ন চলোৱা হৈছিল। তাৰ ফলশ্ৰুতিত উত্তৰ-পূৰ্বাঞ্চলত পোৱা কেঁচামালৰ ভিত্তিত কেবাটাও উদ্যোগ ইতিমধ্যে স্থাপিত হৈছে। তীখা, লো, মিশ্ৰধাতু, ডিজিটেল ইলেক্ট্ৰনিক মিটাৰ, প্ৰসাধন সামগ্ৰী আদিৰ উদ্যোগ স্থাপনৰ বাবে নেডফিয়ে যথেষ্ট ঋণ আগবঢ়াইছে আৰু এইবোৰ উদ্যোগত বাহিৰৰ বিনিয়োগকাৰী আকৰ্ষণ কৰিবলৈকো নেডফি সমৰ্থ হৈছে। পাটচৌলিৰ দৰে ঔষধি গুণসম্পন্ন আৰু সুগন্ধি উদ্ভিদৰ খেতি জনপ্ৰিয় কৰাৰ ক্ষেত্ৰত নেডফিয়ে সফলতা লাভ কৰিছে। কলিয়াবৰ, বিশ্বনাথ চাৰিআলি আৰু তেজপুৰত পাটচৌলি ডিষ্টিলেছন গোট স্থাপন কৰা হৈছে। প্ৰায় ৮০০ একৰ মাটিত পাটচৌলি খেতি কৰাৰ বাবে নেডফিয়ে কৃষকসকললৈ সাহায্য আগবঢ়াইছে। নেডফিৰ যোৱা ছটা বছৰৰ ভূমিকা পৰ্যালোচনা কৰিলে দেখা যায় যে এই বিত্তীয় সংস্থাটোৱে সীমিত মূলধনেৰে এই অঞ্চলটোৰ উন্নয়নৰ বাবে যথেষ্ট নহ'লেও কিছু অৰিহণা আগবঢ়াব পাৰিছে। অৱশ্যে অসমৰ দৰে পিছপৰা ৰাজ্যসমূহৰ উন্নয়নৰ বাবে আমাক অধিক মূলধনৰ প্ৰয়োজন। প্ৰয়োজন এক সবল আন্তঃগাঁথনিৰ। কেন্দ্ৰীয় চৰকাৰে আন্তঃগাঁথনি সৃষ্টিৰ বাবে বিশেষ আঁচনি ল'ব লাগিব আৰু লগতে নেডফি আৰু অন্যান্য বিত্তীয় সংস্থালৈ অধিক মূলধন আগবঢ়াব লাগে যাতে এনে সংস্থাবোৰে উত্তৰ-পূৰ্বাঞ্চলৰ উন্নয়নৰ বাবে আৰু অধিক ভূমিকা সফলভাৱে ল'ব পাৰে। ○

# অসমত ৰাষ্ট্ৰীয়কৃত বেংকৰ ভূমিকা

এসময়ৰ ধনকুবেৰসকলৰ হাতত থকা বেংকসমূহক ৰাষ্ট্ৰীয়কৰণ কৰা হৈছিল, যাতে বেংক সেৱাই সৰ্বসাধাৰণ ৰাইজকো সামৰিব পাৰে আৰু দেশৰ অৰ্থনীতি সবল হোৱাত প্ৰেৰণা পায়। এই দিশটো কেতবোৰ ৰাজ্যত কিছু পৰিমাণে সফল হৈছে যদিও অসমৰ ক্ষেত্ৰত অৱস্থাৰ বিশেষ কোনো পৰিৱৰ্তন পৰিলক্ষিত হোৱা নাই। আমাৰ বোধেৰে এই ক্ষেত্ৰত ৰিজাৰ্ভ বেংক, ৰাজ্য চৰকাৰ আৰু ৰাষ্ট্ৰীয়কৃত বেংকসমূহৰ উমৈহতীয়া প্ৰচেষ্টাত এক কাৰ্যকৰী ব্যৱস্থা লোৱা উচিত; কিয়নো সুদীৰ্ঘ কাল ধৰি এনে অভিযোগ উত্থাপিত হৈ আহিছে যে এই অঞ্চলটোত ৰাষ্ট্ৰীয়কৃত বেংকসমূহৰ সম্প্ৰসাৰণ ঘটোৱা হৈছে একমাত্ৰ ধন সংগ্ৰহ কৰাৰ উদ্দেশ্যেহে। কিন্তু সেই ধন এইখন ৰাজ্যৰ উদ্যোগ আৰু কৃষিত ব্যৱহাৰ কৰাৰ সুযোগ মুকলি কৰি দিয়া হোৱা নাই। তাৰ ফলস্বৰূপে এই অঞ্চলটোত সংগৃহীত মুঠ ধনৰ মাত্ৰ এক তৃতীয়াংশহে ঋণ হিচাপে আগবঢ়োৱা হৈছে। এই কথা নতুনকৈ উল্লেখ কৰাৰ প্ৰয়োজন নাই যে উন্নত পৰ্যায়ৰ কৃষি আৰু উদ্যোগৰ বিকাশৰ বাবে মূলধন অপৰিহাৰ্য। তদুপৰি কেৱল আমাৰ ৰাজ্যখনতেই প্ৰায় কুৰি লক্ষ শিক্ষিত নিবনুৱা আছে। তেওঁলোকৰ বাবে চৰকাৰী চাকৰিৰ দুৱাৰ ইতিমধ্যে বন্ধ কৰি দিয়া হৈছে। আমাৰ নেতাসকলেও সঘনাই কৈ আহিছে যে যুৱক-যুৱতীসকলে চৰকাৰী চাকৰিৰ মোহ পৰিত্যাগ কৰি উদ্যোগ-বাণিজ্য আৰু কৃষিত মনোনিবেশ কৰিব লাগে। এই আহ্বানৰ প্ৰতি সঁহাৰি জনাই শিক্ষিত যুৱকসকলৰ বহুতেই হোটেল, ৰেষ্টোঁৰা, পৰ্যটন আৰু আন ভালেমান উদ্যোগৰ স'তে নিজকে জড়িত কৰাৰ চেষ্টা চলাইছে। দৰাচলতে তেওঁলোকে অতি আন্তৰিকতাৰেই এনেবোৰ বৃত্তিত আত্মনিয়োগ কৰিবলৈ বিচাৰিছে যদিও পোনতেই মূলধনৰ অভাৱৰ হেতুকেই হতাশ হৈ পৰাৰ কথা আমি জানিব পাৰিছোঁ। ঋণ লোৱাৰ

উদ্দেশ্যে বেংকৰ ওচৰ চপা যুৱক-যুৱতীসকলৰ সমুখত পৰ্বতসম বাধা পোৱা বুলি তেওঁলোকে অভিযোগ উত্থাপন কৰিছে আৰু মূৰকত বহুতেই হতাশ হৈ নিজাববীয়াকৈ এনে কাৰ্যত ব্ৰতী হোৱাৰ পৰা বিৰত থাকিবলৈ বাধ্য হৈছে। বেংকৰ ঋণ পাবলৈ হ'লে এনে কেতবোৰ চৰ্ত পূৰণ কৰিব লাগে যে বহু সময়তেই সেইবোৰ নিবনুৱা যুৱক-যুৱতীসকলৰ বাবে সম্ভৱ নহয় আৰু তাৰ ফলস্বৰূপে তেওঁলোক ঋণ প্ৰাপ্তিৰ পৰা বঞ্চিত হ'ব লগাত পৰিছে। তদুপৰি বেংকৰ ফালৰ পৰা নিৰ্দিষ্ট পৰিমাণৰ মূলধন থাকিলেহে ঋণ দিয়া হয় বুলি চৰ্ত আৰোপ কৰা হয়। যদিহে নিৰ্দিষ্ট পৰিমাণৰ মূলধন জমা থাকেই তেন্তে তেনে লোকে বেংকলৈ যোৱাৰ প্ৰয়োজনেই বোধ নকৰে। অকল সিয়েই নহয়, নিৰ্দিষ্ট পৰিমাণৰ ধন জমা থকাৰ পাছতো এনেদৰে কেতবোৰ জামিনৰ চৰ্ত আৰোপ কৰা হয়, যিবোৰ পূৰণ কৰাটো সেইসকল যুৱক-যুৱতীৰ বাবে অসম্ভৱ হৈ পৰে আৰু ফলস্বৰূপে তেওঁলোকে হতাশাত ভুগিব লগা হয়। এই কথা আমি কেতিয়াও ক'বলৈ যোৱা নাই যে চৰ্তহীনভাৱেই সেইসকল যুৱক-যুৱতীক ঋণ দিয়া হওক, কিন্তু চৰ্ত আৰোপ কৰাৰ ক্ষেত্ৰত ইতিবাচক দিশৰহে প্ৰয়োজন; অৰ্থাৎ কেনেদৰে প্ৰকৃতাৰ্থত উদ্যোগী যুৱক-যুৱতীসকলক সহায় কৰিব পাৰি বেংকৰ স'তে জড়িতসকলৰ তেনে মানসিকতাৰহে প্ৰয়োজন। আমাৰ বেংকবোৰে প্ৰায়েই অভিযোগ উত্থাপন কৰি আহিছে যে অসমীয়া যুৱকে ঋণ ল'লে নিয়মীয়াকৈ সেই ঋণ পৰিশোধ কৰাত গুৰুত্ব নিদিয়ে। এই কথা সকলো ক্ষেত্ৰতে নিশ্চয় সঁচা নহয়। নিয়মীয়াকৈ ঋণৰ কিস্তি আদায় দিয়া যুৱকো বহুত আছে। আনহাতে, অসমৰ বাহিৰৰ ঋণ লোৱা সকলোৱেই যে ঋণৰ ধন পৰিশোধ কৰে সেইটোও সত্য নহয়। ইতিমধ্যে প্ৰকাশ পোৱা মতে হেজাৰ হেজাৰ কোটি টকা ঋণ লৈও পৰিশোধ কৰিবলৈ নিবিচৰা বহুতো প্ৰতিষ্ঠান অসমৰ বাহিৰত আছে। সেইবোৰৰ ওপৰত বেংক কৰ্তৃপক্ষই প্ৰয়োজনীয় ব্যৱস্থা ল'বলৈ সাহস নকৰাটো তাৎপৰ্যপূৰ্ণ। বহুতেই এই কথাও ক'ব খোজে যে এইদৰে ঋণ লৈ ঘূৰাই নিদিয়াৰ আঁৰত বেংক কৰ্তৃপক্ষৰ স'তে ঋণীসকলৰো বুজাবুজি আছে। এতিয়া প্ৰশ্ন হ'ল, অসমৰ বাহিৰত যদিহে হেজাৰ হেজাৰ কোটি টকা ঋণ লৈ ঘূৰাই নিদিয়াকৈ থাকিব পাৰে, তেন্তে অসমৰ যুৱকে ৮/১০ লাখ টকা ঋণ লৈ ক্ষুদ্ৰ উদ্যোগ গঢ়াৰ বাবে আগবাঢ়ি আহিলে তেওঁলোকক বিমুখ কৰাৰ অৰ্থ ক'ত। অৱশ্যে এইটোও খাটাং যে এচাম দুষ্ট চৰিত্ৰৰ যুৱকে ভুৱা উদ্যোগ আদি স্থাপন কৰাৰ উদ্দেশ্যে ঋণ লৈ ঘূৰাই দিয়াৰ কথা নাভাবে। কিন্তু তাৰ বাবে আন্তৰিকভাৱে উদ্যোগ-বাণিজ্যত জড়িত হ'বলৈ বিচৰা যুৱক সমাজ নিশ্চয় জগৰীয়া নহয়। এই ক্ষেত্ৰত বাৰে বাৰে উল্লেখ হৈ

থকা বিষয়টো হ'ল, শতাধিক কোটি টকা ছালফাই চৰ্তহীনভাৱে ঋণ লৈ ঘূৰাই নিদিয়াটো। উল্লেখনীয় যে এই ঋণৰ ধনৰ দায়িত্ব অসম চৰকাৰেই লৈছিল। গতিকে এই ক্ষেত্ৰত চৰকাৰে কিদৰে আত্মসমৰ্পণ কৰা আলফা সদস্যসকলৰ স'তে চুক্তিবদ্ধ হৈছিল, সেই কথা জনা নাযায়। কিন্তু এনে কাৰ্যৰ স'তে সৎ যুৱক-যুৱতীসকলক জড়িত কৰাটো উচিত নহয়। এই কথাও আমি কেতিয়াও ক'বলৈ যোৱা নাই যে চৰ্তহীনভাৱেই যুৱক-যুৱতীসকলক ঋণ দিয়া হওক। কিন্তু সেই চৰ্ত এনে ধৰণৰ হ'ব লাগে যাতে যুৱক-যুৱতীসকল হতাশ হোৱাৰ সলনি উৎসাহিত হৈ কৰ্মযজ্ঞত নামি পৰিব পাৰে। কিন্তু আমি বেংকসমূহৰ কাৰ্যকলাপত লক্ষ্য কৰিছোঁ যে প্ৰথম অৱস্থাতেই এনেদৰে গধুৰ চৰ্ত আৰোপ কৰা হয় যাৰ ফলস্বৰূপে ঋণ ল'বলৈ বিচৰাসকল হতাশ হৈ পৰে।

সাম্প্ৰতিক কালৰ সমাজ ব্যৱস্থা আৰু অৰ্থনৈতিক পৰিবৰ্তনৰ ভিত্তিত বেংক ব্যৱস্থাৰ আমূল পৰিবৰ্তনৰ প্ৰয়োজন হৈ পৰিছে। সম্প্ৰতি কুৰি লক্ষ যুৱক-যুৱতী কৰ্মহীন হৈ থাকিব লগা হৈছে, তাৰ ফলস্বৰূপে আমাৰ সমাজ বিশেষভাৱে তেওঁলোকৰ শ্ৰমৰ সদ্‌ব্যৱহাৰৰ পৰা বঞ্চিত হ'ব লগাত পৰিছে। এই কথাও নতুনকৈ উল্লেখ কৰাৰ প্ৰয়োজন নাই যে শ্ৰমেই আজিও অৰ্থনৈতিক বিকাশৰ সৰ্বশ্ৰেষ্ঠ মাধ্যম হৈ আহিছে আৰু তাৰ গুৰুত্ব অৰ্থনীতিৰ গোলকীকৰণৰ ফলস্বৰূপে অধিক বৃদ্ধি পাইছে। গতিকে এই যুৱক-যুৱতীসকললৈ এনেদৰে ঋণ দানৰ ব্যৱস্থা কৰিব লাগে যাতে তেওঁলোক হাৰাশাস্তি হ'ব লগা নহয়। তেনেদৰেই ঋণ আদায়ৰ ক্ষেত্ৰতো আৰম্ভণিৰ পৰাই এনে এক যুক্তিসংগত পদ্ধতি উদ্ভাৱন কৰিব লাগে যাৰ ফলস্বৰূপে তেওঁলোকে ঋণ পৰিশোধ কৰাত অসুবিধা নাপায়। বেংক আৰু এই যুৱক-যুৱতীসকলৰ মাজৰ সম্পৰ্ক উন্নত কৰাৰ উদ্দেশ্যে সময়ে সময়ে বেংকৰ সমস্যা আৰু যুৱক-যুৱতীসকলৰ সমস্যাৰ ওপৰত আলাপ-আলোচনা ইত্যাদি হোৱাটো বাঞ্ছনীয়। কিদৰে একোটা উদ্যোগত সাফল্য অৰ্জন কৰিব পাৰি সেই বিষয়ৰ দিহা-পৰামৰ্শও তেনে আলোচনাতেই চৰকাৰৰ সংশ্লিষ্ট বিভাগৰ লোকেও আগবঢ়াব পাৰে। কিন্তু এতিয়া এনে ধাৰণা হৈছে যেন বেংকৰ ঋণ লাভ কৰাটো কেৱল আঢ্যৱন্তসকলৰ পক্ষেহে সম্ভৱ। যদি সিয়েই হয়, তেন্তে তেনে কাৰ্যৰ দ্বাৰা বেংকে তেলীৰ মূৰত তেল দিয়াহে নহ'ব জানো? বিত্তহীনসকলক মূলধন যোগান ধৰাটো দেশৰ কল্যাণৰ পক্ষেই উপাদেয়, কাৰণ তেনে ক্ষেত্ৰতহে অৰ্থনৈতিক উন্নয়ন সম্ভৱ হ'ব পাৰে। আনহাতে, আমাৰ কৃষকসকলে আজিকোপতি কাবুলীৱালা অথবা তেনে ধৰণৰ ঋণদাতাসকলৰ পৰা অতি বেছি সুদৰ হাৰত ঋণ লৈ এনে গভীৰ সংকটত পৰা দেখা যায়, য'ৰ পৰা উদ্ধাৰ পোৱাটো সম্ভৱ

নহয়। ই নিতান্তই অবাঞ্ছিত। যিসকল কৃষকে শ্ৰমৰ বিনিময়ত দেশৰ অৰ্থনীতিলৈ অৰিহণা আগবঢ়াই আহিছে, সেইসকলে বেংকৰ পৰা ঋণ নোপোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে। এই ক্ষেত্ৰতো বেংক ব্যৱস্থাৰ আমূল সংস্কাৰৰ প্ৰয়োজন হৈছে। সম্প্ৰতি অৰ্থনৈতিক গোলকীকৰণৰ ফলস্বৰূপে প্ৰতিখন ৰাষ্ট্ৰৰেই মুদ্ৰাৰ পৰিমাণ দ্ৰুতগতিত বৃদ্ধি পাই গৈছে, যাৰ ফলস্বৰূপে বিনিয়োগৰ মাত্ৰাও বৃদ্ধি হৈছে। তেনে ধন ভাৰতলৈও আহিছে। সেয়েহে বেংকসমূহে তাৰ ওপৰত দৃষ্টি ৰাখি নতুন নীতি নিৰ্ধাৰণ কৰাৰ প্ৰয়োজন আহি পৰিছে। বিদেশৰ পৰা আমদানিকৃত ধনৰ ঋণৰ সুদৰ পৰিমাণ মাত্ৰ এক অথবা দুই শতাংশ। অথচ আমাৰ ৰাষ্ট্ৰীয়কৃত বেংকৰ সুদৰ পৰিমাণ এতিয়াও ১৪/১৫ শতাংশ হৈয়েই আছে। এই বৰ্ধিত হাৰৰ সুদৰ ধন ঋণ হিচাপে লৈ লাভ কৰাটো যথেষ্ট কঠিন হৈ পৰে। প্ৰকাশ পোৱা মতে ধনৰ পৰিমাণ এতিয়া আমাৰ দেশতো ইমানেই বৃদ্ধি পাইছে যে সুদৰ পৰিমাণ অনায়াসে হ্ৰাস কৰিব পাৰে। সুদৰ পৰিমাণ হ্ৰাস পালেই যে উদ্যোগীসকল লাভৱান হ'ব, সেই বিষয়ত সন্দেহ নাই। কিন্তু কিহৰ বাবে সুদৰ পৰিমাণ হ্ৰাস কৰিবলৈ বিচৰা নাই, সেইটো জনা নাযায়। ৰাষ্ট্ৰৰ অৰ্থনীতি বিকাশৰ স্বাৰ্থতেই সুদৰ পৰিমাণ হ্ৰাস হোৱাটোও বাঞ্ছনীয়। ○

# নদী একত্ৰীকৰণ বিতৰ্ক

মানৱ জাতিৰ বিবৰ্তনৰ লগত অবিচ্ছেদ্যভাৱে জড়িত হৈ আছে জলসম্পদ। পানীৰ ব্যৱহাৰে পৃথিৱীত বহুকেইটা সভ্যতাৰ উৎপত্তি আৰু বিকাশৰ দিশ নিৰ্ধাৰণ কৰিছে। 'পানীয়েই অমূল্য প্ৰাণ' কথাতে কয়। এই অমূল্য সম্পদবিধক লৈ কিমান যে বিবাদ আৰু বিতৰ্কৰ সৃষ্টি হৈছে তাৰ হিচাপ দি অন্ত পেলাব নোৱাৰি। জনসংখ্যা বৃদ্ধি আৰু জনমূৰি আয়ৰ লগত প্ৰত্যক্ষভাৱে পানী আৰু খাদ্যৰ চাহিদা তথা যোগান জড়িত হৈ আছে। ১৯৬০ত বিশ্বৰ জনসংখ্যা আছিল মোটামুটি ৩০০ কোটি। সি ৪০ বছৰৰ ভিতৰতে হ'লগৈ ৬০০ কোটিৰো অধিক। যদিও জনসংখ্যা বৃদ্ধিৰ হাৰ এই সময়ছোৱাত বছৰি ২.১ শতাংশৰ পৰা ১.৪ শতাংশলৈ হ্ৰাস পাইছে তথাপি অহা দুই দশকত বিশ্বৰ জনসংখ্যাই এতিয়াৰ দুগুণ নহ'লেও মোটামুটি এহেজাৰ কোটিৰ ঘৰ চুবগৈ বুলি ধাৰণা কৰা হৈছে। এইড্‌ছ আৰু শেহতীয়াভাৱে ছাৰ্ছ ভাইৰাছৰ মাৰাত্মক প্ৰভাৱৰ ফলশ্ৰুতিত বিশ্ববাসীৰ মাজত মৃত্যুৰ আতংক সৃষ্টি হ'লেও, আৰু আনহাতে পৰিচিত সংক্ৰামক ব্যাধি আৰু মহামাৰীৰ ফলত যথেষ্টসংখ্যক মানুহৰ জীৱন অকালতে নাশ হ'লেও মানুহৰ সামগ্ৰিক জীৱন ক্ষমতা বৃদ্ধি পাইছে। বৰ্তমান বিশ্বৰ জনবহুল অঞ্চলবোৰৰ ভিতৰত আফ্ৰিকাৰ ছাহাৰা অঞ্চলতে জনসংখ্যা বৃদ্ধিৰ হাৰ সৰ্বাধিক। আনহাতে, বিশ্বৰ সৰ্বাধিক জনসংখ্যা থকা দুই দেশ চীন আৰু ভাৰতত ছাহাৰা অঞ্চলৰ দেশবোৰৰ তুলনাত জনসংখ্যা বৃদ্ধিৰ হাৰ অৰ্ধেকৰ পৰা এক চতুৰ্থাংশলৈ কম। তথাপি এই দুই দেশৰ জনসংখ্যাৰ বিপৰীতে হোৱা বৃদ্ধিয়ে আগন্তুক ২০ বছৰত বিশ্বৰ ৩০ শতাংশ জনসংখ্যা কেৱল চীন আৰু ভাৰততে থকাটো নিশ্চিত কৰিছে। ৰাষ্ট্ৰসংঘৰ দ্বাৰা প্ৰকাশিত এই তথ্যাৱলীয়ে নিঃসন্দেহে চীন আৰু ভাৰতৰ দৰে বিশ্বৰ সৰ্বাধিক ঘন বসতি থকা অঞ্চলত পানীৰ সমস্যাই কিমান বৃহৎ ৰূপ গ্ৰহণ কৰিব পাৰে সেই সম্পৰ্কে কিছু আভাস দাঙি ধৰে।

শ্ৰীলংকাৰ ৰাজধানী কলম্বোত থকা আন্তঃৰাষ্ট্ৰীয় জলসম্পদ বিষয়ক এক প্ৰতিষ্ঠানে যোৱা বছৰৰ ছেপ্টেম্বৰত বিশ্বৰ পানীৰ সমস্যাক লৈ ২০২৫ বৰ্ষলৈ এক বিশদ প্ৰতিবেদন প্ৰকাশ কৰিছে। এই প্ৰতিবেদনৰ মতে এতিয়াৰ পৰাই জলসম্পদৰ সঠিক ব্যৱহাৰত সকলো দেশে গুৰুত্ব প্ৰদান নকৰিলে অদূৰ ভৱিষ্যতে পানীৰ ওপৰত নিৰ্ভৰশীল কৃষিকাৰ্যৰ ওপৰত বিৰূপ প্ৰভাৱ পৰিবগৈ পাৰে। পানী আৰু খাদ্যই বিশ্বৰ বৰ্ধিত জনসংখ্যাৰ চাহিদা পূৰণ কৰিবই লাগিব। কিন্তু জনসংখ্যাৰ চাহিদা অনুসৰি খাদ্যৰ উৎপাদন বৃদ্ধি হ'বলৈ হ'লে পানীভাগৰ শুদ্ধ ব্যৱহাৰত মানুহে ব্যুৎপত্তি অৰ্জন নকৰিলে নহ'ব। উল্লেখ্য যে ২০২৫ত ঘৰুৱা, ঔদ্যোগিক আৰু পশুধনৰ বাবে ব্যৱহৃত পানী এতিয়াতকৈ ৫০ শতাংশ বেছি হ'ব। কুৰি শতিকাৰ আৰম্ভণিতে সমগ্ৰ বিশ্বত কৃষিকাৰ্যৰ উদ্দেশ্যে যিমান মাটিত জলসিঞ্চন কৰা হৈছিল সি আজি পাঁচগুণ বৃদ্ধি পাইছে। বিগত অৰ্ধ শতিকাত ঘৰুৱা আৰু ঔদ্যোগিক ক্ষেত্ৰত পানীৰ ব্যৱহাৰ চাৰিগুণ পৰ্যন্ত বাঢ়িছে। এই পটভূমিতে আপেক্ষিকভাৱে কম পানী থকা অঞ্চলবোৰত খৰাং অৱস্থা ৰোধ কৰিবলৈ আৰু একে সময়তে পানীৰ প্ৰাচুৰ্য হোৱা অঞ্চলবোৰত বানপানী সমস্যা ৰোধ কৰিবলৈ নদীসমূহৰ একত্ৰীকৰণৰ প্ৰস্তাৱ বিভিন্ন দেশত উত্থাপিত হৈছে। ১৯৭২ত ভাৰতৰ কেন্দ্ৰীয় জলসিঞ্চন আৰু শক্তিমন্ত্ৰী কে. এল. ৰাৱে গংগা আৰু কাবেৰী নদীক এই উদ্দেশ্যে সংযোজিত কৰাৰ এক অভিলাষী আঁচনি দাঙি ধৰিছিল। কেপ্টেইন দস্তুৰ নামৰ আন এজন বিশেষজ্ঞই তাৰ দুবছৰ পাছতে ভাৰতৰ কেউদিশৰ প্ৰধান নদীসমূহক সংযোজিত কৰা এক বৃহৎ খাল খান্দিবলৈ পৰামৰ্শ দিছিল। ১৯৮০ আৰু ১৯৮২তো কেন্দ্ৰীয় চৰকাৰে ৰাষ্ট্ৰীয় জলসম্পদ বিকাশ সংস্থা গঠন কৰি এই ধৰণৰ এক আঁচনিৰ কাৰ্যকাৰিতা সম্পৰ্কে পৰীক্ষা-নিৰীক্ষাৰ নিৰ্দেশ দিছিল। সদ্যহতে এই আঁচনিৰে যোগফল হিচাপে কেন্দ্ৰীয় চৰকাৰে ৩০ বছৰত সম্পূৰ্ণ কৰাৰ লক্ষ্যৰে সকলো প্ৰধান নদীক সংযোজিত কৰাৰ এক ব্যয়সাপেক্ষ পৰিকল্পনা যুগুতাইছে। সেই উদ্দেশ্যে প্ৰাক্তন শক্তিমন্ত্ৰী সুৰেশ প্ৰভুৰ নেতৃত্বত এক টাস্ক ফ'ৰ্চ গঠন কৰাও হৈছে। ২০০২ৰ মূল্যৰ আধাৰত এই সমগ্ৰ প্ৰকল্পটোৰ ব্যয় নিৰ্ধাৰণ কৰা হৈছে ৫.৬ লাখ কোটি টকা। কিন্তু এই আঁচনিৰ লক্ষ্য যিয়েই নহওক তাৰ উপযোগিতা আৰু প্ৰায়োগিক ভিত্তিক লৈ বিভিন্ন মহলত ব্যাপক তৰ্ক-বিতৰ্কৰ উদ্ভৱ হৈছে।

অলপতে অসম বিজ্ঞান সমিতিয়ে উপৰোক্ত প্ৰকল্পটোক লৈ এক উচ্চ পৰ্যায়ৰ আলোচনা চক্ৰ অনুষ্ঠিত কৰে। এই আলোচনাত উল্লিখিত টাস্ক ফ'ৰ্চৰ উপাধ্যক্ষজনৰ লগতে আন কেবাজনো বিশেষজ্ঞই অংশ লয়। কিন্তু লক্ষ্যণীয়ভাৱে

অংশগ্ৰহণকাৰী অধিকাংশ ব্যক্তিয়ে যুক্তিসহ নদী একত্ৰীকৰণৰ সমগ্ৰ প্ৰচেষ্টাটো আসোঁৱাহপূৰ্ণ বুলি আৰু তাৰ দ্বাৰা প্ৰকৃত উদ্দেশ্য সিদ্ধি হোৱাতকৈও তথাকথিত জলসম্পদৰ প্ৰাচুৰ্য থকা অঞ্চলসমূহতো বিভিন্ন জটিলতাৰ সৃষ্টি হ'ব বুলি অকাট্য যুক্তি দাঙি ধৰে। আলোচনাত হোৱা মতবিনিময়ত এই কথাহে ওলাই পৰে যে নদী একত্ৰীকৰণৰ পৰা সংশ্লিষ্ট বিভিন্ন অঞ্চলত বানপানী সমস্যাৰ সমাধান নহয়। পশ্চিমবংগ আৰু বিহাৰৰ দামোদৰ নদী অববাহিকা প্ৰকল্পতো অনুৰূপ সমস্যাই দেখা দিছিল। আমেৰিকাত এনে ধৰণৰ বহু প্ৰকল্প ইতিপূৰ্বে কাৰ্যকৰী কৰা হয় যদিও এতিয়া কালিফৰ্ণিয়া আৰু কল'ৰাডো প্ৰদেশত তেনে প্ৰকল্পবোৰে ক্ষতিগ্ৰস্ত কৰা নদীসমূহ আগৰ অৱস্থালৈ নিবৰ বাবে অন্য এক ব্যাপক কৰ্মযজ্ঞ আৰম্ভ হৈছে। স্পেইনতো একে ধৰণৰ ঘটনা দেখা গৈছে। চীনতো হোৱাংহো প্ৰকল্পক লৈ বিস্তৰ বিসংগতি পৰিলক্ষিত হৈছে। তদুপৰি ব্ৰহ্মপুত্ৰ বা গংগা উপত্যকাত বানপানীয়ে তাণ্ডৱৰ সৃষ্টি কৰিলেও সংশ্লিষ্ট ৰাজ্যসমূহত আজিকোপতি জলসম্পদৰ ব্যৱহাৰ আৰু জলসিঞ্চনৰ চাহিদা পূৰণৰ বাবে উপযুক্ত ব্যৱস্থা লোৱা হোৱা নাই। এইখিনি কাম কৰিবলৈ বাকী থাকোঁতে ইয়াৰ পানীভাগ দক্ষিণ বা পশ্চিম ভাৰতলৈ বোৱাই নিয়াৰ প্ৰস্তাৱ মুঠেই যুক্তিসন্মত নহয়। অতএব নদী একত্ৰীকৰণৰ সমগ্ৰ বিষয়টো কেন্দ্ৰীয় চৰকাৰে সকলো দিশৰ পৰা চালি-জাৰি চালেহে ভৱিষ্যতে জটিলতাৰ পৰা দেশবাসী সাৰি থাকিব পাৰিব। ○

# হিতেশ্বৰ শইকীয়া লাচিত নে চুকাফা নে...

দ্বিতীয়বাৰৰ বাবে হিতেশ্বৰ শইকীয়া অসমৰ মুখ্যমন্ত্ৰী নিৰ্বাচিত হোৱাৰ পিছত চৈয়দ আব্দুল মালিকে তেওঁৰ সম্পৰ্কত কৰা এটি মন্তব্যৰ পিছতে আৰম্ভ হয় এক বিতৰ্ক। মুখ্যমন্ত্ৰী শইকীয়াৰ উদ্দেশ্যে আয়োজিত সম্বৰ্ধনা সভাত ভাষণ দি তেওঁকো বীৰ লাচিতৰ সৈতে তুলনা কৰা হয়। শইকীয়াই বৰ্তমানৰ সন্ধিক্ষণত অসমৰ শাসন ভাৰ কান্ধত লৈ উগ্ৰপন্থীৰ সমস্যা সমধান কৰি চৰম সংকটৰ পৰা ৰাজ্যখন ৰক্ষা কৰিবলৈ সক্ষম হ'ল। মালিকৰ এই মন্তব্যৰ সন্দৰ্ভত একাধিক চিঠিপত্ৰ সংবাদ পত্ৰত প্ৰকাশ পোৱাৰ উপৰি দুই-এখনত ব্যঙ্গ চিত্ৰও প্ৰকাশ পোৱা দেখা গ'ল। অৱশ্যে সেইবোৰৰ সন্দৰ্ভত কোনো ধৰণৰ বাদ-প্ৰতিবাদত অংশগ্ৰহণ কৰিবলৈ নগৈ মালিক নীৰৱেই থাকিল। মালিকৰ উল্লিখিত উক্তিৰ উত্তাপ শাম কাটিবলৈ নৌপাওঁতেই গুৱাহাটীৰ চুকাফা নগৰত চুকাফা ভৱনৰ আধাৰশিলা স্থাপন উপলক্ষে আয়োজিত সভাত মুখ্য অতিথিৰ ভাষণ প্ৰসঙ্গত লক্ষ্যধৰ চৌধুৰীয়ে সভাত উপস্থিত থকা শ্ৰীহিতেশ্বৰ শইকীয়াক উদ্দেশ্য কৰি কয়— "আমাৰ পৰম সৌভাগ্য যে অন্য এগৰাকী চুকাফাক আজি কাষতে পাইছোঁ। এসময়ত বিভিন্ন জনগোষ্ঠীৰ লোকক সামৰি চুকাফাই এখন সমাজ গঢ়ি তুলিছিল। আজিৰ অসমতো হিতেশ্বৰ শইকীয়াই মুখ্যমন্ত্ৰী হিচাপে তাকেই কৰিবলৈ লৈছে।" চৌধুৰীয়ে তেওঁৰ ভাষণত মুখ্যমন্ত্ৰী শইকীয়াৰ কাৰ্য দক্ষতাৰো শলাগ লয়। অৱশ্যে চৌধুৰীৰ মন্তব্যৰ সন্দৰ্ভত কাকতে-পত্ৰই বিশেষ প্ৰতিক্ৰিয়া হোৱা দেখিবলৈ পোৱা নগ'ল। তাৰ পিছতেই মেদিনী চৌধুৰীয়ে "সমস্ত মস্তক মণি" শিতানৰ এটি নিবন্ধত এইদৰে উল্লেখ কৰিছে,— "এগৰাকী প্ৰবীণ ৰাজনৈতিক ব্যক্তিয়ে মোক কৈছিল যে, তেওঁ নিজ ভকতৰ বশ্য গুণে হিতেশ্বৰ শইকীয়াক অসমৰ সমগ্ৰ জনতাৰ মস্তক মণি স্বৰূপ হৈ পৰিছে। তেওঁ সঁচাকৈ তেওঁৰ জনমুগ্ধ জনগণৰ

বশ্য।"

এই তিনিগৰাকী বিশিষ্ট ব্যক্তিয়ে শইকীয়াক এইদৰে উচ্চস্বৰে প্ৰশংসা কৰাৰ বিপৰীতে একাধিক বাতৰি কাকতে প্ৰথমৰ পৰা শেষ পৃষ্ঠালৈকে শইকীয়াক কটু সমালোচনা কৰাও দেখিবলৈ পোৱা গৈছে। কোনো কাকতেই কেৱল ব্যক্তি বিশেষৰ গুণানুকীৰ্তন অথবা কুৎসাৰটনাৰ মাধ্যম হোৱাটো উচিত নহয়। কাকতৰ স্বত্বাধিকাৰী কোনো ব্যক্তি অথবা প্ৰতিষ্ঠান হ'লেও বাতৰি কাকত ৰাজহুৱা সম্পদ। অৱশ্যে কোনো কাকত বা মহলে ব্যক্তি বিশেষক মাত্ৰাধিক গুৰুত্ব দিয়াটোৱে সংশ্লিষ্ট ব্যক্তিৰ প্ৰভূত প্ৰভাৱক স্বীকাৰ কৰি লোৱাটোহে সূচায়। হিতেশ্বৰ শইকীয়াৰ সন্দৰ্ভতো চাতুকাৰৰ ভূমিকা লোৱাসকলৰ অভিমত অথবা কুৎসাৰটনাকাৰী অভিমতেৰে তেওঁৰ প্ৰকৃত মূল্যাংকন কৰিব নোৱাৰি। এইটোও মনত ৰখা উচিত যে ৰাজনীতিত কোনো মানুহেই ওৰেটো জীৱনৰ বাবে ভাল অথবা বেয়া হৈ নাথাকে। ভাৰতবৰ্ষৰ অন্যতম জনপ্ৰিয় নেতা জৱাহৰলাল নেহৰু চীন-ভাৰত সীমা বিবাদ-লৈ হোৱা উত্তপ্ত পৰিস্থিতিত তীব্ৰ সমালোচনাৰ সন্মুখীন হ'ব লগাত নপৰিছিলনে? তেনে কটু সমালোচনাই নেতাগৰাকীৰ মৃত্যুও চমু চপাই অনা বুলি বহুতে ধাৰণা কৰে। ৰাজন্যবৰ্গৰ ভাট্টা বিলোপ, বেংক জাতীয়কৰণ, পূৰ্ব বংগৰ মুক্তি সংগ্ৰাম ইত্যাদিত ভূয়সী প্ৰশংসা লাভ কৰা ইন্দিৰা গান্ধীও জৰুৰীকালীন অৱস্থাৰ আগে-পিছে তীব্ৰ সমালোচনাৰ সন্মুখীন হৈছিল। এচাম শিখৰ মাজত তেওঁ ইমানেই অপ্ৰিয় ভাজন হৈ পৰিছিল যে শেহান্তৰত শিখৰ গুলিতেই প্ৰাণ বিসৰ্জন দিব লগাও হৈছিল। নেহৰুৰ পিছত প্ৰধানমন্ত্ৰীৰ গাদী দখল কৰিবলৈ লাল বাহাদুৰ শাস্ত্ৰী সক্ষম হৈছিল যদিও দৰিদ্ৰ পৰিয়ালৰ পৰা অহা খৰ্বাকৃতিৰ এই মানুহজনক বহুতে প্ৰধানমন্ত্ৰী হিচাপে স্বীকৃতি দিবলৈকে টান পাইছিল। কিন্তু পাক-ভাৰত যুদ্ধই সেইজন লালবাহাদুৰকে ভাৰতবাসীৰ আদৰৰ ধন কৰি তোলা দেখা গ'ল। ইন্দিৰাই ভাৰত, ভাৰতেই ইন্দিৰা ধ্বনি তোলাৰ পিছত প্ৰভাৱশালী নেতা দেৱকান্ত বৰুৱা বহুতৰ বাবে হৈ পৰিছিল নীচ চাতুকাৰ, পদলেহনকাৰী। অসমৰ ৰাজনীতিলৈ লক্ষ্য কৰিলেও দেখা যায় যে সৰ্বজন সমাদৃত নেতা বিমলা প্ৰসাদ চলিহা ৰাজ্য ভাষা আন্দোলনৰ সময়ত বাইজৰ গৰিহণাৰ পাত্ৰ হৈ পৰিছিল। আনহে নালাগে এই শতিকাৰ সৰ্বশ্ৰেষ্ঠ ইংৰাজ হিচাপে স্বীকৃতি লাভ কৰাৰ পিছতো ১৯৪৫ৰ সাধাৰণ নিৰ্বাচনত ছাৰ উইনষ্টন চাৰ্চিলৰ কনজাৰভেটিভ পাৰ্টিৰ শোচনীয় পৰাজয় ঘটে। সেই নিৰ্বাচনত চাৰ্চিলৰ জনপ্ৰিয়তা প্ৰতিভাত নোহোৱাটো ইংলণ্ডৰ ইতিহাসৰ অন্যতম উল্লেখযোগ্য ঘটনা। এইবোৰে প্ৰমাণ কৰে যে ৰাজনৈতিক নেতাৰ জনপ্ৰিয়তা ইছ্যুভিত্তিক আৰু সামগ্ৰিকভাৱে ইছ্যুসমূহৰ

নিয়ন্ত্ৰণৰ আধাৰতেই নেতাসকলৰ সামগ্ৰিক মূল্যাংকন কৰা হয়। হিতেশ্বৰ শইকীয়াৰ ৰাজনৈতিক জীৱনৰো এনে ভিত্তিতেই প্ৰকৃত মূল্যাংকন হোৱাটো বাঞ্ছনীয়। হিতেশ্বৰ শইকীয়াক আমি ঈশ্বৰ বুলি নাভাবোঁ, তেওঁ মানুহ। 'গণ শত্ৰু' বুলিও ধাৰণা নকৰোঁ; কিয়নো সিয়েই হোৱা হ'লে বিগত নিৰ্বাচনত তেওঁৰ নেতৃত্বৰ কংগ্ৰেছ দলে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিব নোৱাৰিলেহেঁতেন আৰু সম্প্ৰতি তেওঁৰ ৰাজহুৱা সভাসমূহত হেজাৰ হেজাৰ লোকৰ সমাবেশ নহ'লহেঁতেন। মানুহ হিচাপে শইকীয়াও ত্ৰুটিমুক্ত নোহোৱাটোৱেই স্বাভাৱিক। ১৯৮৩ৰ নিৰ্বাচনত ক্ষমতাসীন হোৱা হিতেশ্বৰ শইকীয়া ১৯৯১ৰ নিৰ্বাচনত জয় হোৱা হিতেশ্বৰ একেগৰাকী হ'লেও ভিন্ন ৰূপত প্ৰকাশ পাইছে। অশুদ্ধ ভোটাৰ তালিকাক কেন্দ্ৰ কৰি হোৱা অশান্তিৰ হেতুকে সেইবাৰৰ নিৰ্বাচন সামগ্ৰিকভাৱে অসমীয়াসকলে বৰ্জন কৰিছিল। তেনেই সামান্য ভোট লাভ কৰি এক অস্বাভাৱিক পৰিবেশত হিতেশ্বৰ শইকীয়া নেতৃত্বাধীন কংগ্ৰেছ দলৰ চৰকাৰ গঠিত হৈছিল। আৰম্ভণিতে চৰকাৰখনৰ প্ৰতি ৰাইজে বিৰূপ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল যদিও পিছলৈ সেই চৰকাৰে ক্ৰমাৎ জনসাধাৰণৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল। জনতা ভৱনত জনসমাগমো বৃদ্ধি পাইছিল। কাৰ্যতঃ ১৯৮৩ৰ অশান্ত পৰিবেশ ১৯৮৫ত ভালেখিনি স্বাভাৱিক হৈ আহিছিল; কিন্তু আন্দোলনকাৰী আৰু চৰকাৰৰ মাজত চুক্তিৰ জৰিয়তে শান্তি স্থাপনৰ উদ্দেশ্যে মন্ত্ৰীসভা ভঙ্গ কৰি দিবলৈ শইকীয়াই সন্মতি জনাই উদাৰতা প্ৰকাশ কৰে। পৰিহাসৰ কথা যে যিখন ভোটাৰ তালিকাৰে নিৰ্বাচিত হোৱা ১৯৮৩ৰ শইকীয়া চৰকাৰ সৰহ সংখ্যক অসমীয়া ৰাইজৰ দ্বাৰা অগ্ৰাহ্য হৈছিল সেই ৰাইজেই একেখন অসংশোধিত ভোটাৰ তালিকাৰে ১৯৮৫ত অসম গণ পৰিষদ দলক ক্ষমতাধিষ্ঠিত কৰে। গণ পৰিষদ দলৰ চৰকাৰৰ চৰম ব্যৰ্থতাৰ ফলস্বৰূপে ১৯৯১ৰ নিৰ্বাচনত হিতেশ্বৰ শইকীয়া নেতৃত্বাধীন কংগ্ৰেছ দল পুনৰ ক্ষমতালৈ আহে। অৱশ্যে তাৰ আগতেই শইকীয়া প্ৰদেশ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হৈছিল। ১৯৯১ৰ নিৰ্বাচনৰ বিশেষ বৈশিষ্ট্য এইটোৱে আছিল যে সদৌ অসম ছাত্ৰ সন্থাৰ দৰে শক্তিশালী সংগঠনেও কংগ্ৰেছ দলক ভোট দিব নালাগে বুলি ব্যাপক প্ৰচাৰ চলাইছিল আৰু প্ৰচুৰ ধন ব্যয় কৰি বাতৰি কাকতত বিজ্ঞাপনো দিছিল। নিৰ্বাচনী নীতি অনুসৰি একোটা ৰাজনৈতিক দলক ভোট কিয় দিব লাগে সেইটো বিজ্ঞাপন যোগে প্ৰচাৰ কৰাৰহে অধিকাৰ আছে, কিন্তু কিয় ভোট দিব নালাগে সেইটো প্ৰচাৰ কৰাটো নীতি-সঙ্গত নহয়। সততে অৰাজনৈতিক সংগঠন হিচাপে দাবী কৰা ছাত্ৰ সংগঠনটোৱে কিহৰ ভিত্তিত কংগ্ৰেছ দলৰ বিৰোধিতা কৰিবলৈ গৈছিল বুজিবলৈ টান লাগে। ছাত্ৰ সন্থাৰ উপৰি দলৰ ভিতৰতে

একাংশৰ বিৰোধিতা সত্বেও শইকীয়া নেতৃত্বাধীন কংগ্ৰেছ দলে একক সংখ্যাগৰিষ্ঠতাৰে চৰকাৰ গঠন কৰিবলৈ সক্ষম হয় আৰু প্ৰথমবাৰৰ বাবে একেগৰাকীয়ে দ্বিতীয়বাৰৰ বাবেও মুখ্যমন্ত্ৰীৰ আসনত বহিবলৈ সক্ষম হয়।

শইকীয়াৰ এই জয়ে কেবাটাও দিশ উন্মোচন কৰে। ১৯৮৩ত বৰ্জিত মানুহজন এইবাৰ গ্ৰহণযোগ্য হোৱাৰ অন্তৰালত তেওঁৰ সবল নেতৃত্বকে ৰাইজে স্বীকাৰ কৰি লোৱা বুলি ক'ব পাৰি। উগ্ৰপন্থীৰ কাৰ্যকলাপ আৰু গোষ্ঠীগত দ্বন্দ্বত জৰ্জৰিত অসমৰ ৰাইজে ধাৰণা কৰে যে সাম্প্ৰতিক পৰিস্থিতিত শইকীয়া নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰৰ বিকল্প নাই। বাওঁপন্থী দলসমূহৰ সংগঠন সীমিত পৰিসৰতে সীমাবদ্ধ। তৃণমূল পৰ্যায়ত সংগঠন বিবৰ্জিত জনতা দল কাকতৰ বিবৃতিতহে মাথোন জীয়াই থকাৰ পৰিপ্ৰেক্ষিতত কংগ্ৰেছ দল ব্যতিৰেকে জনগণৰ বিকল্প নাছিল। অসমীয়াভাষী ভালেমান সমষ্টিতেই কংগ্ৰেছ দলে সাফল্য অৰ্জন কৰিবলৈ সক্ষম হয়।

চৰকাৰ গঠনৰ পিছত আলফা আৰু আবছুৰ তাণ্ডৱ, অপাৰেচন ৰাইনো আৰু পৰৱৰ্তী পৰ্যায়ত আলফাৰ অস্ত্ৰ সম্বৰণ আৰু শেহান্তৰত একাংশই আলোচনাত বহিবলৈ ইচ্ছা প্ৰকাশ কৰা লৈ দ্ৰুতগতিত ঘটনা সংঘটিত হ'ল। প্ৰতিটো ঘটনাই অভাৱনীয় আছিল যদিও শইকীয়াই সেইবোৰ অতি চমকপ্ৰদভাৱে চম্ভালি ল'বলৈ সক্ষম হৈছিল। পৰম বিস্ময়ৰ বিষয় এইটোৱে যে যি আলফাৰ হাতত পৰিয়ালৰ পাঁচজনকৈ লোকে প্ৰাণ হেৰুৱাইছিল সেই সংগঠনটোৰে নেতৃস্থানীয়সকলৰ এচামে শইকীয়াৰ সৈতে হাত মিলাইছিল আৰু সহযোগিতাৰে কাম কৰাৰ প্ৰতিশ্ৰুতি দিছিল। উগ্ৰপন্থী দমনেৰে ৰাজ্যখনলৈ শান্তি ঘূৰাই অনাৰ নিৰ্বাচনী প্ৰতিশ্ৰুতি ফলৱতী কৰিবলৈ লোৱাৰ ইয়েই আছিল প্ৰথম পদক্ষেপ। শইকীয়াৰ প্ৰভাৱক কিদৰে সমীহ কৰি চলে তাৰ প্ৰমাণ হিচাপে ১৯৮৫ৰ অসম চুক্তিৰ বিষয়ে আঙুলিয়াব পাৰি। সেই চুক্তিৰ মূল লক্ষ্য হিতেশ্বৰ শইকীয়াক গাদীচ্যুত কৰাটোহে আছিল যেন ধাৰণা হয়। সেয়ে নোহোৱা হ'লে স্বাক্ষৰিত চুক্তি ৰূপায়ণৰ ক্ষেত্ৰত গণ পৰিষদ চৰকাৰ যথোচিত তৎপৰ হ'লহেঁতেন। অসমৰ ভৱিষ্যৎ যিয়েই নহওক শইকীয়াক আঁতৰ কৰাটোহে লক্ষ্য আছিল। ১৯৯১ৰ নিৰ্বাচনতো কেতবোৰ মহলৰ আক্ৰমণৰ মূল লক্ষ্য শইকীয়াহে আছিল। তেওঁৰ সলনি আন এগৰাকী সভাপতি হোৱা হ'লে ছাত্ৰ সন্থা প্ৰমুখ্যে কেতবোৰ সংগঠন এইদৰে ভীতিগ্ৰস্ত নহ'লহেঁতেন। আনকি তৰুণ গগৈ প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ আসনত থকা হ'লেও এইদৰে বিৰোধিতাৰ জোৱাৰ নুঠিলহেঁতেন। একোজন ব্যক্তিকেই যেতিয়া একোটা বৃহৎ সংগঠনেও সমীহ কৰি চলে তেতিয়াই সেই

ব্যক্তিৰ প্ৰভাৱৰ কথাই মনলৈ আহে।

হিতেশ্বৰ শইকীয়া দূৰদৰ্শী অথবা বীৰ লাচিতৰ সমকক্ষ হয়নে নহয় সেই বিষয়ে আমি নিজাকৈ মন্তব্য দিবলৈ বিচৰা নাই। তেওঁ সমস্ত মস্তক মণি হয়নে সেই বিষয়েও মন্তব্য নিষ্প্ৰয়োজন। কিন্তু কেতবোৰ প্ৰভাৱশালী সংগঠনে প্ৰমাণ কৰিছে যে তেওঁৰ দৰে সমীহ কৰিব লগা দ্বিতীয়গৰাকী ব্যক্তি অসমৰ সাম্প্ৰতিক ৰাজনীতিত নাই।

শইকীয়া মুখ্যমন্ত্ৰী হিচাপে দ্বিতীয়বাৰৰ বাবে ক্ষমতাধিষ্ঠিত হোৱাৰ এবছৰহে হ'ল। এই কালছোৱাত উগ্ৰপন্থী কাৰ্যকলাপ মোকাবিলা কৰোঁতেই সৰ্বশক্তি ক্ষয় কৰিব লগা হৈছে। শইকীয়াই যদিহে তেওঁৰ বিচক্ষণ বুদ্ধিৰে বড়ো, কাৰ্বি প্ৰভৃতি গোষ্ঠীভিত্তিক সমস্যাসমূহ সমাধান কৰিবলৈ সক্ষম হয় আৰু নিবনুৱা সমস্যা সমাধানকে ধৰি অৰ্থনৈতিক উন্নয়নৰ দিশত ৰাজ্যখনক আগবঢ়াই নিব পাৰে তেন্তে তেওঁ যে অসমৰ ইতিহাসৰ এক অবিস্মৰণীয় ব্যক্তি হিচাপে পৰিগণিত হ'ব সেই বিষয়ত সন্দেহ নাই।

অপৰিসীম কৰ্মশক্তিৰ শইকীয়া এহাতে যিদৰে দুষ্কৃতিকাৰীৰ সৈতে মোকাবিলা কৰাৰ ক্ষেত্ৰত দৃঢ় লৌহমনা আনহাতে দুঃস্থ নিপীড়িতৰ প্ৰতি তেওঁ তেনেই সুকোমল স্বভাৱৰ। বহুতে শইকীয়াৰ সৰলতাৰ সুযোগ লৈ মূৰকত তেওঁলোকেই প্ৰতাৰণা কৰাও দেখা যায়; কিন্তু সেইবিলাকলৈ ভ্ৰূক্ষেপ নকৰি অবিচলিতভাৱে নিৰ্দিষ্ট লক্ষ্য সন্মুখত লৈ কাম কৰি যোৱা দেখিবলৈ পাইছে।

সমস্যা জৰ্জৰিত অসমৰ পৰিস্থিতি এতিয়াও উদগীৰণমুখী হৈয়েই আছে। এবছৰতেই সেইবোৰ সমস্যা নিৰ্মূল কৰাটো সম্ভৱ নহয়— কিন্তু এই এবছৰত যিখিনি কৰিছে নিঃসন্দেহে উৎসাহজনক। ○

# মার্ক টোৱাইন

মার্ক টোৱাইনে নিজৰ জন্মৰ বিষয়ে তেওঁৰ আত্মজীৱনীমূলক গ্রন্থত ৰসিকতা কৰি এইদৰে লিখিছে ঃ "মই হেইলীৰ ধূমকেতুটোৰ লগে লগে পৃথিৱীলৈ আহিছিলোঁ আৰু মোৰ বোধেৰে এই ধূমকেতুৰ লগতে মই পৃথিৱী এৰিম।"

'মার্ক টোৱাইন' ছদ্ম নামেৰে খ্যাতি লাভ কৰা এই বিশ্ববৰেণ্য ব্যক্তিজনৰ জন্ম হৈছিল সঁচাকৈয়ে ১৮৩৫ চনৰ ৩০ নৱেম্বৰ তাৰিখে যিদিনা আকাশত হেইলীৰ ধূমকেতুটোৰ আগমন ঘটিছিল আৰু তাৰ ৭৪ বছৰৰ পিছত ১৯৪০ চনত এই ধূমকেতুৰ পুনৰ আগমন ঘটাৰ ঠিক দুদিন পিছতে ২১ এপ্রিল তাৰিখে হৈছিল তেওঁৰ মৃত্যু।

কেৱল সাহিত্যিক প্রতিভাৰেই নহয়, জীৱনৰ সকলোবোৰ দিশতে এক মহান ব্যক্তি হিচাপে নিজৰ নাম অমৰ কৰি থৈ যোৱা মার্ক টোৱাইনৰ আচল নাম আছিল চেমুৱেল্স লংহর্ণ ক্লিমেন্স। আমেৰিকা যুক্তৰাষ্ট্ৰৰ মিচৌৰীৰ এখন সৰু গাঁও ফ্লৰিডাত তেওঁৰ জন্ম হৈছিল এটা নিম্ন মধ্যবিত্ত পৰিয়ালত। চেমুৱেলৰ দেউতাকৰ নাম আছিল জন মার্চেল ক্লিমেন্স।

চেমুৱেলৰ চাৰি বছৰমান বয়সতে তেওঁলোকৰ পৰিয়ালটো মিচৌৰীৰ পৰা মিচিচিপি নদীৰ পাৰৰ হানিবেল নামৰ ঠাইলৈ উঠি যায়গৈ। তেওঁৰ বিখ্যাত টম ছয়াৰ গ্রন্থৰ পটভূমি আছিল এই হানিবেল। আনকি টম ছয়াৰত বর্ণিত বেকী থেচাৰ নামৰ স্ত্রী চৰিত্রটিৰ পার্শ্বভূমিত থকা ৰক্ত মাংসৰ আচল চৰিত্রটিৰ লগত তেওঁৰ বন্ধুত্বও হৈছিল ইয়াতেই। বেকী থেচাৰ আচলতে আছিল চেমুৱেলৰ কৈশোৰ সংগিনী ল'ৰা হকিন্স।

তেওঁৰ আন এখন বিশ্ববিখ্যাত গ্রন্থ 'হাক্‌ল্ বেৰী ফীন'ৰ প্রকৃত হাক্‌লবেৰীৰ সৈতেও তেওঁৰ পৰিচয় ঘটে হানিবেলতেই। বাস্তৱ জীৱনত চৰিত্রটিৰ

নাম আছিল টম বেলক্ষেনচেপ।

চেমুৱেল ক্লিমেন্সৰ আনুষ্ঠানিক শিক্ষা বুলিবলৈ প্রায় একেবাৰেই নাছিল। হানিবেলত থকা কালতেই এখন প্রাথমিক বিদ্যালয়লৈ কিছুদিন অহা-যোৱা কৰিছিল। তাতেই সাং হৈছিল তেওঁৰ স্কুলীয়া শিক্ষা।

চেমুৱেলৰ ১২ বছৰ বয়সত তেওঁৰ দেউতাক ঢুকায়। দেউতাকৰ মৃত্যুৰ পিছত কিশোৰ চেমুৱেলৰ মনৰ এক অদ্ভুত পৰিৱৰ্তন ঘটিবলৈ ধৰিলে। তেওঁ মনে মনে ভাবিবলৈ ধৰে যে হয়তো দেউতাকৰ জীৱিত কালত তেওঁৰ অবাধ্য হোৱা আৰু অন্যান্য বিষয়ত তেওঁক চেমুৱেলে দিয়া আমনিৰ বাবেই দেউতাকে সকলোকে এৰি থৈ গুচি গৈছে। এদিন মাকে চেমুৱেলৰ নিজ মুখৰ পৰা এই বিষয়ে জানিবলৈ পাৰি তেওঁক অতীতৰ সকলো কথা পাহৰি গৈ ভৱিষ্যতে ভাল হোৱাৰ চেষ্টা কৰিবলৈ কয়। চেমুৱেলেও মনে মনে প্রতিজ্ঞা কৰে ইয়াৰ পিছত আৰু কোনো দিনে একো বেয়া কাম নকৰে বুলি আৰু মাকে তেওঁক কেৱল ভাল কামৰ যোগেদি জীৱনত কৃতকার্য হ'বৰ বাবে দিয়া উপদেশ তেওঁ অন্তৰেৰে সৈতে গ্রহণ কৰে।

বিখ্যাত আমেৰিকান সাহিত্যিক ৱাল্ট হুইটমেন, আর্টেমচ ৱার্ড আৰু ব্রেড হার্টৰ দৰে চেমুৱেলেও তেওঁৰ বয়ঃ প্রাপ্তিৰ পিছত জীৱনৰ প্রথম খোজ পেলায় এটা ছপাখানাৰ যোগালি হিচাপে। হানিবেলৰ বিভিন্ন ছপাখানা আৰু কাকত-আলোচনীৰ কার্যালয়ত ভিন ভিন বিভাগত কিছুকাল কাম কৰাৰ পিছত তেওঁ হানিবেলৰ পৰা 'চেন্ট লুই ইভিনিং নিউজ' নামৰ কাকতৰ কার্যালয়ত কম্পোজিতৰ কামত সোমায়। এই সময়ছোৱাত তেওঁৰ একমাত্র লক্ষ্য আছিল কিছু টকা জমা কৰি নিউয়র্কলৈ যোৱা। তেওঁৰ এই বাসনা পূর্ণ হয় ১৮৫৩ চনত। তেতিয়া চেমুৱেলৰ বয়স ১৮ বছৰ। নিউয়র্ক চহৰলৈ আহি তেওঁ পুনৰ এটা ছপাখানাৰ কামত সোমায়। দৰমহা সপ্তাহত চাৰি ডলাৰ। থাকিবলৈ লয় মেকানিকসকলৰ বৰ্ডিঙত। নিউয়র্ক চহৰৰ বিশালতা, ইয়াৰ সদাব্যস্ত জীৱনধাৰা, তদুপৰি চহৰৰ বাহ্‌-মটৰ আদিয়ে চেমুৱেলক অবাক কৰে। তেওঁৰ বাবে নিউয়র্কৰ আটাইতকৈ ভাঙৰ কথাটো হ'ল যে ইয়াত কোনেও পানীৰ কল মাৰি পানী উঠাব নালাগে। ইফালে ৰাস্তাৰ তলেদি যোৱা বিয়াগোম নলাবোৰ। সেইবোৰৰ ভিতৰেদিতো মানুহে অনায়াসে খোজকাঢ়ি যাব পাৰে।

কিন্তু এইবোৰকে চাই-চিতি তেওঁ নিউয়র্কতে বহি থাকিলে নহ'ব। চেমুৱেল ক্লিমেন্সে ইয়াৰ পিছত অলপদিনৰ ভিতৰতে নিউয়র্ক চহৰো ত্যাগ কৰি প্রথমতে ফিলাডেলফিয়া, তাৰ পৰা পুনৰ চেন্ট লুইলৈ প্রত্যাবর্তন কৰে আৰু

'ইভিনিং নিউজ'ৰ পুৰণা চাকৰিত কাল অতিবাহিত কৰে। ইতিমধ্যে তেওঁ কম্পোজ কৰাৰ কামত ইমানেই পাৰ্গত হৈ পৰিছিল যে তেওঁ দিনে দহ হেজাৰ ক্ৰমলৈকে কম্পোজ কৰিব পাৰিছিল। ২২ বছৰ বয়সলৈকে চেমুৱেলে আমেৰিকাৰ বিভিন্ন সৰু-বৰ চহৰৰ ছপাখানাত এই চাকৰিকে চলাই যায়।

১৮৫৭ চনত চেমুৱেলে প'ল জন্‌চ জাহাজৰ কেপ্তেইন ইৰেচ বিক্সবীক লগ পায়। তেতিয়াৰ পৰা তেওঁ কেপ্তেইন বিক্সবীৰ লগ লাগে আৰু তেওঁৰ জাহাজতে জাহাজ চালনাৰ প্ৰশিক্ষণ লয়। দুবছৰৰ ভিতৰত তেওঁ এই প্ৰশিক্ষণ শেষ কৰি ১৮৫৯ চনত পাইলটৰ লাইচেঞ্চ লাভ কৰে। ইয়াৰ পিছত দুবছৰকাল চেমুৱেলে সেইখন জাহাজতে কেপ্তেইন বিক্সবীৰ কো' পাইলট হিচাপে চাকৰি কৰে।

১৮৬১ চনত আৰম্ভ হোৱা গৃহযুদ্ধৰ সময়ত চেমুৱেল হানিবেললৈ ঘূৰি আহে আৰু সেই ৰাজ্যৰ প্ৰতিৰক্ষাত নিযুক্ত অশ্বাৰোহী বাহিনীত যোগ দিয়ে। এই চাকৰিত থকা কালতে তেওঁ অসুস্থ হৈ পৰে আৰু প্ৰতিৰক্ষা বিভাগৰ চাকৰিৰ পৰা ওলাই আহিব লগা হয়।

এইবাৰ চেমুৱেল নেভেদা সীমান্তত চেক্ৰেটেৰী পদত' কাৰ্যনিৰ্বাহ কৰি থকা তেওঁৰ ককায়েক অৰিচনৰ ব্যক্তিগত সচিবৰূপে কামত যোগ দিয়ে। পিছে ইয়াতো তেওঁ সুখী হ'ব নোৱাৰি কেইদিনমানৰ কাৰণে সোণ খননৰ কামত লাগে আৰু তাতো একো লাভ নেদিখি কেইদিনমানতে সেই কাম এৰি পেলায়।

এইবাৰ চেমুৱেল ক্লিমেন্সে মনৰ পৰা আন সকলো চিন্তা আঁতৰ কৰি হাতত কলম তুলি লয়। গৃহযুদ্ধ সম্পৰ্কত তেওঁ লিখা প্ৰথম ৰিপোৰ্টটো 'ভাৰ্জিনিয়া চিটি এণ্টাৰ-প্ৰাইজ' নামৰ এখন কাকতত প্ৰকাশ পোৱাৰ লগে লগে তেওঁৰ লিখনিয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে।

তেওঁৰ জীৱনৰ প্ৰথম লিখনিটো প্ৰকাশ পোৱাৰ কেইদিনমানৰ ভিতৰতে 'এণ্টাৰ-প্ৰাইজ' কাকতৰ সম্পাদকৰ পৰা মাহে এশ ডলাৰ দৰ্মহাত সেই কাকতৰ সংবাদদাতা হিচাপে যোগ দিবৰ বাবে চেমুৱেললৈ নিযুক্তি পত্ৰ আহে। চেমুৱেলে সেই চাকৰি লগে লগে গ্ৰহণ কৰে। কিন্তু সেই সময়ত তেওঁৰ অৱস্থা ইমানেই শোচনীয় আছিল যে চাকৰিত যোগ দিবৰ বাবে তেওঁ ভাৰ্জিনিয়ালৈ ৭৫ মাইল পথ খোজকাঢ়ি অতিক্ৰম কৰোঁতে তেওঁৰ সময় লাগে চাৰিদিন।

সংবাদাদাতা হিচাপে চেমুৱেলে অতি কম সময়ৰ ভিতৰতে তেওঁৰ লিখনিৰে এক অতুলনীয় নিদৰ্শন দাঙি ধৰে। এনে সময়তে কাকতৰ সম্পাদকে চেমুৱেললৈ পৰামৰ্শ আগবঢ়ায় ঃ তেওঁ এটা ছদ্মনাম গ্ৰহণ কৰিবৰ বাবে। চেমুৱেলে

এটা ছদ্মনামৰ বিষয়ে চিন্তা কৰি থকা অৱস্থাতে শুনিবলৈ পালে যে ইছিয়াহ চেলার্ছ নামৰ তেওঁৰ এজন পুৰণা চিনাকি লোকৰ মৃত্যু হৈছে। ইছিয়াহ চেলার্ছে জীৱিতাৱস্থাত 'মার্ক টোৱাইন' ছদ্মনামেৰে বহুতো প্ৰবন্ধ লিখিছিল আৰু ইতিমধ্যে যথেষ্ট খ্যাতিও অৰ্জন কৰিছিল। চেমুৱেলে এই ছদ্ম নামটোকে নিজৰ বাবে ব্যৱহাৰ কৰাৰ সিদ্ধান্ত লয়।

'মার্ক টোৱাইন' নামেৰে তেওঁৰ প্ৰথম প্ৰবন্ধটো প্ৰকাশিত হ'ল ১৮৬৩ চনৰ দুই ফেব্ৰুৱাৰী তাৰিখে কাৰচন চহৰৰ পৰা। যিসকল পৰিচিত লোকে তেওঁক এই ছদ্মনামত জানিছিল তেওঁলোকে চেমুৱেলক তেতিয়াৰে পৰা 'মার্ক' বুলিয়েই মাতিবলৈ ল'লে। কালক্ৰমত তেওঁৰ আচল নামটো হেৰাই গ'ল আৰু তাৰ ঠাইত তেওঁ প্ৰসিদ্ধি লাভ কৰে মার্ক টোৱাইন নামেৰে।

১৮৬৩ চনৰ পৰা ১৮৬৬ চনলৈ বিভিন্ন কাকতৰ বাবে সাংবাদিকতা কৰাৰ পিছত মার্ক টোৱাইন হাৱাই দ্বীপলৈ যায় এটা অভিযানকাৰী দলৰ লগত। এই অভিযানৰ ওপৰত মার্ক টোৱাইনে লিখি উলিয়ায় তেওঁৰ প্ৰথম প্ৰকাশিত পুথি 'দি ইনোচেণ্টচ্ এব্ৰ'ড' (The Innocents Abroad) এইখন ভ্ৰমণ কাহিনীৰ কিতাপ। কিন্তু ইয়াৰ কথন ভংগীৰ সাৱলীলতা আৰু ভাষাৰ লালিত্যৰ লগতে অনুপম ৰসিকতাৰ বাবে গ্ৰন্থখনে আশাতীত জনপ্ৰিয়তা লাভ কৰে। এই পৰ্যন্ত সদায় অৰ্থাভাৱৰ মাজতেই কাল কটোৱা মার্ক টোৱাইনৰ আৰ্থিক অৱস্থাও এই পুথি প্ৰকাশ পোৱাৰ লগে লগে সলনি হৈ পৰে।

১৮৭০ চনত মার্ক টোৱাইনে অলিভিয়া লেংডনক বিয়া কৰায়। অলিভিয়া আছিল তেওঁৰ এজন বন্ধুৰ ভনীয়েক। মার্ক টোৱাইনে তেওঁৰ সেই বন্ধুজনৰ হাতত এবাৰ অলিভিয়াৰ এখন ফটো দেখিয়েই তেওঁৰ প্ৰেমত পৰিছিল।

১৮৭২ চনত টোৱাইন পৰিয়ালে হাৰ্ডফোৰ্ডত থিতাপি লয়। ইয়াত মার্ক টোৱাইনে তেওঁৰ চুবুৰীয়া হিচাপে পায় "Uncle Tom's Cabin"ৰ ৰচয়িতা মিছেছ হেৰিয়েট বীচাৰষ্টৱ'ক। এই একে বছৰতে মার্ক টোৱাইন ইংলণ্ডলৈ যায় তেওঁৰ 'দি ইনোচেণ্টচ্ এব্ৰ'ড' পুথিৰ আন এটা সংস্কৰণৰ বাবে। কিন্তু পুথিখনৰ এটা সংস্কৰণ ইতিমধ্যে ইংলণ্ডত ছপা হৈ ওলাইছিলেই আৰু প্ৰচুৰ জনপ্ৰিয়তা অৰ্জন কৰিছিল।

এই সময়ৰে পৰা মার্ক টোৱাইনে মনোনিৱেশ কৰে কেৱল গ্ৰন্থ ৰচনাত। 'দি ইনোচেণ্টচ্ এব্ৰ'ড'ৰ পৰৱৰ্তী ৰচনা 'ৰাফিং ইট' আৰু 'গিল্ডেড এজ' প্ৰকাশ হৈ ওলোৱাৰ পিছত ৰস সাহিত্যিক হিচাপে মার্ক টোৱাইনৰ নাম চাৰিওফালে বিয়পি পৰে।

ইয়াৰ পিছতেই মাৰ্ক টোৱাইনে তেওঁৰ 'টম ছ্য়াৰ' গ্ৰন্থখনি ৰচনা কৰাত লাগে। এই পুথিৰ ৰচনা কালত তেওঁ সকলো ধৰণৰ আৰাম পৰিহাৰ কৰি পুৱাৰ পৰা সন্ধ্যালৈ কেৱল লিখাৰ কামতে ব্যস্ত থাকে। গোটেই দিনৰ শেষত কেৱল এসাজ আহাৰ খায় আৰু নিশা শুবলৈ যোৱাৰ আগতে তেওঁৰ দিনটোৰ লিখাখিনি পত্নীৰ আগত পঢ়ি শুনায় আৰু পত্নীয়ে কৰা সমালোচনা মনোযোগেৰে শুনি প্ৰয়োজন অনুসাৰে লিখাখিনিৰ সাল-সলনি ঘটায়। মাৰ্ক টোৱাইনে লিখিবও পাৰিছিল বৰ দ্ৰুতগতিত। তেওঁ দিনে প্ৰায় ৫০ পৃষ্ঠামানলৈ লিখি উলিয়াইছিল।

মাৰ্ক টোৱাইনে তেওঁৰ পুথিসমূহ ৰচনা কৰিছিল শিশু পুথি হিচাপে। কিন্তু একো একোখন পুথি প্ৰকাশ পোৱাৰ পিছত বয়সস্থ লোকসকলৰ মাজতেই ই সৰ্বাধিক জনপ্ৰিয়তা লাভ কৰিছিল।

'টম ছ্য়াৰ'ৰ ৰচনাকালৰ পৰা ন বছৰৰ পিছত ইয়াৰ সংযুক্ত পৰ্ব 'হাকলবেৰী ফীন' ৰচনা হোৱাৰ সময়লৈকে মাৰ্ক টোৱাইনে বিশ্বৰ প্ৰথম শাৰীৰ সাহিত্যিকসকলৰ মাজৰ এজন হিচাপে নিজৰ স্থান দখল কৰিলে।

১৯০৭ চনত অক্সফোৰ্ড বিশ্ববিদ্যালয়ে মাৰ্ক টোৱাইনক 'অনাৰেৰী ডক্টৰ অব্ লেটাৰ্চ' উপাধিৰে সন্মানিত কৰে। অক্সফোৰ্ডৰ দৰে এক বিখ্যাত অনুষ্ঠানে এই সন্মান জনোৱা মাৰ্ক টোৱাইনেই হ'ল একমাত্ৰ বিশুদ্ধ ৰস সাহিত্যৰ স্ৰষ্টা। ইংৰাজী সাহিত্যত ক্লাচিক্‌চ্ হিচাপে স্থান লাভ কৰা মাৰ্ক টোৱাইনৰ 'টম ছ্য়াৰ' আৰু 'হাকলবেৰী ফীন' লেখকৰ জীৱনকালত যিমান জনপ্ৰিয় আছিল, এই দুখন পুথিয়ে আজি এশ বছৰ পিছত হয়তো তাতোকৈও অধিক জনপ্ৰিয়তা লাভ কৰিছে। ○

# হেমাঙ্গ বিশ্বাস

'মোৰ জন্ম হৈছিল মিৰাশী গাঁৱত। শ্ৰীহট্ট জিলাৰ হবিগঞ্জত। অসমৰ আছিল দুখন উপত্যকা। ব্ৰহ্মপুত্ৰ আৰু সুৰমা। মই আছিলোঁ সুৰমা উপত্যকাৰ। মিৰাশী নামটো হেনো মিৰাশ দাৰ শব্দৰ পৰা আহিছে, জমিদাৰৰ অন্য এক নাম মিৰাশ দাৰ। মিৰাশীৰ দুটা ভাগ আছিল, পূব মিৰাশী-পশ্চিম মিৰাশী। মাজত ধানৰ পথাৰ। আমি পোন বাটে যাওঁ— আঘোণ মাহত ধান কটা শেষ হোৱাৰ লগে লগে খোচা মোচা ডাড়িৰ দৰে পথাৰত ভৰি থকা নৰাৰ বোজাবোৰ মূৰত লৈ যোৱা খেতিয়কসকলৰ পিছে পিছে আমি স্কুললৈ যাওঁ। যেন ৰছী টানি নৰাৰ মাজেৰে বাট পোন কৰি লোৱা হৈছিল। ভৰিত জোতা পিন্ধাটো তেতিয়া আছিল বিলাস মাত্ৰ। সেয়ে হ'লেও, খোচা খাই হ'লেও পথচাৰী হোৱাটো আমাৰ বাবে আনন্দৰ আছিল। এইদৰে পোনে পোনে যাবলৈ সকলোৱেই ভাল পায়। গাঁৱৰ বৰলোকসকলে এই পথকেই কয় চৰ্টকাট। কিন্তু বাৰিষা যেতিয়া শালি ধানৰ খেতিৰ বাবে পথাৰত হাল বাবলৈ লোৱা হয় তেতিয়া আৰু সেই পথ এৰি আঁঠু ভঙা দৰ লেখীয়াকৈ ঘাঁহে ঢাকি ৰখা পথটোৱে যোৱাত বাহিৰে গত্যন্তৰ নাথাকে। পথাৰৰ নৰাৰ মাজেৰে পোনে পোনে গ'লে আধা মাইল আৰু ৰাস্তাৰে গ'লে হয় চোৱা এমাইল। পূব মিৰাশীৰ ল'কেল ব'ৰ্ডৰ ৰিজাৰ্ভ চাপ্লাফোটা পুখুৰীৰ পাৰতেই আমাৰ মাইনৰ স্কুল। স্কুলত পঢ়া কালত এফালে অভিভাৱক, আনফালে শিক্ষকসকলৰ যিমানেই কঠোৰ শাসন নাথাকক, স্কুললৈ অহা-যোৱা পথৰ লগৰীয়াসকল, পথাৰখন, সেই মানুহবোৰ চিৰকালেই পৰম আত্মীয় হৈ ৰ'ল।'

অসমৰ গণশিল্পীসকলৰ আগৰণুৱা হেমাঙ্গ বিশ্বাসৰ আত্মজীৱনীৰ 'উজান গাঙ বাইয়া' নামৰ গ্ৰন্থখনি তেওঁ এইদৰে আৰম্ভ কৰিছে। এই আত্মজীৱনীমূলক গ্ৰন্থখনি আমাৰ এই কাৰণেই প্ৰয়োজন যে হেমাঙ্গ বিশ্বাসৰ জীৱনৰ সৈতে জড়িত হৈ আছে অসমৰ সাংস্কৃতিক জগতৰ এটা যুগ। বিষ্ণু ৰাভা, ভূপেন হাজৰিকা, মঘাই

ওজা প্ৰভৃতিক আনুষ্ঠানিকভাৱে হেমাঙ্গ বিশ্বাসেই জনতাৰ মাজলৈ উলিয়াই আনে। হেমাঙ্গ বিশ্বাসৰ একমাত্ৰ কন্যাৰ নাম 'ৰঙিলী', অসমীয়া নাম। তেওঁৰ আত্মজীৱনীত শিশুকালৰ স্মৃতিসমূহেই যে অধিক স্পষ্ট হৈ উঠিছে তাৰ প্ৰমাণ ওপৰৰ বৰ্ণনাই দিয়ে। কিন্তু দুখৰ কথা এইটোৱেই যে আত্মজীৱনীখনি লিখি শেষ কৰাৰ আগতেই তেওঁ এই সংসাৰৰ পৰা বিদায় লয়। তাতোকৈ বেদনাৰ কথা এইটোৱেই যে হেমাঙ্গ বিশ্বাসৰ কণ্ঠ যেতিয়ালৈকে সম্পূৰ্ণ সুস্থ আছিল তেতিয়ালৈকে কোনোৱেই তেওঁৰ গীতৰ ৰেকৰ্ড কৰি নাৰাখিলে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে এসময়ত দেশজুৰি আলোড়ন সৃষ্টি কৰি গণনাট্য সংঘৰ প্ৰাণ পুৰুষসকলে সংসাৰৰ পৰা বিদায় ল'লে। হেমাঙ্গ বিশ্বাসে শেষ বয়সতে ধাৰণা কৰিছিল যে গণনাট্য আন্দোলনৰ পুনৰ্জীৱন ঘটোৱা সম্ভৱ হৈ উঠিব আৰু ইয়াৰ প্ৰয়োজনীয়তা যথেষ্ট আছে। উল্লেখযোগ্য যে হেমাঙ্গ বিশ্বাসেই আছিল অসম গণনাট্য সংঘৰ অন্যতম প্ৰতিষ্ঠাতা। অসমীয়া সাহিত্য-সংস্কৃতিয়ে তেওঁৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল। ১৯৬০ৰ অসমীয়া-বাঙালীৰ ভ্ৰাতৃঘাতী সংঘৰ্ষৰ সময়ত হেমাঙ্গ বিশ্বাস পুনৰ অসমলৈ ঘূৰি আহে আৰু ভূপেন হাজৰিকা প্ৰমুখ্যে শিল্পীসকলৰ সৈতে সংঘৰ্ষবিধ্বস্ত অঞ্চলসমূহ পৰিভ্ৰমণ কৰে। ছাত্ৰাৱস্থাত কিছুকাল তেওঁ এগৰাকী স্বামীজীৰ সৈতে ডিব্ৰুগড়লৈ আহিছিল আৰু স্থানীয় জৰ্জ ইনষ্টিটিউটত নামভৰ্তি কৰিছিল। সেই সময়ত স্কুলখনৰ হেড্ মাষ্টৰ আছিল বাগ্মীবৰ নীলমণি ফুকন। বাগ্মীবৰ সম্পৰ্কে আত্মজীৱনীত এইদৰে উল্লেখ আছে—'আমাৰ হেড্ মাষ্টৰ আছিল নীলমণি ফুকন। তেওঁ বাগ্মীবৰ বুলিয়েই সমগ্ৰ অসমতেই বিখ্যাত হৈছিল; সু-পুৰুষ ট্ৰাউজাৰ পৰিহিত। চাহ বাগানৰ মালিকসকলৰ পৰা টকা আহৰণ কৰি তেওঁ এই স্কুল স্থাপন কৰে। আমি তেওঁলৈ খুউব ভয় কৰিছিলোঁ। মোৰ ওচৰলৈ আহি পৰিষ্কাৰ কথিত বঙলা ভাষাত সুধিছিল, 'তুমি কি চিগাৰেট খাও?' মই কম্পিত স্বৰেৰে বাৰে বাৰে কৈছিলোঁ, 'নাই ছাৰ।' তেওঁৰ সংশয় প্ৰশ্ন—'তাহলে তোমাৰ ঠোঁট শুকনো কেন?' কিন্তু এবছৰৰ পিছতেই কিয় তেওঁ শিক্ষকতা এৰি দিলে তাৰ কাৰণ জনা নাযায়। 'পৰৱৰ্তী জীৱনত বিশ্ব শান্তি আন্দোলনৰ সদস্য হিচাপে বিশ্ব শান্তি কংগ্ৰেছত তেওঁ অসমক প্ৰতিনিধিত্ব কৰিছিল। এই লৈ মই তেওঁৰ ছাত্ৰ হিচাপে প্ৰায়েই গৌৰৱবোধ কৰিছিলোঁ। ভাৰতীয় গণনাট্য সংঘ স্থাপনৰ হেতুকে সুৰমা উপত্যকা সাংস্কৃতিক বাহিনীলৈ ১৯৪৬ত মই যোৰহাটলৈ আহোঁতে তেওঁক আমন্ত্ৰণ জনাইছিলোঁ। তেওঁ সেই আমন্ত্ৰণ ৰক্ষা কৰিছিল আৰু সভাত এটি চমৎকাৰ ভাষণ দিছিল। সেইবাৰ মই দুটা অসমীয়া বনগীত গাইছিলোঁ,—আনন্দিৰাম দাস আৰু পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচিত। বাঙালী শিল্পীয়ে নিখুঁত বনগীত গোৱাৰ বাবে তেওঁ মোক অভিনন্দন জনাইছিল।' সেই সময়ত অসমীয়া আৰু বাঙালী ছাত্ৰৰ মাজত

যথেষ্ট সদ্‌ভাব আছিল বুলি আত্মজীৱনীত উল্লেখ কৰা হৈছে। সেই সময়তেই হেমাঙ্গ বিশ্বাসে তেওঁৰ বন্ধু লোহিত কাকতিৰ তত্ত্বাৱধানত দেশাত্মবোধক অসমীয়া গীত গাবলৈ শিকিছিল।

আত্মজীৱনীখনিত ভাৰতীয় গণনাট্য সংঘ আৰু সেই সংঘৰ অসম শাখাৰ জন্ম আৰু বিকাশৰ কাহিনী লিপিবদ্ধ কৰা হৈছে। ভাৰতীয় গণনাট্য সংঘৰ পটভূমিৰ সন্দৰ্ভত উল্লেখ কৰিছে যে ১৯৩০-৩৪লৈকে বিশ্বব্যাপী ধনতান্ত্রিক জগতৰ আৰ্থিক সংকটৰ পটভূমিত ফেচিবাদে আগ্ৰাসী ভূমিকা লৈছিল। শান্তি, মানৱতা আৰু সংস্কৃতিৰ বিৰুদ্ধে ফেচিবাদৰ অভিযান আৰম্ভ হৈছিল। 'সংস্কৃতি' নামৰ শব্দটো শুনিলেই ফেচিষ্টসকলে পিষ্টলৰ ঘোঁৰাত হাত দিছিল। এনে এক পটভূমিত মেক্সিম গৰ্কি, ৰোমা ৰোঁলা, ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্যে শিল্পীসকলে প্ৰতিবাদৰ কণ্ঠস্বৰ তুলি ধৰিছিল। এই দুই শক্তিৰ প্ৰকাশ্যে সংঘৰ্ষ হোৱা দেখিবলৈ পোৱা গৈছিল স্পেইনৰ গৃহযুদ্ধত। খ্ৰীষ্টফাৰ গডোৱেল, ৰালফক্স, লৰকা প্ৰভৃতি বিশ্ববিখ্যাত লেখক আৰু কবিসকলে তাত জীৱন আহুতি দিব লগা হৈছিল। সেই পটভূমিতেই ফেচিবাদৰ বিৰুদ্ধে মানৱ সংস্কৃতি ৰক্ষাৰ হেতুকে সংগ্ৰামৰ নতুন অধ্যায় আৰম্ভ হয়। ১৯৩৬ত ভাৰতীয় জাতীয় কংগ্ৰেছৰ লক্ষ্ণৌ অধিবেশনৰ ৰভা তলিতেই মুন্সী প্ৰেমচন্দৰ সভাপতিত্বত নিখিল ভাৰত প্ৰগতি লেখক আৰু শিল্পী সংঘৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। সেই বছৰৰ ছেপ্টেম্বৰত ৰোমা ৰোঁলাৰ নেতৃত্বত ব্ৰুচেলচত অনুষ্ঠিত বিশ্ব সন্মিলনত যোগদানৰ উদ্দেশ্যে নিখিল ভাৰত প্ৰগতি লেখক শিল্পী সংঘৰ ফালৰ পৰা যি প্ৰতিবেদন পঠোৱা হৈছিল তাত ৰবীন্দ্ৰনাথ, প্ৰেমচন্দ, শৰৎ চন্দ্ৰ, নন্দলাল বসু আৰু জৱাহৰলাল নেহৰুৱে স্বাক্ষৰ দান কৰিছিল। সেই ইস্তাহাৰত কোৱা হৈছিল,—'উন্মত্ত প্ৰতিক্ৰিয়া আৰু হিংসাই আজি সভ্যতাৰ ভাগ্য লৈ খেল খেলিছে আৰু সংস্কৃতি ধ্বংস হোৱাৰ উপক্ৰম হৈছে, এই সময়ত নীৰৱে থকাটো অপৰাধ।' ইতিমধ্যে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে গণ বিক্ষোভ আৰু মুক্তি সংগ্ৰামৰ ঢৌ 'কামৰূপৰ পৰা কাঠিয়াৱালৈ' বিয়পি পৰে। ১৯৪২ৰ গণ-আন্দোলনৰ পিছতেই ১৯৪৩ত বোম্বাইত ভাৰতীয় শিল্পী-সাহিত্যিকসকলৰ প্ৰচেষ্টাত গণনাট্য সংঘৰ জন্ম হয়। সৰ্বভাৰতীয় পটভূমিত ভাৰতীয় ৰাইজৰ আশা-আকাংক্ষা মূৰ্তিমান কৰি গঢ়ি তোলাৰ বাবে এইটোৱেই সৰ্ব প্ৰথম সংগঠন। আত্মজীৱনীখনত উল্লেখ কৰা হৈছে যে মহাৰাষ্ট্ৰ, গুজৰাট, অন্ধ্ৰ, কেৰালা, পঞ্জাব, উত্তৰ প্ৰদেশ, বঙ্গদেশ আৰু অসমৰ গণনাট্য আন্দোলনৰ মূল লক্ষ্য একে হ'লেও বিকাশৰ ধাৰা আছিল স্বতন্ত্ৰ আৰু বৈশিষ্ট্যপূৰ্ণ। গণনাট্য আন্দোলনৰ অন্যতম লক্ষ্য হ'ল—নিৰক্ষৰ মেহনতী জনতাৰ শিল্পী প্ৰতিভাৰ আবিষ্কাৰ আৰু স্বীকৃতি প্ৰদান। কৃষকৰ ভঙা পঁজা আৰু বনুৱাৰ অন্ধকাৰ বস্তি-গৃহৰ পৰাই বিচাৰি অনা আমাভাই সাথে কবি-নাট্যকাৰ আৰু

গীতিকাৰ হিচাপে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হয় আৰু পিছলৈ তেওঁেই গণনাট্য সংঘৰ সভাপতিও নিৰ্বাচিত হয়। মহাৰাষ্ট্ৰৰ শ্ৰমিক সন্তান ওমৰ শেখ অমৰ শিল্পী হৈ পৰে। কলিকতাৰ ট্ৰাম শ্ৰমিকসকলৰ মাজৰ পৰাই দশৰথ লাল, ৰেল শ্ৰমিকসকলৰ মাজৰ পৰা শংকৰ শৈলেন্দ্ৰ, উত্তৰ বঙ্গৰ দৰিদ্ৰ কৃষক সমাজৰ পৰা অন্ধ বাদ্যবাদক তগৰ অধিকাৰী আৰু অসমৰ গাঁৱৰ পৰাই ঢোলৰ যাদুকৰ মঘাই ওজাক উলিয়াই আনিবলৈ সক্ষম হয়।

অসমৰ গণনাট্য সংঘৰ পটভূমি সম্পৰ্কে আত্মজীৱনীত উল্লেখ কৰা হৈছে—'অসমৰ ঐতিহ্য আৰু অসমৰ সংস্কৃতিৰ সুস্থ দেশপ্ৰেম আৰু তুলনামূলক ধাৰাই হ'ল—মূল ভিত্তি।' বিগত শতাব্দীৰ কাব্য সাহিত্য আৰু সংগীতত যি জীৱনবাদ, সামাজিক কু-সংস্কাৰবিৰোধী যুক্তিবাদ, মানৱতাৰ মুক্তিস্পৃহা আৰু কৰ্মবাদৰ নতুন ধাৰা আহিছিল, সেই ধাৰাক আগবঢ়াই নি জনসাধাৰণৰ সমুদ্ৰ মোহনালৈ যোৱাটোৱেই গণনাট্যৰ লক্ষ্য। সেই উদ্দেশ্য লৈয়েই 'কানীয়াৰ কীৰ্তন'ৰ পৰা আৰম্ভ কৰি 'কাৰেঙৰ লিগিৰী'লৈকে আৰু মণিৰাম দেৱান, পিয়লি ফুকন প্ৰভৃতিৰ উপৰি ৰঙিয়া ৰাইজ মেলৰ বিদ্ৰোহী গণ অভ্যুত্থানৰ ঐতিহ্যৰ প্ৰকাশ গণনাট্য সংঘৰ ভিত্তি আছিল। গণনাট্য সংঘৰ অসম শাখাৰ আগৰণুৱা আছিল ৰঘুনাথ চৌধাৰী, প্ৰফুল্ল বৰুৱা, কুলধৰ চলিহা, কৰুণাধৰ বৰুৱা, সুৰেশ গোস্বামী, চৈয়দ আব্দুল মালিক, নিজামুদ্দিন হাজৰিকা প্ৰভৃতি। অসম গণনাট্য সংঘৰ প্ৰথম ৰাজ্যিক সন্মিলন ১৯৪৭ৰ এপ্ৰিলত শিলচৰ নগৰীত অনুষ্ঠিত হয়। অধ্যাপক নলিনী মিশ্ৰ আছিল এই সন্মিলনৰ উদ্বোধক। শাৰীৰিক অসুস্থতাৰ হেতুকে এই সন্মিলনত জ্যোতিপ্ৰসাদ উপস্থিত থাকিব নোৱৰাৰ হেতুকে তেওঁৰ অভিনন্দন পত্ৰ পাঠ কৰা হয়। সেই অধিবেশনত বড়ো সংস্কৃতিক প্ৰতিনিধিত্ব কৰে নীলেশ্বৰ ব্ৰহ্ম আৰু ৰবীন বসুমতাৰীয়ে। যোৰহাটৰ মিছিং শিল্পী দলৰ নেতৃত্ব কৰে লক্ষ্মীনাথ দলেই। মণিপুৰী দলৰ নেতৃত্ব কৰে গুৰু কামিনী সিঙে। ত্ৰিপুৰাৰ পৰাও ভ্ৰাতৃত্বমূলক শিল্পী দল এটিয়ে যোগদান কৰে। সেই সন্মিলনত মুঠতে পাৰ্বত্য ত্ৰিপুৰা, জয়ন্তীয়া, মণিপুৰী, ডিমাচা, কাছাৰী, বড়ো, মিছিং, চাহ মজদুৰ, অসমীয়া, বাঙালী প্ৰমুখ্যে প্ৰায় দুশ শিল্পী আৰু প্ৰতিনিধিয়ে অসমৰ সংস্কৃতিৰ ক্ষেত্ৰত এক দিগন্ত উন্মোচন কৰে। বিভিন্ন জাতি-উপজাতিৰ মাজৰ বিভেদ আৰু বিচ্ছেদৰ প্ৰাচীৰ ভাঙিবলৈ এই সন্মিলনেই আছিল প্ৰধান অস্ত্ৰস্বৰূপ। জ্যোতিপ্ৰসাদ আগৰৱালাক সভাপতি, হেমাঙ্গ বিশ্বাসক সাধাৰণ সম্পাদক, নগেন কাকতিক যুটীয়া সম্পাদক আৰু মণি ভট্টাচাৰ্যক কাৰ্যালয় সম্পাদক হিচাপে লৈ গণনাট্য সংঘৰ প্ৰথম প্ৰাদেশিক কমিটী গঠিত হয়। ১৯৪৯ৰ জুলাইত ডিব্ৰুগড়ত এই সংঘৰ দ্বিতীয় বাৰ্ষিক প্ৰাদেশিক সন্মিলন অনুষ্ঠিত হয়।

হেমাঙ্গ বিশ্বাসৰ আত্মজীৱনীত বিভিন্ন জনগোষ্ঠীৰ লোকৰ সাংস্কৃতিক ধাৰাক কিদৰে একত্ৰিত কৰিবলৈ সক্ষম হৈছিল তাৰ বিস্তৃত বিৱৰণ দাঙি ধৰা হৈছে। এই ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ অৱদানৰ কথা শ্ৰদ্ধাৰে সোঁৱৰা হৈছে। পাহাৰৰ প্ৰতিধ্বনি, মাছমৰীয়াৰ জীৱন, ওজা আৰু ভূত প্ৰভৃতি নৃত্য নাটৰ উপৰি ভালেমান নতুন গীত ৰচনা কৰা হয়। চাহ শ্ৰমিকসকলৰ মাজৰ পৰাই পানু পালৰ লিখা নাটিকা 'বদলা লেনা' বেছ জনপ্ৰিয় হৈ উঠিছিল। গণনাট্যৰ মঞ্চৰ বাবে জ্যোতিপ্ৰসাদে সেই সময়তে ছহিদ কনকলতাৰ জীৱনৰ আধাৰত নাটক এখনি লিখিবলৈ আৰম্ভ কৰিছিল; কিন্তু সেইখন শেষ নৌহওঁতেই তেওঁ সংসাৰৰ পৰা বিদায় লয়।

হেমাঙ্গ বিশ্বাসৰ আত্মজীৱনীখনে অসমৰ জন-সংস্কৃতিৰ এক অপূৰ্ব ধাৰা দাঙি ধৰিছে। সংস্কৃতিয়ে যে সমন্বয় সাধনহে কৰে আৰু এই সুদক্ষ কাণ্ডাৰী সতৰ্ক হৈ থাকিলে যে বিভেদৰ সৃষ্টি কৰিব নোৱাৰে তাকেই প্ৰতিপন্ন কৰা হৈছে। তেওঁৰ আত্মজীৱনীখনৰ নাম দিয়া হৈছে 'উজান গাঙ বাইয়া'— একেলগে নাৱেৰে উজাই যাওঁ।

সম্প্ৰতি বিভিন্ন জনগোষ্ঠীৰ লোকৰ মাজত এনে ধাৰণা জন্মিছে যেন নিজ নিজ সাংস্কৃতিক বিকাশৰ বাবেই সুকীয়া অঞ্চল একোটাৰ প্ৰয়োজন হৈছে; কিন্তু ভাৰতীয় গণনাট্য সংঘৰ দৃষ্টিভংগী এই ক্ষেত্ৰত যে সম্পূৰ্ণ ভিন্নমুখী আছিল সেই কথা হেমাঙ্গ বিশ্বাসৰ আত্মজীৱনীত উল্লেখ কৰা হৈছে আৰু সেই হেতুকেই গণনাট্য সংঘৰ লেখীয়া সংগঠনৰ কাৰ্যকলাপৰ আজি গভীৰ অনুধাৱনৰ প্ৰয়োজন হৈছে। প্ৰকৃতপক্ষে ১৯৪৬ৰ পৰা ৪৮লৈকে অসমত গণনাট্য সংঘৰ বিকাশ ঘটিছে আৰু বহুসংখ্যক লোকৰ মন এই আন্দোলনে চুই গৈছে। সেই বিকাশৰ গতি স্তব্ধ হৈ যোৱাৰ পিছত আৰু বিশেষকৈ ১৯৬০ৰ ৰাজ্য আন্দোলনৰ পিছৰ পৰাই অসমৰ সাংস্কৃতিক ভেটিটোত ভূঁইকঁপৰ জোঁকাৰণি আৰম্ভ হয়। অৱশ্যে জ্যোতিপ্ৰসাদৰ মহাপ্ৰয়াণেও গণনাট্য সংঘৰ বিকাশত বাধা প্ৰদান কৰে। আনহাতে হেমাঙ্গ বিশ্বাস নিজেও অসুস্থ হৈ পৰাৰ হেতুকে গাঁৱে গাঁৱে ঘূৰি সংগঠনৰ কাম কৰাটো অসম্ভৱ হৈ পৰে। ১৯৫২ত গুৱাহাটীত গণনাট্য সংঘৰ ৰাজ্যিক সন্মিলন অনুষ্ঠিত হয়। সভাপতিমণ্ডলীৰ সদস্যসকল আছিল ৰঘুনাথ চৌধাৰী, দুৰ্গেশ্বৰ শৰ্মা, দীননাথ শৰ্মা আৰু বড়ো সংস্কৃতিৰ সম্পাদক প্ৰমুখ্যে সাতগৰাকী বিশিষ্ট লোক। কোকৰাঝাৰ, লক্ষীমপুৰ, ডিব্ৰুগড়, সৰভোগ, শিলচৰ, গুৱাহাটী, বেলতলা প্ৰভৃতিত সংঘৰ ফালৰ পৰা সাংস্কৃতিক অনুষ্ঠানৰ আয়োজন কৰা হয়। ১৯৫৩ত বোম্বাইত অনুষ্ঠিত সৰ্বভাৰতীয় গণনাট্য সংঘৰ সপ্তম অধিৱেশনত হেমাঙ্গ বিশ্বাসৰ নেতৃত্বত দুকুৰি শিল্পীৰ এটি দলে যোগদান কৰে আৰু যথেষ্ট সুনামো অৰ্জন কৰিবলৈ সক্ষম হয়। এই কালছোৱাতেই বিষ্ণুপ্ৰসাদ ৰাভা,

ভূপেন হাজৰিকা, ব্ৰজেন বৰুৱা, দিলীপ কুমাৰ শৰ্মা, সুদাক্ষিণা শৰ্মা, ৰমেন বৰুৱা প্ৰভৃতিয়ে গণনাট্য সংঘত যোগদান কৰে। ১৯৪৮ত ডিব্ৰুগড়ৰ খোৱাঙত সদৌ অসম ট্ৰাইবেল সন্মিলনৰ অনুষ্ঠানে যথেষ্ট উৎসাহ-উদ্দীপনাৰ সৃষ্টি কৰে। এই সন্মিলনৰ সাংস্কৃতিক শাখাৰ সভাপতি আছিল বিষ্ণুপ্ৰসাদ ৰাভা। চৈয়দ আব্দুল মালিকৰ ৰচনা আৰু মিজামুদ্দিন হাজৰিকাৰ সুৰ সংযোজনাৰে পৰিবেশন কৰা গীতে গণনাট্য সংঘৰ শক্তি বৃদ্ধি কৰে। 'ঘৰতে লাগিছে জুই, বন্দীও কোনদিনা মুকলি হবি'—গীতটোৱে অসমৰ নগৰে-চহৰে আলোড়নৰ সৃষ্টি কৰে। এই সময়ছোৱাতেই বৰাক উপত্যকাৰ সৈতেও ব্ৰহ্মপুত্ৰ উপত্যকাৰ সাংস্কৃতিক সমন্বয় গঢ়ি উঠে। শিলচৰ নগৰত হিন্দু-মুছলিম সম্প্ৰীতিৰ আধাৰত নাটক মঞ্চস্থ কৰি বিশেষ সাফল্য অৰ্জন কৰিবলৈ সক্ষম হয়। শ্বিলং শাখাৰ গণনাট্যৰ সভাপতি নলিনী মিশ্ৰ আৰু সম্পাদক দ্বিজেন ৰায়ৰ পৰিচালনাত গণনাট্য সংঘই খাছি-জয়ন্তীয়া পাহাৰতো জনপ্ৰিয় হৈ উঠে। ছায়া নাট টিৰং সিঙৰ প্ৰদৰ্শনেৰে অঞ্চলটোৰ সাংস্কৃতিক জীৱনত যুগান্তৰ সৃষ্টি কৰিবলৈ সক্ষম হয়। বৃটিছবিৰোধী বিদ্ৰোহৰ অন্যতম নেতা কিয়াং, নাংবাৰ প্ৰভৃতিৰ জীৱনৰ বিষয়েও ছায়াভিনয় প্ৰদৰ্শন কৰা হয়। এইদৰেই গণনাট্য সংঘই বিভিন্ন শিল্পীৰ জৰিয়তে পাহাৰ-ভৈয়ামৰ মাজত সম্প্ৰীতিৰ বান্ধোন গঢ়ি তুলিবলৈ চেষ্টা কৰে। গণনাট্য সংঘই অসমৰ সংগীত আৰু নাট্য জগতলৈ এক নতুন ধাৰা কঢ়িয়াই আনে। তাৰ আগলৈকে অসমীয়া গীতৰ পুৰণি ঐতিহ্যৰ নামত এক জীৱন-বিমুখ সাংসাৰিক অসাৰতাৰ ধাৰা প্ৰদৰ্শনৰ প্ৰচেষ্টাহে চলিছিল; আনহাতে সনাতনী ভক্তিবাদী সংগীতে প্ৰগতিশীল সৃষ্টিধাৰাক উপহাস কৰিছিল। এই পৰিবেশতেই গণনাট্য সংঘই জীৱনমুখী সংগ্ৰামৰ ঢল বোৱাই দিয়ে। হেমাঙ্গ বিশ্বাসৰ ভাষাত 'এই কামত আমাৰ চিৰস্মৰণীয় ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ গীতৰ ধাৰাই আছিল আমাৰ প্ৰাণ উৎস।' পৰৱৰ্তী কালছোৱাত হেমেন ঠাকুৰ, আনন্দিৰাম দাস আৰু ভূপেন হাজৰিকাৰ গীতে গণ জীৱনলৈ গণ সংগীতৰ ঢল নমাই আনে। ভূপেন হাজৰিকাৰ বিভিন্ন গীতত নতুন প্ৰকাশভঙ্গীয়ে স্থান পায় আৰু অসমৰ স্থানীয় সুৰৰ প্ৰাণ ধাৰা অক্ষুণ্ণ ৰাখি তাৰ সংকীৰ্ণ গণ্ডীৰ সীমা ভাঙি নতুন প্ৰচেষ্টাত, নতুন বাস্তৱতা প্ৰকাশ পায়। তেতিয়াই আৰম্ভ হোৱা সংগীতৰ সেই ধাৰা আজি সৰ্বজনস্বীকৃত হোৱা বুলি হেমাঙ্গ বিশ্বাসে উল্লেখ কৰে।

অভিনয়ৰ ক্ষেত্ৰতো, সোণালী ধাননি আৰু সেউজীয়া কুঁহিপাত, ছপাশালৰ চেকা প্ৰভৃতি নাটকে বিশেষ জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছিল বুলি কোৱা হৈছে।

হেমাঙ্গ বিশ্বাসে উল্লেখ কৰিছে যে অসমৰ সংস্কৃতিক বহিৰ্বিশ্বত প্ৰকাশ কৰাৰ ক্ষেত্ৰত গণনাট্য সংঘই দূতৰ কাম কৰিছিল। ৰজা ভাস্কৰ বৰ্মাই হিউৱেনচাঙক নিমন্ত্ৰণ

কৰাৰ অৰ্থে হৰ্ষবৰ্ধনৰ ৰাজসভালৈ ৰাজকীয় উপঢৌকনসহ হংসবেগ নামৰ দূত এগৰাকীক পঠিয়াইছিল। গণনাট্য সংঘও আছিল আধুনিক অসমৰ হংস বেগস্বৰূপ, যিয়ে অসমৰ বিচিত্ৰ বহু বৰ্ণৰ সংস্কৃতিক বহিঃজগতলৈ লৈ যায়। ১৯৪৭ত আহমেদাবাদত অনুষ্ঠিত সৰ্বভাৰতীয় গণনাট্য সন্মিলনৰ সভাপতি মণ্ডলীত পৃথ্বিৰাজ কাপুৰ, মনোৰঞ্জন ভট্টাচাৰ্যৰ দৰে খ্যাতনামা শিল্পীৰ লগতে জ্যোতিপ্ৰসাদো নিৰ্বাচিত হোৱাত হেমাঙ্গ বিশ্বাসে পৰম গৌৰব অনুভৱ কৰে। দহ হেজাৰ দৰ্শকৰ সমুখত অসমৰ শিল্পী দলটোৱে নৃত্য-গীত প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰিবলৈ সক্ষম হয়। বোম্বাইৰ সৰ্বভাৰতীয় সন্মিলনতো অসমৰ নৃত্য-গীতে আলোড়ন সৃষ্টি কৰে বুলি উল্লেখ কৰা হৈছে। 'বোম্বে টাইমচ'ৰ সমালোচকে অসমৰ শিল্পী দলটোক সৰ্বোচ্চ স্থান পোৱাৰ যোগ্য বুলি উল্লেখ কৰে। তেনেদৰেই ১৯৫৪ত গণনাট্য সংঘৰ উদ্যোগত নিখিল ভাৰত সংগীত নাটক উৎসৱত চৈয়দ আব্দুল মালিকৰ নেতৃত্বত অংশ গ্ৰহণ কৰা দলটোৱে প্ৰভূত খ্যাতি অৰ্জন কৰে। অনুষ্ঠানৰ উদ্যোক্তা সুব্ৰামণিয়মে অসমৰ দলটো অতি আকৰ্ষণীয় আছিল বুলি হেমাঙ্গ বিশ্বাসলৈ চিঠি লিখি জনায়। আনকি বোম্বে সন্মিলনত ৰমেন বৰুৱাৰ নেতৃত্বত গোৱা 'অ মোৰ মলুৱা' গীতটি ইমানেই জনপ্ৰিয় হৈ পৰে যে ভাৰতবৰ্ষৰ প্ৰতিখন প্ৰদেশৰেই প্ৰতিনিধিসকলে মুখে মুখে সেই গীতটো আওৰাবলৈ লয় বুলি উল্লেখ কৰা হৈছে। মাদ্ৰাজৰ অনুষ্ঠানত মণিপুৰৰ শিল্পী অৰুণা দেৱী আৰু বলদেৱ সিঙেও অসমৰ দলটোৰ হৈ অংশ গ্ৰহণ কৰিছিল।

আত্মজীৱনীখনত সাংস্কৃতিক সংগঠন এটাৰ দুৰ্বলতা সম্পৰ্কেও আলোচনা কৰা হৈছে। সেই সন্দৰ্ভত হেমাঙ্গ বিশ্বাসে লিখিছে—"অসমৰ প্ৰায় ৭২টা বিভিন্ন জাতি আৰু উপজাতি মিলি প্ৰায় এক কোটিতকৈ অধিক জনসংখ্যাৰ ৭৫ ভাগ কৃষক, ১০ লাখতকৈ বেছি চাহ শ্ৰমিককেই আমি শ্ৰমজীৱী ৰাইজ বুলি ক'ব পাৰোঁ; কিন্তু সঁচাকৈয়ে আমি এই গণ জীৱনৰ সৈতে নিবিড় সম্পৰ্ক গঢ়ি তুলিবলৈ সক্ষম হৈছোঁনে? আমি আজি আমাৰ গণনাট্য সংঘই এই নামৰ উপযুক্ত হিচাপে দাবী কৰিব পাৰোঁনে? আজি আমি জনতাৰ সাংস্কৃতিক ক্ষুধা কিমানখিনি নিৰাময় কৰিবলৈ সক্ষম হৈছোঁ? নতুন নাটক, ভাওনা, যাত্ৰা ইত্যাদিৰ বাবে বহুতেই'গাঁৱৰ পৰা আহি আমাৰ ওচৰ চাপে; কিন্তু সেই দাবী আমি কিমানখিনি পূৰণ কৰিবলৈ সক্ষম হৈছোঁ? আমাৰ সংগঠন মূলতঃ মধ্যবিত্ত নাগৰিক জীৱনৰ মাজতেই সীমাবদ্ধ। নিৰক্ষৰ গাঁৱলীয়া ৰাইজৰ মাজৰ পৰানো প্ৰতিভাসম্পন্ন কেইজন শিল্পী আমাৰ সংঘত ভৰ্তি কৰিবলৈ সক্ষম হৈছোঁ। অপসংস্কৃতিৰ বিৰুদ্ধে অসমৰ বিভিন্ন শিল্পী আৰু শিল্প-প্ৰতিষ্ঠানক একগোট কৰি আগবঢ়াই নিয়াত ঐতিহাসিক দায়িত্ব আমি কিমানদূৰ পালন কৰিব পাৰিছোঁ? দৰিদ্ৰ শিল্পীসকলৰ জীৱিকা সংগ্ৰামকেই বা কিমানখিনি সংগঠিত কৰিবলৈ সক্ষম হৈছোঁ?"

এই সম্পৰ্কে যিখিনি ক্ৰুটি-বিচ্যুতিৰ কথা হেমাঙ্গ বিশ্বাসে দাঙি ধৰিছে সেইখিনি আমাৰ বাবে আজি অতিকৈ প্ৰাসঙ্গিক হৈ পৰিছে। তেওঁ উল্লেখ কৰিছে যে আদৰ্শগত দুৰ্বলতাই এই ক্ষেত্ৰত বিশেষ ভূমিকা বহন কৰিছে। আমাৰ দেশৰ সংস্কৃতিৰ ইতিহাস, আমাৰ ঐতিহ্যৰ ধাৰা আৰু আনকি গণনাট্যৰ ইতিহাস সম্পৰ্কেও অধিকাংশ শিল্পীয়েই ঐক্য, গণসেৱা, গণজাগৰণ আৰু গণ সংস্কৃতিৰ কথা মুখেৰে উচ্চাৰণ কৰিলেও জীৱন দৰ্শন হিচাপে তাক গ্ৰহণ কৰিবলৈ সক্ষম হোৱা নাই। এফালে গণ জীৱনৰ পৰা বিচ্ছিন্নতা আৰু আনফালে নিষ্ঠাৰ অভাৱে আমাৰ মাজত উচ্ছৃংখলতা, হতাশা আৰু ভটিয়নী সোঁতত উটি যোৱাৰ প্ৰৱণতা আনি দিছে। গীত-বাদ্য আৰু নাটকক আমোদ-প্ৰমোদৰ সামগ্ৰী হিচাপেই বহুতে গ্ৰহণ কৰিছে। দুদিন ৰিহাৰ্চেল কৰিয়েই মঞ্চ কঁপাই তোলাৰ মানসিকতা গঢ়ি উঠিছে। সাধনা অবিহনে সিদ্ধি অসম্ভৱ—ভাৰতীয় ঐতিহ্যৰ সেই সাৰগৰ্ভ বাণী যেন আমি পাহৰি গৈছোঁ। অসমৰ সংস্কৃতিৰ দুৰৱস্থাৰ বিষয়ে তেওঁ কৈছে, "বিচিত্ৰ নৃত্যৰ দেশ অসম! কিন্তু ইয়াৰ নৃত্য বিদ্যালয়ৰ শিক্ষকে ন্যূনতম পাৰিশ্ৰমিকখিনিও নাপায়। অসমৰ প্ৰাচীন সত্ৰীয়া নৃত্য মিউজিয়ামৰ প্ৰাণহীন সামগ্ৰী হৈ পৰিছেঁ। গাঁৱৰ পেছাদাৰী ভাওনা, ওজাপালী, প্ৰভৃতি দল আৰ্থিক সংকটত আজি মুমূৰ্ষু অৱস্থাত। চৰকাৰ পৰিচালিত সংগীত নাটক একাডেমীয়ে হেজাৰ হেজাৰ টকা খৰচ কৰিলেও তাৰ দ্বাৰা সাধাৰণ শিল্পী উপকৃত হোৱা নাই। অসমৰ ৰেডিঅ' ষ্টেচন এতিয়া সংগীতৰ প্ৰাণকেন্দ্ৰ হৈ উঠিছে, কিন্তু তাতো চলিছে আমোলাতান্ত্ৰিক অনাচাৰ। ...অসমত বিভিন্ন জাতিৰ মাজত ভাষা-সংস্কৃতি লৈ সংঘৰ্ষ আৰম্ভ হৈছে আৰু সাম্ৰাজ্যবাদী নীতিৰ বিষক্ৰিয়া এতিয়াও চলিছে। ভয়ৰ কাৰণ যে সি বাঢ়িয়েই যাবলৈ ধৰিছে।" স্বাধীনতা লাভৰ সাত বছৰৰ পিছত হেমাঙ্গ বিশ্বাসে এই সকীয়নি দিছিল আৰু ই আজি সত্যত পৰিণত হৈছে।

গণশিল্পী মঘাই ওজাৰ ঢোলৰ ছেৱত বাজি উঠা এইফাকি গীত পুথিখনত উল্লেখ কৰা হৈছে—

ৰাইজখনে কান্দিছে ডা-ডাঙৰীয়া
দেশখনে কান্দিছে চোৰা
ৰাইজৰ বলতে তুমি বলবন্ত
কিয়নো পাহৰি যোৱা— O

# সত্যেন বৰকটকী

'এদিন ভৰ দুপৰীয়া টিকা ফটা ৰ'দ; সোঁ সোঁ কৰে বতাহ বলিছে, মই আপোনমনে উদাস প্ৰাণে আকাশলৈ চাই চাই আকাশ-পাতাল গুণি গাঁথি নানা ভাৱনাত বিভোৰ হৈ ঢৌৰ ওপৰে ওপৰে ওপঙি ফুৰিছোঁ। বাহিৰে সাগৰৰ ঢৌৱে আৰু মনৰ ভিতৰত ভাৱনাৰ ঢৌৱে উখল-মাখল লগাই আছে। এনেতে হঠাৎ মোৰ মনৰ ভিতৰত এটি অতি হিংস্ৰভাৱ জাগি উঠিল। সৰ্বান্তঃকৰণেৰে বিশ্বাস কৰা এজন বন্ধুৱে এসময়ত, মোৰ প্ৰতি ঘোৰ বিশ্বাসঘাতকতা কৰিছিল। তাৰ প্ৰতিশোধ তেতিয়ালৈকে সম্পূৰ্ণৰূপে ল'ব পৰা নাই। হঠাৎ সেই কথা মনত পৰি মোৰ মগজু গৰম হৈ উঠিল। কি উপায়েৰে, কেনে প্ৰণালীৰে উপযুক্ত সময়ত সেই বিশ্বাসঘাতকতাৰ উপযুক্ত প্ৰতিশোধ ল'ম, সেই সম্বন্ধে নানান নীচ ধৰণৰ উপায় মনৰ ভিতৰত পাঙিবলৈ আৰম্ভ কৰিছোঁ, এনেতে মোৰ ভৰি দুখনত ধৰি কিহবাই মোক পানীৰ তললৈ টানি লৈ যাবলৈ চেষ্টা কৰাৰ উমান পালোঁ। লুটিবাগৰ মাৰি সাঁতুৰিবলৈ চেষ্টা কৰি দেখো, এহাতো মই আগুৱাব নোৱাৰোঁ। সাগৰৰ পাৰৰ বালিৰ পৰা মই তেতিয়া তিনিশ ফুটমান দূৰত। প্ৰাণটাকি পাৰৰফালে সাঁতুৰি যাবলৈ চেষ্টা চলালোঁ; কিন্তু কিবা এক দুৰ্বাৰ শক্তিয়ে মোক তললৈ টানি নিয়াৰ চেষ্টা কোনোৰকমে ব্যৰ্থ কৰিব নোৱৰা হ'লোঁ। সেই শক্তিৰ লগত টনা-আঁজোৰা কৰি মই ভাগৰি পৰিলোঁ, হাত-ভৰি লাহে লাহে অৱশ হৈ আহিল আৰু সৰহপৰ যে যুদ্ধ চলাব নোৱাৰিম বুজিলোঁ। লাহে লাহে হৃদয়ংগম হ'বলৈ ধৰিলে যে মোৰ আৰু ৰক্ষা নাই; মোৰ জীৱনৰ শেষ মুহূৰ্ত সন্মুখত উপস্থিত। চাৰিওফালে চকু ফুৰাই চাই দেখো ক'তো জন-মনুষ্য এটিও নাই; পানীতো নাই পাৰতো নাই। পানীৰ তললৈ যাওঁ যাওঁ এনে অৱস্থাত শেষবাৰলৈ এবাৰ চেষ্টা কৰি চাওঁ বুলি প্ৰাণটাকি চিঞৰ এটা মাৰিলোঁ। প্ৰতিধ্বনি দূৰত মাৰ গৈছে, এনেতে

দেখোন মোৰ ত্ৰিছ হাত দূৰত ঢৌৰ মাজৰ পৰা আবিৰ্ভাৱ হ'ল এখনি সৰু নাও, বাই আহিছে কুৰি বছৰীয়ামান এটি ল'ৰাই। ল'ৰাটোৱে নাও বাই অহা দীঘল বাঁহৰ এটা মূৰ মোৰ ফাললৈ মাৰি দিলে। বুৰো বুৰো হওতে কোনোমতে বাঁহৰ মূৰটোত থাপ মাৰি ধৰিলোঁ।'—

এই ঘটনাটো সত্যেন বৰকটকীৰ জীৱনৰ। ১৯৫৮ত ইণ্ডো-চীনৰ আন্তৰ্জাতিক শান্তি আয়োগৰ পৰা বিদায় লৈ আহি আৰব সাগৰৰ উপকূলৰ মাহে বোলা ঠাইডোখৰত তেতিয়া তেওঁ প্ৰশাসক আছিল। সমুদ্ৰই প্ৰতিনিয়ত টৌৱাই থকা ঘৰ এটাত তেওঁ থাকিবলৈ লৈছিল আৰু প্ৰতিদিনে ডেৰ-দুই ঘণ্টা সাঁতুৰিবলৈ লৈছিল। দেখাত সাগৰৰ কাষটো বাম হ'লেও তলে তলে প্ৰবল সোঁত থকা বাবে বহুতে তেওঁক তাত সাঁতুৰিবলৈ বাধা দিয়া সত্ত্বেও পানীত নমাৰ ফলত এই দুৰ্ঘটনাৰ সন্মুখীন হোৱা বুলি লিখিছে। যিয়ে নহওক নাৱৰীয়া মাছমৰা ল'ৰাটোৱে তেওঁক কোনোমতে নাৱত তুলি পাৰলৈ আনিলে। অৱশ্যে তেওঁৰ আৰব সাগৰত সাঁতোৰা পৰ্বৰ সামৰণি তাতেই পৰিল। এই সন্দৰ্ভত তেওঁ মন্তব্য কৰি লিখিছে ঃ 'এই ঘটনাটি মোৰ জীৱনত চিৰস্মৰণীয় এই কাৰণেই যে সেই দিনৰে পৰা মই ভালদৰে উপলব্ধি কৰিলোঁ যে মানৱ জীৱন প্ৰকৃততেই কচুপাতৰ পানীৰ নিচিনা—এই আছে, এই নাই। এছাটি বতাহ আহি পাতটো লৰাই দিলেই পানীৰ টোপাল সৰি পৰে।'

সত্যেন বৰকটকীয়ে তেতিয়া সাহিত্য ৰচনাত হাত দিছিল নে নাই নাজানো; কিন্তু দিছিল যদিও সেইবোৰে বিশেষ গুৰুত্ব পোৱা নাছিল। দুৰ্ঘটনাৰ পৰা সাৰি নহা হ'লে আমি বৰকটকী ৰচিত বিভিন্ন ৰসৰ ২৩ খন মূল্যবান পুথি পোৱাৰ পৰা বঞ্চিত হ'লোঁহেঁতেন। জীৱনী আৰু তথ্যমূলক পুথিকেইখনত বাহিৰে প্ৰায়বোৰ কাহিনীয়েই হয় তেওঁৰ জীৱনত ঘটা ঘটনা, নহয় নিচেই আপোন মানুহৰ জীৱনত ঘটি যোৱা ঘটনা।

ড° দিলীপ কুমাৰ দত্তই 'মনে মোৰ কইনা বিচাৰে' নামৰ পুথিখনৰ বাটচৰাত লিখিছে ঃ 'অসমীয়া সাহিত্যত স্পষ্টবাদিতাৰ বিশেষ অভাৱ। বহু অসমীয়া লেখকৰ কাহিনী বা আত্মকাহিনী পঢ়োতে এনেহে ধাৰণা হয় যে তেওঁলোকৰ বাস্তৱখন সম্পূৰ্ণ কল্পনাৰ আৰু তেওঁলোকৰ কাহিনী বা ভাববিলাক তেওঁলোকৰ কাৰণেই অস্পষ্ট। পশ্চিমীয়া সাহিত্যত বাস্তৱিকতাপূৰ্ণ আত্মকাহিনীৰ আজিকালি বিশেষ আদৰ। সমসাময়িক ঘটনাৰ, সমসাময়িক চিন্তাধাৰাৰ বা সমসাময়িক নীতি-নিয়মৰ পোনপটীয়া আৰু স্পষ্ট প্ৰকাশৰ পুথি আজিকালি ইমান বিস্তৃত আৰু সেইবিলাকৰ আমেৰিকাত ইমান আদৰ যে আজিৰ আমেৰিকাৰ

সাহিত্যত 'আত্মকাহিনীৰ যুগ' চলিছে বুলি ক'ব পাৰি। অসমীয়া সাহিত্যত আত্মকাহিনী যুগৰ সূচনা কৰিবলৈ, অসমীয়া সাহিত্যত স্পষ্টবাদিতাৰ অৱতাৰণা কৰিবলৈ আৰু পৰিৱৰ্তনমুখী অসমীয়া সমাজক অস্বাভাৱিক পৰিৱৰ্তনৰ বিষয়ে সতৰ্ক কৰি দিবৰ কাৰণে এই পুথিত মই নিজকে একপ্ৰকাৰ 'বলিৰ পাঠা' হিচাপে উছৰ্গা কৰিছোঁ।'

ড° দত্তৰ পুথিখনিৰ বিষয়বস্তুৰ অভিনৱত্ব অস্বীকাৰ কৰিব নোৱাৰি,— কিন্তু এই ধৰণৰ ৰচনাত সত্যেন বৰকটকীহে যে বাটকটীয়া তাক স্বীকাৰ কৰি ল'বই লাগিব। বৰকটকীৰ 'ফুলবিবি' আৰু 'এচেণ্ডিং কুমজেলেকুৱা' পুথিৰ প্ৰতিটো কাহিনীৰ সৈতে লেখক সুপৰিচিত, প্ৰতিটোৱেই জীয়া কাহিনী। এই ক্ষেত্ৰত সঁচা অৰ্থত বৰকটকীহে 'বলিৰ পাঠা' হৈছিলগৈ আৰু 'ফুলবিবি' বজাৰত ওলোৱাৰ লগে লগে ক'বলৈ গ'লে অসমত এক প্ৰকাৰ ভূঁইকঁপৰেই সৃষ্টি হৈছিল, যাৰ কঁপনিত তদানীন্তন মুখ্যমন্ত্ৰীৰ পৰা আৰম্ভ কৰি বিয়াগোম বিষয়ালৈ কহুতেই আতংকিত হৈ পৰিছিল। সেই পুথিখন তেতিয়াই প্ৰকৃত মূল্যতকৈ তিনিগুণ বেছি দামত ক'লা বজাৰত বিক্ৰী হোৱাৰ কথা এতিয়াও মনত পৰে।

সুদূৰ ভিয়েটনাম, আৰব উপকূলৰ মাহে, আইজল, কোহিমা ইত্যাদিত চাকৰি জীৱনৰ বহু বছৰ কটোৱা বৰকটকীয়ে যেতিয়া নিভাঁজ অসমীয়া জঁতুৱা ঠাচৰ ব্যৱহাৰেৰে গদ্য ৰচনা কৰে, তেতিয়া বিস্ময়ত হতবাক হ'ব লাগে। নিভাঁজ অসমীয়া ব্যৱহাৰৰ ক্ষেত্ৰত তেওঁক 'দ্বিতীয় বেণুধৰ' বুলি ক'লে বোধহয় বঢ়াই কোৱা নহ'ব। 'নাপলেয় ব'নাপাৰ্ত' নামৰ গ্ৰন্থখন বেণুধৰৰ নামত উছৰ্গা কৰিবলৈ গৈ তেওঁ লিখিছে ঃ "অসমীয়াৰে লিখিবলৈ যিজনৰ পৰা পোন প্ৰথমে উদ্গনি পাইছিলোঁ, যিজনৰ কাষত বহি জয়ে জয়ে অসমীয়াত লিখাৰ আখৰা কৰিছিলোঁ, যিজনে অবিৰাম অক্লান্ত পৰিশ্ৰমেৰে নিভাঁজ অসমীয়া ভাষাৰ জেউতি বিতৰোৱা বস্তিগছ নুমাবলৈ নিদিয়াকৈ জীয়াই ৰাখিছে, সেইজন সাহিত্যৰথী, প্ৰত্নতত্ত্ববিদ শ্ৰীযুত বেণুধৰ শৰ্মালৈ শ্ৰদ্ধাৰ চিন স্বৰূপে নাম্ নাচ্ এই প্ৰণামী আগবঢ়ালোঁ।' সম্ভৱতঃ বৰকটকীয়ে গদ্য লেখাৰ চানেকী হিচাপে শৰ্মাৰ লিখনীকেই অনুসৰণ কৰিছিল আৰু সেয়েহে ইমান সৰসভাৱে লিখি যাব পাৰিছিল। বৰকটকীৰ গদ্যৰ ৰীতিৰ সোৱাদ বিতৰণৰ উদ্দেশ্যে তেওঁৰ 'ৰুকণী' নামৰ গল্পটোৰ পৰা দুটি বাক্য আগবঢ়ালোঁ ঃ "গাভৰু কালত মই ৰূপহী আছিলোঁ আকৌ; এতিয়াহে মৰকেলেপ হ'লোঁ। কুমলীয়াতে বৰহোলাৰ ফালৰ ভাল ঘৰ এখনলৈকে মোক দিছিল। পিছে মোৰ কপালে নাটিলে। ল'ৰা-দামুৰি এটা হোৱাৰ পিছতে গিৰিহঁত মৰি থাকিল।" বৰকটকীয়ে চাটকলীয়া, ক'লীমলী, চেপচী, মালমতং, দিহাপোহা, কেতকুত,

চিৰকাল ইত্যাদি হেৰাই যাবলৈ ধৰা শব্দ ব্যৱহাৰ কৰিছিল। ৰেটিং কমৰ অসমীয়া কৰিছে 'বাটচোৰা ঘৰ'।

অসমীয়া সাহিত্যত সত্যেন বৰকটকীৰ গজগজীয়া আসন এখন এইবাবেই থাকিব যে তেওঁ কালৈকো কেৰেপ নকৰি ব্যক্তিগত জীৱনৰ ঘটনাসমূহ বিভিন্ন পুথিত সুৱলা ভাষাৰে বৰ্ণনা কৰি গৈছে। 'বিক্ৰম' নামৰ কাহিনী এটাত তেওঁ লিখিছে, "কেইবছৰমান আগলৈকে আমি সেৱন কৰা এবিধ পানীয় যোৰহাট-গোলাঘাটতকৈ ডিমাপুৰত ভালেখিনি সস্তাত পোৱা গৈছিল। সেইদেখি সেই সময়ত প্ৰভুৰে-ময়ে মাজে মাজে ডিমাপুৰলৈ গৈ কেবামাহো চলিব পৰাকৈ কেবা বাকচকৈ দ্ৰব্য একেলগে লৈ আহোঁ।" তেওঁৰ ভণ্ডামি নাছিল বাবেই পানীয়বিধ ধৰাৰ কথা খোলাভাৱেই উল্লেখ কৰিছিল। আনকি যৌৱনৰ পাৰভঙা 'লাজ লগা' মুহূৰ্তবোৰৰ কথাও তেওঁ খোলাখুলিভাৱেই গল্পৰ চলেৰে ব্যক্ত কৰি গৈছে। শেষ অৱস্থাত আৰ্থিক অনাটনত ভুগি যে কষ্ট পাইছিল, তাকো তেওঁ এইদৰে উল্লেখ কৰিবলৈ অস্বস্তিবোধ কৰা নাই, "তয়ো এতিয়া মোক ভাঙকুটা মাৰি যেনহে গণ্য কৰা হলি।" এয়া আছিল তেওঁৰ চাকৰিৰ পৰা অৱসৰ লোৱা জীৱনৰ বেদনা।

বৰকটকীৰ দৰে অৱসৰপ্ৰাপ্ত অধ্যয়নপুষ্ট বিষয়া অসমত হয়তো বহুত ওলাব; কিন্তু তেওঁৰ দৰে অৱসৰৰ কালছোৱা সাহিত্য সাধনাৰ জৰিয়তে সমাজলৈ অৱদান আগবঢ়োৱা দৃষ্টান্ত তেনেই বিৰল। তিতাবৰৰ মেলামাটিত এটাৰ পিছত এটাকৈ গাহৰি পাম, মুৰ্গী পাম, জাহাজী কলৰ বাগিচা ইত্যাদি আৰম্ভ কৰি প্ৰত্যেকটোতে লোকচান ভৰি হাৰাশাস্তি নহৈ যোৰহাট বা গুৱাহাটীত থকাহেঁতেন তেওঁৰ পৰা নিশ্চয় আমি আৰু ভালেমান মূল্যবান পুথি পালোঁহেঁতেন। ভালেকেইগৰাকী বিখ্যাত লোকৰ জীৱনী-লেখক বৰকটকীৰ পূৰ্ণাঙ্গ জীৱনী আমি কেতিয়া পাম, যিখনে তেওঁৰ জীৱনৰ সামগ্ৰিক দিশসমূহ সামৰি ল'ব? ○

# সন্দেহ

দিছপুৰখন সচিবালয়ৰ বাবে কিমান বিখ্যাত নাজানো; কিন্তু নাৰ্ছিং হ'মৰ বাবে কেউদিশতেই সম্প্ৰতি জনাজাত হৈ পৰিছে। কেইবছৰমানৰ আগলৈকে ইয়াত মাথোঁ এখনহে নাৰ্ছিং হ'ম আছিল; কিন্তু এতিয়া অন্যান্য প্ৰতিষ্ঠানৰ তুলনাত নাৰ্ছিং হ'মেই বেছিকৈ প্ৰসাৰ লাভ কৰিছে। এই নাৰ্ছিং হ'মকেইখনৰ কোনোবা এখনত প্ৰায়েই আমাৰ আত্মীয় কুটুম, বন্ধু-বান্ধৱ অথবা দূৰ সম্পৰ্কীয় লোক থাকেই। সন্ধিয়া পৰত মই জনতা ভৱনৰ সন্মুখেৰে কিছু সময়ৰ বাবে খোজ কঢ়াটো আগতে নিয়ম আছিল; কিন্তু নাৰ্ছিং হ'মৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে খোজ কঢ়াতকৈ ৰোগীৰ খা-খবৰ লোৱাটোহে অধিক গুৰুত্বপূৰ্ণ হৈ পৰিল। সেয়েহে খোজ কাঢিবলৈ লোৱাৰ আগতে সন্ধিয়া কোনখন নাৰ্ছিং হ'মত খা-খবৰ ল'ব লগা ৰোগী আছে সেই বিষয়ৰ হিচাপহে লওঁ।

কিন্তু সমৰদাৰ কথাটো সম্পূৰ্ণ সুকীয়া। আন বহুতো ৰোগীৰ খবৰ ল'বলৈ গৈ বিছনাৰ কাষৰ ৰেকত এটোপোলা কমলা, আপেল অথবা এবটল হৰলিক্স থৈ আহিয়েই দায়িত্ব সাৰিব পৰা বিধৰ ই নহয়। তেওঁ মোৰ অগ্ৰজপ্ৰতিম। দিছপুৰৰ ওচৰৰে হাতীগাঁৱত থাকে। বিত্ত বিভাগৰ উপ-সচিব হিচাপে কাম কৰি মাত্ৰ দুবছৰৰ আগতে অৱসৰ লৈছে। সমৰদাৰ সৈতে আমাৰ পৰিয়ালৰ কোনো ধৰণৰ তেজৰ সম্পৰ্ক নাই। এইদৰে যে সেই পৰিয়ালটোৰ সৈতে কাহানিবা ওচৰ সম্পৰ্ক গঢ়ি উঠিব সেইটো ধাৰণা কৰা নাছিলোঁ। কাকতৰ বাবে তথ্যপাতি সংগ্ৰহৰ হেতুকে মাজে-সময়ে সচিবালয়ৰ বিত্ত বিভাগটোলৈ যাব লগা হয়। আয়ুক্ত কেবিলন প্ৰায়েই মন্ত্ৰীৰ সৈতে ব্যস্ত থাকে; গতিকে তথ্যপাতি যোগান ধৰাৰ বাবে তেওঁ সময় নাপায়। মোক প্ৰায়েই তেওঁ সমৰ দাসক লগ ধৰিবলৈ পৰামৰ্শ দিয়ে। তেনেকৈয়েই বিত্ত উপ-সচিব সমৰ দাস এদিন আমাৰ সমৰদা হ'ল। যোৰহাটত ঘৰ। এম. এ.

পঢ়িছিল লক্ষ্ণৌ বিশ্ববিদ্যালয়ত। মনটো বহল। সকলো কথা যুক্তিৰেহে গ্ৰহণ কৰে। সেইবাবেই তেওঁক মোৰ ভাল লাগে। সমৰ দাসৰ অফিচত প্ৰতিবাৰ যাওতেই চাহ খাব লগা হৈছিল, সেইবাবেই এদিন ময়ো তেওঁক আমাৰ ঘৰলৈ চাহ খাবলৈ মাতিছিলোঁ। তাৰ পিছতেই এদিন সমৰ দাসে চৰকাৰী কাৰ্যালয়ৰ সলনি তেওঁৰ ঘৰলৈ আমাক সপৰিয়ালে নিমন্ত্ৰণ জনালে। এইদৰেই আমাৰ দুয়োটি পৰিয়ালৰ মাজৰ সম্পৰ্ক গাঢ় হৈ উঠিল। আমাৰ যিকোনো সমস্যা হ'লেই সমৰদা আহি ওলায় আৰু বহু সময়তে তেওঁ মোতকৈ বহু বেছি ব্যৱহাৰিক দিশত অভিজ্ঞপুষ্ট।

অৱসৰ লোৱাৰ পিছতো তেওঁৰ কোনো সমস্যা হোৱা নাই। ল'ৰাটোৱে ইঞ্জিনিয়াৰিং পাছ কৰি অলপ দিনৰ আগতে চাকৰিত সোমাইছে। এজনী মাত্ৰ ছোৱালী। তাই পঢ়ি আছে। সমৰদাই থকা ঘৰ বান্ধোতে ভাৰাৰ বাবেও সুকীয়াকৈ ঘৰ এটা সাজিছিল। অৱসৰ প্ৰাপ্তিৰ পিছত যাতে আনৰ ওচৰত হাত পাতি লঘু হ'ব লগা নহয় তাৰ বাবেই তেওঁ সেই ঘৰটো সাজিছিল। ভাৰা ঘৰটোত আৰম্ভণিৰ পৰাই এহাল ডাক্তৰ-ডাক্তৰণী থাকে। সমৰদাই তেওঁলোকক কাহানিও ভাৰাতীয়া বুলি নাভাবে। তেওঁলোকৰ মাজৰ সম্পৰ্ক ইমান গাঢ় যে ডাক্তৰ হ'লেও সমৰ দাসক ঘৰৰ মালিক বুলি ভাবিব লগা হোৱা নাই। সেইবাবেই আৰ্থিকভাৱে স্বচ্ছল হোৱা সত্ত্বেও ডাক্তৰহঁতে এতিয়ালৈ নিজাকৈ ঘৰ বান্ধিবলৈ মন কৰা নাই।

নাৰ্ছিং হ'মত ভৰ্তি হোৱাৰ পিছতহে সমৰদাৰ পৰিয়ালৰ কোন কোন আপোন সেই কথা জনাৰ সুযোগ পালোঁ। তেওঁৰ বেমাৰৰ সেৱা-শুশ্ৰূষাৰ বাবে দেখিলোঁ আমাৰ বাহিৰে ডাক্তৰ-ডাক্তৰণীহে আছে। ডাক্তৰে সঘনাই খবৰ ল'বলৈ সুযোগ নাপায়—নিজৰ প্ৰফেচনতেই ব্যস্ত। চাকৰিৰ কামৰ পৰা ঘুৰি আহোঁতে ভালেখিনি ৰাতি হয়—তথাপি মাজে-সময়ে তেওঁ সমৰদাৰ খা-খবৰ লয়; কিন্তু প্ৰতিদিনে নিয়মীয়াকৈ খা-খবৰ লৈ আহিছে ডাক্তৰ কৰবী বৰুৱাই। তেৰোঁ ওচৰৰ চৰকাৰী চিকিৎসালয় এখনত চাকৰি কৰে। পৰাপক্ষত বাহিৰলৈ ৰোগী চাবলৈ নাযায়। গতিকে সমৰদাৰ খা-খবৰ লোৱাত তেওঁৰ অসুবিধা হোৱা নাই। তেওঁ প্ৰায় প্ৰতিদিনেই অফিচ ছুটীৰ পিছত সমৰদাৰ খবৰ লয়।

নবৌৱে কোৱা মতে সমৰদাৰ বোলে বেমাৰ নাছিলেই। এইবাৰেই মানুহজন যি পৰিল, পৰিলেই। আৰম্ভণিতে সাধাৰণ ইনফ্লুৱেঞ্জা। সিয়েই গৈ নিউমোনিয়া আৰু শেহান্তৰত ভয়ানক ধৰণৰ ব্ৰনকাইটিচ। নাৰ্ছিং হ'মত থকাৰ দিন ধৰি নবৌ সমৰদাৰ লগতেই আছে। তেওঁৰো যথেষ্ট কষ্ট হৈছে; কিন্তু আমাৰ বাবে তেওঁৰ সেই কষ্ট লাঘৱ কৰাৰ কোনো পথ নাই। মোৰ পৰিবাৰেও কেতিয়াবা তেওঁৰ লগতেই নিশা কটাব খুজিলেও সমৰদাই কোনোপধ্যেই তাত সম্মতি নজনায়।

আনকি বেমাৰীৰ খবৰ লৈ কিছু বেছি সময় থাকিলে আমাৰ ঘৰত ল'ৰা-ছোৱালীহঁতৰ খোৱা-লোৱাত অসুবিধা হ'ব পাৰে বুলিয়েই তেওঁ যিমান সোনকালে পাৰে পঠিয়াই দিবলৈহে বিচাৰে। তাতে আকৌ তেওঁ মানুহজন অলপ লাজকুৰীয়া স্বভাৱৰ।

আমি প্ৰতিদিনেই ডাক্তৰৰ পৰা সমৰদাৰ স্বাস্থ্যৰ বুজ লওঁ। লাহে দুৰ্বল হৈ আহিলেও হাৰ্টত এফেক্ট কৰিব পৰা নাই; কিন্তু লিভাৰৰ অৱস্থা কিছু নৰম হৈ অহাৰ বাবেই ডাক্তৰৰ বাবে সমস্যাৰ উদ্ভৱ হৈছে। তেওঁলোকে কোৱা মতে ব্ৰনকাইটিছ আৰু লিভাৰৰ চিকিৎসা একেলগে কৰিব লগা হোৱা বাবেই ৰোগীয়ে আৰোগ্য লাভ কৰাত কিছু সময় লাগিব। আমাৰ কথা হ'ল, সময় যিমানেই নালাগক ৰোগী আৰোগ্য হ'লেই শান্তি। কিন্তু ডাঙৰ সমস্যাটো হ'ল তেওঁ খাবলৈ মুঠেও মন নকৰে। সমৰদাই নোখোৱা হেতুকে নবৌৰো খোৱাৰ পৰিমাণ ক্ৰমাৎ হ্ৰাস পাই আহিছে। মই বুজনি দিবলৈ গ'লেই নবৌৱে কয়, ঘৰৰ মূল মানুহজনেই খাবলৈ মন নকৰিলে বাকীবোৰে কি সতে খাম? তেওঁৰ অৱস্থাটোও মোৰ ভাল লগা নাছিল। দুয়ো দুৰ্বল হৈ পৰিলে কথাটো যে কিমান বেয়া হ'ব পাৰে সেইটো বুজাইছিলোঁ যদিও কোনো কামত অহা নাছিল। নবৌৱে প্ৰায় সকলো সময়তেই ৰোগীৰ গা-মূৰ পিটিকি দি থাকি সান্ত্বনা লাভ কৰিছিল। কিন্তু মই লক্ষ্য কৰিছিলোঁ যে ৰোগী ক্ৰমাৎ দুৰ্বল হৈ আহিছিল; তথাপি তেওঁ ভাল হ'ব বুলিয়েই মোৰ দৃঢ় ধাৰণা আছিল। ডাক্তৰে বাৰে বাৰে কৈছে যে ৰোগীক যিকোনো প্ৰকাৰেই খুৱাবই লাগিব। চুপ খোৱাতো অসুবিধা নাই। মুঠতে ৰোগীয়ে মন কৰা যিকোনো বস্তুকেই খাবলৈ দিব লাগে কিন্তু দিন যিমানেই দীঘলীয়া হৈছে, ৰোগীৰ খোৱাৰ ইচ্ছা সিমানেই হ্ৰাস পাইছে। যিটো কথাই আমাৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল সেইটো হ'ল ডাক্তৰ কৰবী বৰুৱাৰ পৰিবেশনা। কৰবীয়ে খুৱাব খুজিলে সমৰদাই অলপ হ'লেও খায়। একেবিধ পথ্যকেই কিছু সময়ৰ আগতে নবৌৱে দিলে খাবলৈ মন কৰা নাই; কিন্তু তাকেই কৰবীয়ে আগবঢ়াই দিয়াত ৰোগীয়ে খোৱাত আপত্তি কৰা নাই। মই কথাটো ভালেই পাইছোঁ। যাৰ হাতেৰেই দিয়া নহওক ৰোগীয়ে খাব লাগে আৰু সোনকালেই সুস্থ হ'ব লাগে। নবৌৱেও কথাটো আৰম্ভণিতে বিশেষ মন কৰা নাছিল। মই পাকে-প্ৰকাৰে বুজাই দিবলৈ বিচাৰিছিলোঁ যে কৰবী ডাক্তৰ বাবেই তেওঁ যোগান ধৰা পথ্য ৰোগীয়ে খাবলৈ বিচাৰিছে। নবৌৱেও বিচাৰে যে ডাক্তৰ কৰবীয়ে ৰোগীক খোৱাৰ যোগান ধৰক; কিন্তু পুৱা-আবেলি কৰবীৰ পক্ষে এজন ৰোগীৰেই লগত লাগি থকাটো সম্ভৱ নহয়। কৰবীয়েও সমৰদাক যথেষ্ট শ্ৰদ্ধা কৰে। নিতৌ সময় মতে তেওঁক পথ্য খুৱাবলৈ বিচাৰে; কিন্তু সেই অনুপাতে তেওঁৰ সময়ৰ অভাৱ। নবৌৱেও লক্ষ্য কৰিলে যে কৰবীয়ে নিদিলে ৰোগীয়ে

একোকে মুখতে নিদিয়ে। সেইবাবে তেওঁ কৰবীক অনুৰোধ কৰিছিল যাতে কিছু কষ্ট কৰি হ'লেও অন্ততঃ আহাৰখিনি গিৰীয়েকক খুৱাই দি যায়। নবৌৰ অনুৰোধ ৰক্ষা কৰিয়েই কৰবীয়েও পুৱা-গধূলি নিয়মীয়াকৈ নাৰ্ছিং হ'মলৈ অহা-যোৱা কৰিছিল। কৰবী ৰোগীৰ কাষৰ পৰা যোৱাৰ সময়ত নবৌয়ে প্ৰতিদিনে কৃতজ্ঞতা স্বীকাৰ কৰিছিল আৰু কৈছিল যে সেই ধাৰ তেওঁ জীৱনত পৰিশোধ কৰিব নোৱাৰে। মাজতে এদিন কোনো কাৰণত কৰবী অহাটো সম্ভৱ হোৱা নাছিল। সিদিনা সমৰদাই একোকে মুখত দিবলৈ মন নকৰিলে। নবৌৱে খাবলৈ অনুৰোধ কৰি কৰি চকু চলচলীয়া কৰিলে; কিন্তু তথাপি ৰোগীয়ে তালৈ ভ্ৰূক্ষেপ নকৰিলে। তাৰ পিছদিনাখনৰ পৰা মাজে-সময়ে তেওঁ মাত্ৰ কৰবীৰ নাম উচ্চাৰণ কৰে। কেতিয়াবা সোধে তেওঁ আহিল নে? নবৌৱে কোন বুলি সুধিলে সমৰদাৰ পৰা উত্তৰটো আহে—কৰবী। অন্যান্য আত্মীয় পৰিয়ালৰ ৰোগী চাবলৈ অহা মহিলাৰ উপস্থিতিতো সমৰদাই কৰবীৰ নাম লোৱা কাৰ্যক নবৌয়ে সহজভাৱে ল'ব পৰা নাছিল। মই লক্ষ্য কৰিছিলোঁ যে পিছলৈ নবৌৱে এই লৈয়ে কিছু অস্বস্তি অনুভৱ কৰিছিল। ৰোগীৰ প্ৰতি শুশ্ৰূষাৰ ক্ষেত্ৰতো তেওঁক কিছু উদাসীন হৈ পৰা দেখিছিলোঁ। সমৰদাই মূৰটো আগৰ দৰে পিটিকি দি থাকিবলৈ কোৱাত সিদিনা হঠাতে নবৌৰ মুখৰ পৰা ওলাল—'কৰবী আহিলে পিটিকি দিব।'

সমৰদাই মাজে-সময়ে ভুল বকিবলৈও ধৰিছিল, মই যথেষ্ট উদ্বিগ্ন হৈ পৰিছিলোঁ; কিন্তু সেই উদ্বেগ নবৌৰ চকু-মুখত গভীৰভাৱে ফুটি উঠা নাছিল। গোটেই অৱস্থাটো মই ভালদৰে উপলব্ধি কৰিছিলোঁ যদিও সেই ক্ষেত্ৰত কি কৰাটো উচিত হ'ব ভাবি অন্ত পোৱা নাছিলোঁ। সমৰদা অন্তিম শয্যাত, নবৌ অভিমানত অতিষ্ঠ। তাৰ কাৰণো নোহোৱা নহয়; বেচেৰীয়ে আৰম্ভণিৰে পৰাই ৰোগীৰ যিদৰে শুশ্ৰূষা কৰি আহিছিল, তাৰ তুলনা পাবলৈ নাই। বিবাহিতা স্ত্ৰীৰ সন্মুখত এইদৰে আন এগৰাকী মহিলাৰ প্ৰতি থকা আকৰ্ষণ দেখি-শুনি থকাৰ পিছতো তেওঁ সহজ হ'ব পাৰে কেনেকৈ? কিন্তু সমৰদাৰ অৱস্থাৰ আৰু অৱনতি ঘটিলহেঁতেন যদিহে কৰবীৰ সান্নিধ্য এই অৱস্থাত নাপালেঁহেঁতেন। ৰোগীৰ কাষৰ পৰা উঠি অহাৰ পিছতো মোৰ মনত কেৱল সমৰদাৰ ৰোগাক্ৰান্ত মুখখন, নবৌৰ ক্লান্ত মুখাবয়ব আৰু ডাক্তৰ কৰবীৰ ধীৰ, স্থিৰ ছবিখন আহি থকা দেখিছিলোঁ। তেনে অৱস্থাত মই কি কৰিব পাৰোঁ ভাবিব পৰা নাছিলোঁ। ৰোগ শয্যাত ইমান দিন পৰি থাকি ক্লান্ত হৈ পৰা মানুহজনক বাৰু মই কেনেকৈ কওঁ যে তেওঁ এইদৰে সঘনাই পৰস্ত্ৰী এগৰাকীৰ সান্নিধ্য বিচৰাটো উচিত হোৱা নাই। মুমূৰ্ষু ৰোগী এজনক এই অৱস্থাত কোনো মানুহৰ পক্ষেই এইদৰে সকীয়াই দিয়াটো সম্ভৱ নহয়। নবৌক

মই শ্ৰদ্ধা কৰোঁ। তেওঁক বাৰু কেনেকৈ কওঁ যে গিৰীয়েকে যাৰে-তাৰে সন্মুখত আন এগৰাকী তিৰোতাৰ নাম উচ্চাৰণ কৰি থাকক আৰু সেই অপমান তেওঁ নীৰৱে সহ্য কৰি অন্ধ বধিৰৰ ভাও লওক। ই মোৰ পক্ষে কোনোপধ্যেই সম্ভৱ নহয়। তেজ-মঙহৰ কোনো তিৰোতাই এনে কাৰ্যক সমৰ্থন কৰিব নোৱাৰে। অৱশ্যে মই ডাক্তৰ কৰবীৰ লগত এই বিষয়ে আলোচনা কৰিব পাৰোঁ; কিন্তু সেই কাম কৰিবলৈ গ'লে কৰবীক আৰু কাহানিও সমৰদাৰ কোঠাত দেখিবলৈ নাপাম। তেওঁৰ প্ৰতি যে নবৌৰ বিৰূপ মনোভাৱ হৈছে সেইটো কৰবীয়ে বিন্দু মাত্ৰও ধাৰণা কৰিব পৰা নাই। এই বিষয়ে ক্ষুণাক্ষৰেও তেওঁ জানিব পাৰিলে অৱস্থা অধিক জটিল হৈ পৰাটো স্বাভাৱিক।

ৰোগীৰ লগতে নবৌৱেও খোৱা-শোৱা যিমানে বাদ দিবলৈ লৈছে সিমানেই ৰোগীয়ে কৰবীৰ সান্নিধ্য পাবলৈ বিচৰা দেখা গৈছে। হঠাতে এদিন ৰাতিপুৱা অতিষ্ঠ হৈ নবৌ নাৰ্ছিং হ'মৰ পৰা নিজৰ ঘৰলৈ ঘূৰি আহিল। কাৰণটো হ'ল, অফিচলৈ যোৱাৰ আগতে ৰাতিপুৱা ৰোগীক দেখা কৰিবলৈ গৈছিল কৰবী। সমৰদাই কাণে কাণে তেওঁক কিবা ক'ব বিচাৰিছিল। নবৌৰ পক্ষে সেই দৃশ্য সহ্য কৰি থকাটো সম্ভৱ নহ'ল। তেওঁ হঠাতে গুচি অহাৰ পিছত কৰবীয়ে বুজিবলৈ বাকী নাথাকিল। তাৰোঁ তেতিয়াৰ পৰা সেইখন নাৰ্ছিং হ'মলৈ পিঠি দিলে। মাজতে অসুবিধাত পৰিলোঁ মই। নিৰুপায় হৈ ততালিকে ৰোগীৰ কাষত থাকিবলৈ মোৰ পৰিবাৰক পঠিয়ালোঁ যদিও সমৰদাই সেইটো ভাল পোৱা নাছিল। আলহী-অতিথিৰে ঘৰখন এৰি মোৰ পৰিবাৰ তাত বেছি সময়ৰ বাবে থকাটো তেওঁ নিবিচাৰিছিল। মোৰ বাবে সমস্যাটো জটিল হৈ পৰিল। গধূলি পৰিবাৰক ঘৰলৈ পঠিয়াই দি মইয়েই অকলে বহি আছিলোঁ। কাকত-আলোচনী এসোপামান লগত লৈছোঁ। ৰাতি থাকিবলগীয়া হ'বও পাৰে। এইদৰে ৰোগী শুশ্ৰূষা কৰিব লগা মোৰ বাবে আগতে হোৱা নাছিল; কিয়নো সকলো সময়তে আন মানুহ থাকেই। বৰঞ্চ বহু সময়তে ৰোগীৰ কাষত কোন থাকিব সেই লৈ হেতা-ওপৰাহে লাগে। সমৰদাৰ ক্ষেত্ৰত কথা সুকীয়া। এই অৱস্থাত তেওঁৰ ল'ৰা-ছোৱালীৰ এটাক ৰখাটো উচিত নহয়, কাৰণ ৰাতি হঠাতে বেমাৰ বেছি হ'ব পাৰে। গতিকে ৰোগীৰ কাষত মই থাকিব লগা হোৱাত বাহিৰে গত্যন্তৰ নাছিল।

সৰু ল'ৰাক নিচুকাই খুৱাবলৈ বিচৰাৰ দৰে মই ফ্লাস্কৰ পৰা গিলাচৰ গাখীৰ অলপমান ঢালি লৈ মৰমসনা মাতেৰে ক'লোঁ—

'দাদা গাখীৰ অকণমান খাওক।'

তেওঁ মোৰ ফালে নিৰীক্ষণ কৰি ক'লে—

'গাখীৰ আপুনি কিয় দিছে। আপুনি যাওক। আপোনাৰ কাম বহুত আছে।'

শান্তভাৱে মই ক'লোঁ—'আজি নিশাটো মইয়েই থাকিব লাগিব।'

সমৰদাই ক্ষীণ মাতেৰে ক'লে—'মলয়া ক'লৈ গ'ল?'

'তেওঁ আজি ইয়াত নাথাকে, গা ভাল নহয়।'

মলয়া নবৌৰ নাম। তেওঁ নাথাকে বুলি কোৱাত সমৰদাই স্থিৰভাৱে ওপৰলৈ চাই থাকিল। মই তেওঁৰ ফালে চাই আকৌ ক'লোঁ—'গাখীৰ অকণমান খাওক?'

ক্ষন্তেক ৰৈ থাকি সমৰদাই সুধিলে—'কৰবী ক'ত?'

সেই প্ৰশ্নটো শুনি মই ক্ষন্তেক নীৰৱ হৈ থাকিলোঁ। তেওঁৰ মুখৰ পৰা আকৌ ওলাল, 'কৰবী। কৰবী নাহিব নেকি?'

তেওঁৰ তেনে মনোভাৱ মই ভাল পোৱা নাছিলোঁ। পৰস্ত্ৰী স্মৰণ বাৰে বাৰে কিয়? মই কিছু সাহস গোটাই পোনপটীয়াভাৱেই সুধি পেলালোঁ—'সমৰদা, আপুনি বেয়া নাপাব। কৰবী আনৰ তিৰোতা। সকলো সময়তে তেওঁ ইয়াত উপস্থিত থকাটো সম্ভৱ জানো?'

দীঘলকৈ হুমুনিয়াহ এটা কাঢ়ি সমৰদাই অতি ক্ষীণ মাতেৰে ক'লে—'কৰবীয়ে দিলেহে মই খাব পাৰোঁ। আপুনি নাজানে ডেকা, মোৰ ভনী এজনী আছিল। তাইৰ নামো আছিল কৰবী। দেখিবলৈও ডাক্তৰ কৰবীৰ দৰে। বয়সত সৰু হ'লেও তাইয়ে আছিল মোৰ অভিভাৱক। ছাত্ৰাৱস্থাত চাহ-ভাত যোগান ধৰাৰ পৰা কাপোৰ ধোৱালৈকে সকলোখিনি তাইয়ে কৰিছিল। মই মাউৰা। অতি দুৰ্ভগীয়া। ভনীজনীয়ে মাৰ অভাৱ পূৰণ কৰিছিল। কিন্তু হঠাতে এদিন এনকেফেলাইটিচত তাই ঢুকাল।'

....সমৰদাৰ মাত থোকা-থুকি হৈ আহিছিল। দুচকুৰে বাগৰিছিল চকুলো।

তেওঁ আকৌ উচুপি উচুপি ক'লে—'ডাক্তৰ কৰবীৰ মাজত মই ভনীজনীক বিচাৰি পাইছিলোঁ।'

সমৰদাৰ কথাখিনি শুনাৰ পাছত মই আৰু তেওঁক গাখীৰ খুৱাবলৈ প্ৰয়াস কৰা নাছিলোঁ। ক্ৰমাৎ মোৰ মনত উৎকণ্ঠা বৃদ্ধি পাইছিল। বাৰে বাৰে মন গৈছিল—তেতিয়াই যেন কথাখিনি মলয়া নবৌক জনাম; কিন্তু ৰোগীৰ কাষৰ পৰা আঁতৰ হোৱাটো সম্ভৱ হোৱা নাছিল। সিদিনা দিনটোত তেওঁ একোকে খোৱা নাছিল। ৰাতিও নাখালে। কথাখিনি শুনিবলৈ পোৱাৰ পিছত মইয়ো খুৱাবলৈ চেষ্টা নকৰিলোঁ। ভাবিছিলোঁ,— ৰাতিপুৱা মই নিজেই গৈ কৰবীক মাতি আনিম। কিন্তু ৰাতি পুৱাবলৈ নাপালে। তিনি বজাত সমৰদা ঢুকাল। ○

# আনুষঙ্গিক

চাকৰিৰ পৰা অৱসৰ লোৱাৰ আগলৈকে মোৰ ধাৰণা আছিল যেন চাকৰি জীৱনটো এক বন্দী জীৱনহে। যিদিনাখনেই চাকৰিৰ পৰা অৱসৰ লোৱাৰ সুযোগ পাম সিদিনাখনেই কাৰাগাৰৰ পৰা মুক্তি লাভ কৰাৰ আনন্দ লভিম বুলি ধাৰণা কৰিলোঁ। সঁচাকৈয়ে সেই বহু আকাংক্ষিত সময় আহি গ'ল। মই অৱসৰ পালোঁ। এক গতানুগতিক জীৱনৰ অন্ত পৰিল। আৰম্ভণিৰ কেইটামান দিন মই শুয়েই কটোৱাটোকে থিৰাং কৰিলোঁ। চাকৰি কালত দেওবাৰ আৰু আন বন্ধ বাৰত ঘৰত থকাৰ সুযোগ পালেও নিশ্চিত মনে দুপৰীয়া শোৱাৰ সুযোগ কমেই পাইছিলোঁ। তেনেকুৱা বন্ধৰ দিনত কিবা নহয় কিবা কাম ওলোৱাটোৱেই স্বাভাৱিক; কিয়নো মাহটোত বন্ধৰ দিন তেনেই সীমিত আছিল আৰু অফিচ খোলা দিনকেইটাৰ বকেয়া কামবোৰ বন্ধৰ দিনতেই কৰিব লগা হৈছিল। কেতিয়াবা আকৌ বন্ধৰ দিনত শোৱাতো দূৰৰে কথা, আনদিনতকৈ বেছি ব্যস্ততাহে অনুভৱ কৰিছিলোঁ। যিয়েই নহওক, অৱসৰ লোৱাৰ পাছত বিশ্ৰাম উপভোগৰ লোভনীয় সুযোগটো পাই গ'লোঁ। চাকৰি থকাৰ দিনটোলৈকে ৰাতিপুৱা পাঁচ বজাতেই বিছনাৰ পৰা উঠিবলগা হৈছিল; কিন্তু প্ৰথম দিনটোতেই দুঘণ্টা পলমকৈ সাত বজাতহে বিছনা এৰিলোঁ। আন দিনা সাত বজাত দিনটোৰ বহু কামেই হৈ যায়। কিন্তু সিদিনা বিছনাৰ পৰা উঠি দেখোঁ যে মোতকৈ আনবোৰে কেতিয়াবাই সাৰ পাইছে। কাম-কাজতো ব্যস্ত হৈ পৰিছে। ইমান পলমকৈ উঠা বাবে মই যে মুঠেও অস্বস্তি অনুভৱ কৰা নাছিলোঁ তেনে নহয়। পৰিবাৰকে ধৰি পৰিয়ালৰ প্ৰত্যেকেই মোলৈ কিছু আচহুৱা দৃষ্টিৰে চোৱাও অনুভৱ কৰিছিলোঁ। চাহৰ কাপটো হাতত দিয়াৰ চলেৰে পৰিবাৰে কটাক্ষ বাণ মাৰি সুধিয়েই পেলালে, 'ইমান বছৰৰ পাছত আজিহে বোধহয় আপোনাৰ টোপনি পূৰ হ'ল!'

মই কিছু নিৰ্লিপ্তভাৱেই ক'লোঁ,—'মোৰ দৰে এইদৰে নিতৌ অফিচলৈ গৈ থকা হ'লে ই কিমান আমনিদায়ক তুমি গম পালাহেঁতেন। কোনো দিনে অফিচলৈ গৈ নোপোৱা তোমালোকেনো চাকৰিৰ এই আমনিদায়ক জগতখনৰ বিষয়ে কেনেকৈ

অনুভৱ কৰিব পাৰিবা?

পৰিবাৰে মোৰ কথাৰ কোনো উত্তৰ নিদিলেও এনে ভংগীৰে আঁতৰি গ'ল যেন অৱসৰৰ অৱসাদ চাকৰিতকৈও বেছি বিৰক্তিকৰ সময়ত বুজি পাবলৈ মোৰ টান নহ'ব।

যিয়েই নহওক, সিদিনা চাহ কাপ খাই উঠিয়েই বাতৰি কাকত পঢ়াত লাগি গ'লোঁ। আনদিনা সময়ৰ নাটনিৰ হেতুকেই ওপৰে ওপৰে হেডলাইনকেইটাত চকু ফুৰায়েই সামৰোঁ যদিও সিদিনা প্ৰথম পৃষ্ঠাৰ পৰা শেষ পৃষ্ঠালৈ সকলো পঢ়িলোঁ। কৰ্মখালী, মাটি বিক্ৰী, অশ্ৰু-অঞ্জলি আদি একোকেই বাদ দিয়া নহ'ল। এনে অনুভৱ হ'ল, কাকতখনৰ আৰু চাৰি পৃষ্ঠামান থকা হ'লেও যেন ভাল আছিল। হঠাতে অনুভৱ কৰিলোঁ কাম বুলিবলৈ মোৰ যেন একোৱেই নাই। ডেকা কালত যোগাসন চৰ্চা কৰিছিলোঁ যদিও অফিচলৈ ততাতৈয়াকৈ যাবলগীয়া হোৱা হেতুকে সেই অভ্যাসৰো কাহানিবাই অন্ত পৰিছে। গতিকে যোগ চৰ্চা কৰি শতায়ু হোৱাৰ আশা কেতিয়াবাই বাদ দিছোঁ। আজি কাকতখন পঢ়াৰ পাছত কৰিব লগা কাম একো নাই বাবেই ছোৱালীজনীক খুজি আৰু একাপ চাহ খালোঁ। চোতালত কিছু সময় ইফাল-সিফাল কৰি থাকি কৰিব লগা কিবা পাওঁনে বিচাৰি ফুৰিলোঁ। ফুলৰ টাবত হাত দিয়াৰ ইচ্ছা আছিল, কিন্তু কোনোদিনেই নকৰা কাম এটাত হাত দিবলৈ ভয় খালোঁ। মই অফিচলৈ যোৱাৰ পাছত পৰিবাৰে এই ফুলৰ টাবকেইটাতে লাগি থাকে। বিশ্ববিদ্যালয়ত পঢ়ি থকা ছোৱালীজনীয়েও আজৰি পালেই টাবকেইটাত খুচৰি থাকিবলৈ নাপাহৰে। গতিকে মই অকস্মাতে টাবৰ ফুলত হাত দিবলৈ গ'লেই যেন এক কুৰুক্ষেত্ৰৰ সৃষ্টি হ'ব সেই কথা অনুমান কৰাত অসুবিধা হোৱা নাছিল। সেইবাবেই চোতালত কৰিবলৈ একো নাপাই ড্ৰইংৰুমৰ চকীকেইখনকেই নতুনকৈ সজাই পৰাই থোৱাৰ কথা ভাবিলোঁ আৰু সেই উদ্দেশ্যে মাজৰ টেবিলখনত হাত দিয়াৰ লগে লগেই খিৰিকীৰে দেখিবলৈ পাই পৰিবাৰে চিঞৰি উঠা মোৰ কাণত পৰিল,—

'সেইবোৰত কিয় লাগিছে? সময় কটাবলৈ একো নাই যদি বিছনাত পৰি থাকিয়েই আৰু এঘুমটি নামাৰে কিয়?'

অৱসৰ জীৱনৰ অসহায়তাৰ এয়া যেন প্ৰথম ঘণ্টাধ্বনি। আগলৈ গ'লেও নৰ্দমা, পাছলৈ আহিলেও কাঁইটীয়া বেৰ। দিনটোৰ ২৪ ঘণ্টাতো আৰু শুই কটাব নোৱাৰি। কিন্তু যিটো অনুভৱ হ'ল ঘৰখনত কাম কৰিবলৈ গ'লেই বিপদ আছে। মাত্ৰ কেইটামান দিন এনেদৰে পাৰ কৰাৰ পাছতেই মোৰ স্বপ্ন ভঙ্গ হ'ল। সকলো ধাৰণা ওলট-পালট হ'ল। এতিয়া ভাব হ'ল যেন চাকৰি কৰি থকা কালতহে স্বাধীন আছিলোঁ আৰু এতিয়াহে কাৰাগাৰত বন্দী হ'লোঁ। চাকৰি কালত যেতিয়াই তেতিয়াই চাহ-

চিগাৰেট-মিঠাইৰে ডিঙিটো সজীৱ কৰি ৰাখিব পাৰিছিলোঁ। অফিচ ছুটীৰ পাছত আড্ডা মৰাৰো সুযোগ পাইছিলোঁ। এতিয়া দ্বিতীয় কাপৰ পাছত তৃতীয় কাপ চাহ খোৱাৰ মন গ'লেও ৰান্ধনিশালত ব্যস্ত থকাসকলৰ ধাৰণা যেন গাখীৰ নিদিয়া গাইজনীকহে অনাহকতেই দানাৰ যোগান ধৰিছে! কিন্তু অভিযোগ-গোচৰ আদি উত্থাপন কৰাৰো কোনো পথ খোলা নোহোৱাৰ হেতুকেই লাহে লাহে পৰিস্থিতিয়ে মোক ভিন্ন পথৰ সংকেত দিলে।

পুনৰ পাঁচ বজাতেই বিছনা এৰিবলৈ ল'লোঁ। দুই-এটা ফ্রি-হেণ্ড এক্সাৰচাইজ কৰাৰ পাছত প্ৰাতঃ ভ্ৰমণলৈ ওলাই যাওঁ। তাৰ পাছতেই গা-পা ধুই উঠি ওচৰৰ গণেশ মন্দিৰ, নামঘৰ আদিলৈ অহা-যোৱা আৰম্ভ কৰিলোঁ। মন্দিৰ কমিটীৰ সদস্যও পাতিলে। লাহে লাহে দুই-এটা সামাজিক কামত জড়িত হোৱাৰ সুযোগ পালোঁ। দুই-এজনে মোক বিচাৰিও ঘৰলৈ আহিব ধৰা দেখা গ'ল। অতদিনে বন্ধু-বান্ধৱৰ ঘৰলৈ যাবৰ অৱকাশ নোপোৱা মোৰ দৰে মানুহজনেও স্কুল-কলেজৰ একালৰ সহপাঠীৰ খা-খবৰ লোৱাৰ সময় পোৱা হ'লোঁ। দৰাচলতে সেই সূত্ৰ লৈয়েই প্ৰদীপ হাজৰিকাৰ সৈতে মোৰ সম্পৰ্ক ঘনিষ্ঠ হৈ পৰিল। হাজৰিকা মোতকৈ দুবছৰৰ সৰু যদিও আমি একেখন কলেজৰে ছাত্ৰ। তেতিয়া তৰ্ক প্ৰতিযোগিতাবোৰত প্ৰায়ে হাজৰিকাই যোগদান কৰিছিল। তাৰ্কিক হিচাপে ময়ো সফল আছিলোঁ। কলেজ এৰাৰ পাছত চেগাছোৰোকাকৈ দুই-এঠাইত দেখা-সাক্ষাৎ হৈছিল যদিও অৱসৰৰ পাছতেই তেওঁক আকৌ ওচৰৰ পৰা লগ পোৱাৰ সুযোগ পাইছিলোঁ। একে ধৰণেই মোৰ সহপাঠী শ্ৰীকণ্ঠ কলিতাৰ সৈতেও শেহতীয়াকৈ ঘনিষ্ঠতা গঢ়ি উঠিছিল আৰু এতিয়া কলিতাৰ কাম এটা লৈয়েই মই হাজৰিকাৰ ওচৰ চাপিছোঁ। কলিতা মিষ্টভাষী সাধু পুৰুষ। শিক্ষকতাৰ চাকৰি কৰিয়েই জীৱনটো কটালে। তেওঁৰ চাৰিটা সন্তানৰ প্ৰথমটো পুত্ৰ, বাকী তিনিজনী ছোৱালী। এটাৰো বিয়া বাৰু হোৱা নাই। কলিতাই এবছৰমানৰ আগতে চাকৰিৰ পৰা অৱসৰ পাইছে। কিন্তু পেঞ্চন, গ্ৰেচুইটি বুলিবলৈ একো নাই। বিদ্যালয়ৰ ফালৰ পৰা পেঞ্চনৰ টোপোলা হিচাপে কলিতাই লাখুঁটিডাল, ছাতিটো আৰু সৰ্থেবাৰীত বনোৱা পিতলৰ শৰাই এখন লৈ ঘৰত সোমাইছে। ল'ৰাটোৱে এম. এছ. চি. পাছ কৰি ঘৰত বহি আছে। একমাত্ৰ কাম হিচাপে চাকৰিৰ দৰ্খাস্ত লিখা আৰু যথাস্থানলৈ প্ৰেৰণ কৰাটোতেই নিজকে ব্যস্ত ৰাখিছে। ডাঙৰ ছোৱালীজনীয়েও অৰ্থনীতিত এম. এ. পাছ কৰি ওচৰৰ প্ৰাইভেট স্কুলত কাম বিচাৰি আছে। ডাঙৰ ল'ৰা পঙ্কজ অতি চোকা বুদ্ধিৰ। হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ পৰা এম. এছ. চিলৈকে প্ৰতিটো পৰীক্ষাতে প্ৰথম শ্ৰেণী লাভ কৰাৰ উপৰি শেষ পৰীক্ষাত মেঘনাদ সাহা সোণৰ পদকো লাভ কৰিবলৈ সক্ষম হৈছে। কিন্তু অলেখ দৰ্খাস্ত অনুনয়-বিনয়ৰ পাছতো চাকৰি এটা যোগাৰ কৰিবলৈ

সক্ষম হোৱা নাই। অথচ কলিতাৰ পৰিয়ালৰ বাবে চাকৰি এটাৰ কিমান প্ৰয়োজন সেই কথা পৰিয়ালটোৰ লোকসকলেহে অনুভৱ কৰিব পাৰিছে। যৌৱনপ্ৰাপ্ত চাৰিটাকৈ পুত্ৰ-কন্যাৰ উপৰি কলিতা আৰু তেওঁৰ পত্নীয়ে নিম্নতম মানদণ্ড বজাই ৰাখি সংসাৰত চলিব লগা হৈছে। অথচ আয় বুলিবলৈ একোৱেই নাই। যিটো সময়ত কলিতাই শান্তিত অৱসৰ জীৱন যাপন কৰিব লাগে, সেই সময়তেই তেওঁ গভীৰ সংকটৰ মাজেৰে প্ৰতিটো মুহূৰ্ত অতিবাহিত কৰিব লগা হৈছে। চাৰিটা সন্তানৰেই বিয়াৰ বয়স হৈছে। শ্ৰীমতী কলিতাই এই বিষয়ত তাগিদা দিয়েই আছে, কিন্তু কলিতা নিৰুপায়! ল'ৰাৰ চাকৰিৰ বাবে তেওঁ বিধিগতভাৱে কৰিব লগা একোকে নকৰাকৈ থকা নাই।

অৱশেষত যেনিবা হঠাতে পুৰণি বন্ধু মোক লগ পাই হাততে স্বৰ্গ ঢুকি পোৱা যেন অনুভৱ কৰিলে। মই অৱশ্যে চাকৰিৰ বজাৰখনৰ ভু-ভা বিশেষ নাপাওঁ। আমাৰ একমাত্ৰ ল'ৰাটোৱে গোৱালপাৰাৰ সৈনিক স্কুলৰ পৰা উত্তীৰ্ণ হৈ সেনা বিষয়া হিচাপে চাকৰি কৰি আছে। এতিয়া ডেৰাডুনত থাকে। ছোৱালীজনীয়ে এম. এ. পঢ়ি আছে। গতিকে ল'ৰা-ছোৱালীৰ বাবে মই চাকৰি বিচাৰিবলগীয়া হোৱা নাই। কলিতাই মোক জনালে যে আমাৰ একেখন কলেজৰে এসময়ৰ সহপাঠী প্ৰদীপ হাজৰিকা এতিয়া সঞ্চালক। তেওঁ অনায়াসে এটা নহয় কেবাটাও চাকৰি দিব পাৰে। যিয়ে নহওক, কলিতাক লগ পাই মই নিজকে ব্যস্ত ৰখাৰ অপূৰ্ব সুযোগ এটা লাভ কৰিলোঁ। মই তেওঁক নিৰ্ভয় দি ক'লোঁ, 'হাজৰিকাৰ বিভাগত যদিহে চাকৰি খালী আছে, তেন্তে আপুনি নিশ্চিত থাকিব পাৰে কাৰণ, এসময়ৰ তাৰ্কিক বন্ধু হাজৰিকাক পতিয়ন নিয়াবলৈ মুঠেও টান নহ'ব।' তদুপৰি পঙ্কজৰ যে কেৱল পৰীক্ষাৰ ফলেই ভাল সি নহয়, ব্যৱহাৰ চেহেৰা-পাতিৰ ক্ষেত্ৰতো তুলনাবিহীন। গতিকে এনে এজন ল'ৰাই চাকৰি নোপোৱাৰ কোনো কাৰণেই থাকিব নোৱাৰে। কলিতাই চাকৰি সম্পৰ্কীয় সকলোখিনিৰেই তলা-নলা বিচাৰি চোৱাৰ উদ্দেশ্যে এদিন হাজৰিকাৰ ওচৰলৈ যাবলৈ মন মেলাত মই ক'লোঁ যে তেওঁ যোৱাৰ প্ৰয়োজন নাই। ময়েই পুৰণি বন্ধু হিচাপে হাজৰিকাক লগ ধৰি সবিশেষ জানি লওঁ। মোৰ উৎসাহ দেখি কৃতজ্ঞতাত কলিতাৰ চকুহাল সেমেকি উঠিল। মই তেওঁক ক'লোঁ যে সহপাঠী এজনৰ হকে যদিহে এইকণ কামকেই নকৰোঁ, তেন্তে মানুহ নামৰ মই যোগ্য হ'ম কেনেকৈ? কলিতাৰ ঘৰখনত ক্ৰমাৎ ময়েই দেৱদূত সদৃশ হৈ পৰিলোঁ। তেওঁৰ ঘৰখনত মোৰ উপস্থিতি দেখিলেই ক'ত থব কি খাবলৈ দিব, এইবোৰক লৈ তৎপৰতাৰ সীমা নাইকিয়া হৈ যায়। শ্ৰীমতী কলিতা আৰু ল'ৰা-ছোৱালীকেইটাৰ বাবেও মই হৈ পৰিলোঁ ভগৱান। অৱসৰৰ পাছত এইদৰে মোৰ নিজৰ ঘৰখনৰ পৰা আঁতৰি থাকিবলৈ পাই মই ভগৱানক ধন্যবাদ জনালোঁ। ক্ৰমাৎ কলিতাৰ ঘৰখন মোৰ বাবে নিজৰ ঘৰখনতকৈও বেছি আপোন হৈ

পৰিল। সহপাঠীৰ সৈতে জীৱনৰ বিয়লি বেলাত আত্মীয়তা গঢ়ি উঠাৰ বিষয়ে গল্প-উপন্যাসত পঢ়িছিলোঁ, কিন্তু এতিয়া নিজৰ জীৱনতেই সেই অপূৰ্ব সান্নিধ্যৰ স্বাদ পাবলৈ মই সক্ষম হৈছিলোঁ।

দেওবাৰৰ ৰাতিপুৱা এটিত হাতীগড়ত থকা সঞ্চালক হাজৰিকাৰ ঘৰত উপস্থিত হ'লোঁ। সুন্দৰ পৰিবেশ, আটকধুনীয়া ঘৰ, ফুলেৰে সুশোভিত চৌহদ। কলিং বেল টিপাৰ লগে লগে ওলাই অহা হাজৰিকাই মোক দেখি বিস্মিত হৈ ক'লে—উৰা! বৰুৱা দেখোন, হঠাতে ক'ৰ পৰা ওলালহি? কিমান বছৰ যে আপোনাক লগ পোৱা নাই ইত্যাদি। আদৰ-সাদৰকৈ তেওঁ ড্ৰইংৰুমত বহিবলৈ দিলে। আমাৰ মাজত আলাপ-আলোচনা চলিল। সহপাঠীসকলৰ কোন কোন ক'ত ক'ত আছে, কোন কোন মৰিল, কোনজন মন্ত্ৰী-বিধায়ক হ'ল ইত্যাদি আলোচনাৰ পাছত মই শ্ৰীকণ্ঠ কলিতাৰ সম্পৰ্কে উলিয়ালোঁ। এগৰাকী সফল শিক্ষক হিচাপে তেওঁ চাকৰিৰ পৰা অৱসৰ লোৱাৰ কথাও জনালোঁ। হাজৰিকাইও কলিতাক জানে বুলি ক'লে, কিন্তু ভালেকেইবছৰ লগ নোপোৱাৰ কথাও জনালে। সেই সুযোগতে হাজৰিকাৰ বিভাগত চাকৰি খালী আছেনে সোধাত তেওঁ কেইটামান পদ খালী থকাৰ কথা মোক জনালে আৰু সোনকালেই—খালী ঠাই পূৰণ কৰা হ'ব বুলিও ক'লে।

কলিতাৰ ল'ৰাৰ সম্পৰ্কত কোৱাত তেওঁ উৎসাহিত হৈ ক'লে যে বন্ধুপুত্ৰক চাকৰি দিবলৈ পালে তেওঁ অতি আনন্দিত হ'ব।

হাজৰিকাৰ সৰল মনৰ মাজেদি প্ৰকাশ পোৱা সহানুভূতিসূচক অভিব্যক্তিয়ে মোৰ হৃদয়ত এহাতে আনন্দৰ হিল্লোল তুলিলে আৰু আনহাতে বন্ধুৰ প্ৰতি কৃতজ্ঞতাত মূৰ দো খাই গ'ল। তাৰ লগে লগে কলিতা, শ্ৰীমতী কলিতা, পঙ্কজ আৰু ছোৱালীকেইজনীৰ অসহায় মুখবোৰ মোৰ দুচকুত ভাঁহি উঠিল। অন্ততঃ এই মুখকেইখনিলৈ ক্ষীণকৈ হ'লেও হাঁহি বিৰিঙাবলৈ সক্ষম হ'ম যেন লাগিল।

হাজৰিকাক মই পঙ্কজৰ বিষয়ে সবিশেষ ক'লোঁ। তাৰ পৰীক্ষাৰ ফলাফল সম্পৰ্কেও যাবতীয় তথ্য দাঙি ধৰিলোঁ। হাজৰিকাই ক'লে—'চাওঁক বৰুৱা, বন্ধুপুত্ৰক এইকণ সহায় কৰিবলৈ পালে মই খুবেই আনন্দিত হ'ম। তাৰ পৰীক্ষা সংক্ৰান্তীয় যিখিনি তথ্য আপুনি দাঙি ধৰিলে সেইখিনি মই অবিশ্বাস কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। কিন্তু আপুনি জানেই কেৱল পৰীক্ষাৰ ফলাফলেই চাকৰিৰ বাবে যথেষ্ট নহয়। তাৰ স্বভাৱ চৰিত্ৰ সম্পৰ্কীয় আনুষঙ্গিক যিখিনিৰ প্ৰয়োজন সেইখিনি আনি দিব পাৰিলেই মই লগে লগে তাক চাকৰি দিম।'

হাজৰিকাৰ পৰা বিদায় লৈ পোনে পোনেই কলিতাৰ ঘৰ পালোঁগৈ। তেওঁ মোৰ বাবে অধীৰ অপেক্ষাৰে বৈ আছিল। হাজৰিকাৰ মনৰ গোটেই অভিব্যক্তিখিনিকেই আটাইৰে সন্মুখত যথাযথভাৱে দাঙি ধৰিলোঁ। তেওঁলোক আটায়ে আশান্বিত হ'ল।

মই কলিতাক জনালোঁ যে শিক্ষাগত অৰ্হতাৰ উপৰি পঙ্কজৰ যিখিনি আনুষঙ্গিক খেল-ধেমালি, স্বভাৱ, চৰিত্ৰ, গান-বাজনা ইত্যাদিৰ প্ৰমাণ পত্ৰ আছে সেইখিনি সংগ্ৰহ কৰি দিব লাগে। সিদিনাখন তাকে কৈয়েই মই ঘৰলৈ আহিলোঁ আৰু অহাৰ সময়ত কলিতা, শ্ৰীমতী কলিতা প্ৰমুখ্যে আটায়ে ক'লে—ভাল দিন-বাৰ এটা চাই হাজৰিকাৰ ওচৰলৈ যোৱা ভাল হ'ব।

কলিতা পৰিয়ালৰ পৰামৰ্শ অনুসৰিয়েই পাছৰ বুধবাৰে ৰাতিপুৱা দহ বজাতেই মই তেওঁলোকৰ ঘৰ পালোঁ। পঙ্কজৰ শিক্ষাগত অৰ্হতাৰ প্ৰমাণ পত্ৰসমূহৰ উপৰি অন্যান্য আনুষঙ্গিক যেনে খেলা-ধূলা, সংগীত, তৰ্ক প্ৰতিযোগিতা প্ৰভৃতিত লাভ কৰা প্ৰমাণ-পত্ৰসমূহৰ উপৰি স্বভাৱ-চৰিত্ৰৰ কেবাখনো প্ৰমাণ পত্ৰৰে সৈতে এটা ফাইল সাজু কৰি থোৱা আছিল। কলিতাই সেইটো মোৰ হাতত দিলে আৰু ময়ো তেওঁলোকৰ পৰিয়ালৰ প্ৰত্যেকৰে মুখকেইখনিৰ ফালে চোৱাৰ লগতে সিদ্ধিদাতা গণেশক স্মৰণ কৰি সঞ্চালক হাজৰিকাৰ কাৰ্যালয় অভিমুখে ওলালোঁ। যথাসময়ত মই কাৰ্যালয় পালোঁ আৰু মোৰ সম্পৰ্কত চন্তৰীৰ মাধ্যমত তেওঁক জনোৱাত ভিতৰলৈ মাতিলে। আজিও মোৰ প্ৰতি তেওঁৰ আগ্ৰহ সমানেই দেখিলোঁ। আহক, আহক বন্ধুৱা বুলি বহিবলৈ দি চন্তৰীক চাহ আনিবলৈ দিলে। মোৰ বাবে অৱশ্যে চাহতকৈ পঙ্কজৰ বাবে চাকৰিটোৰ মূল্যহে বহু বেছি আছিল। সেয়ে আজি আকৌ পঙ্কজ সম্পৰ্কত সামান্য পাতনি মেলিয়েই প্ৰমাণ পত্ৰৰ ফাইলটো তেওঁলৈ আগবঢ়াই দিলোঁ।

হাজৰিকাই আগ্ৰহেৰে মোৰ পৰা ফাইলটো লৈ এফালৰ পৰা চাবলৈ ধৰিলে। খন্তেক পাছতেই ফাইলটো জপাই থৈ তেওঁ মোক সুধিলে—এইবোৰ কি আনিছে?

আপুনি যে কৈছিল, শিক্ষাগত অৰ্হতাৰ প্ৰমাণ পত্ৰৰ উপৰি স্বভাৱ-চৰিত্ৰকে ধৰি আনুষঙ্গিক কিছুমান প্ৰয়োজন। সেইবাবে এই সোপাকে লৈ আহিছোঁ।

ক্ষীণ হাঁহিৰে হাজৰিকাই ক'লে—আপুনি কোনখন জগতত বাস কৰিছে? আনুষঙ্গিক মানে স্বভাৱ-চৰিত্ৰ, খেলা-ধূলাৰ প্ৰমাণ পত্ৰৰ কথাহে বুজিছে নেকি? ছেঃ!

তাৰ পাছত তেওঁ অৰ্হতাৰ ফাইলটো মোৰ ফালে ঠেলি দি তলমূৰকৈ আন এটা ফাইল চোৱাত লাগি গ'ল।

অসহায়ৰ দৰে মুখৰ পৰা ওলাল—তেন্তে!

তেন্তে আৰু কি? আপুনি যাওঁক। ঘৰলৈ গৈ আনুষঙ্গিক শব্দটোৰ অৰ্থ নতুন অভিধানত বিচাৰি চাওঁকগৈ।

নিৰুপায় হৈ মই আহিলোঁ। কিন্তু ফাইলটো ঘূৰাই অনাৰ সত নগ'ল, কাৰণ হঠাতে সেই সোপা অৰ্হতাৰ প্ৰমাণ পত্ৰৰ সলনি ফটা কাগজ যেনহে মোৰ মনত ধাৰণা হ'ল। ○

# হাড্‌চনৰ পৰা লোহিত গঙ্গা

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ সবাতোকৈ জনবহুল নিউয়ৰ্ক মহানগৰীৰ মাজেৰে কেৰাটাও ভাগত বিভক্ত হৈ বৈ যোৱা হাড্‌চন নৈৰ দৃশ্যাৱলী উপভোগ কৰাৰ উদ্দেশ্যে ২২ জুলাইৰ আবেলি নিউজাৰ্চিৰ পুহকিপচি ষ্টেচনত ৰেলত উঠিলোঁ। হাড্‌চন নৈ আৰু কাটস্কিল পৰ্বতমালাৰ সৈতে বহুতো অসমীয়া পাঠক পৰিচিত, কিয়নো সুদীৰ্ঘকাল ধৰি প্ৰবেশিকা পৰীক্ষাৰ ইংৰাজী পাঠ্যক্ৰমত ৱাশ্বিংটন আইৰ্ভিঙৰ ( ১৭৮৩-১৮৫৯)ৰ 'ৰিপ্‌ভান উইংকিল' নামৰ গল্পটো অন্তৰ্ভুক্ত আছিল। সেই গল্পটোত হাড্‌চন নৈৰ লগতে কাটস্কিল পৰ্বতৰ বৰ্ণনাও আছে। সেইবাবেই নৈখন আমাৰো চিনাকি চিনাকি যেন লাগিল। আইৰ্ভিঙে আজিৰ পৰা ডেৰশ বছৰৰ আগতে 'ৰিপ্‌ভান উইংকিল' গল্পটোত যি অবিস্মৰণীয় বৰ্ণনা দিছিল, সি আজিও হাড্‌চন নৈৰ পাৰত থিয় হোৱাৰ লগে লগেই আমাৰ দৃষ্টিত প্ৰকট হ'ল। তেওঁ লিখিছিল,— "হাড্‌চন নৈৰে যিয়েই যাত্ৰা নকৰক কিয়, কাটস্কিল পৰ্বতমালাৰ মনোৰম দৃশ্যাৱলীৰ কথা পাহৰিব নোৱাৰে। সেই পৰ্বতমালা বৃহৎ আলপেচিয়ান পৰ্বতমালাৰেই অংশ বিশেষ আৰু সি এক উচ্চতালৈ গৈ নিকটৱৰ্তী অঞ্চলৰ ওপৰত নিজৰ মহত্ত্ব প্ৰকাশ কৰিবলৈ সক্ষম হৈছে। প্ৰতিটো পৰিবৰ্তিত ঋতুত, প্ৰতিটো পৰিবৰ্তিত বতৰত আৰু সঁচা কথা ক'বলৈ গ'লে দিনটোৰ প্ৰতিটো ঘণ্টাতেই এই পৰ্বতে বৰণ সলায় আৰু ওচৰৰ সু-গৃহিণীসকলৰ বাবে ইয়েই বতৰ জোখা যন্ত্ৰৰ কাম কৰে। ভাল বতৰত পৰ্বতখন নীলা আৰু বেঙুনীয়া ৰঙে ঢাকি ৰাখে আৰু সন্ধিয়াৰ আকাশত চাৰিওফালে ডাঠ বগা সীমাৰেখা অংকিত হয়। কিন্তু আকাশ যেতিয়া মেঘশূন্য হয় তেতিয়া ওপৰলৈ এনেকুৱা বাষ্প উঠে যে অস্তমিত সূৰ্যৰ পোহৰত সিয়েই পৰ্বতৰ ওপৰভাগত গৌৰৱৰ ৰাজমুকুট আঁকি দিয়ে।" সেই কাটস্কিল পৰ্বতৰ নামনিতেই এসময়ত ওলন্দাজসকলৰ উপনিবেশ আছিল আৰু তাতেই এখন গাঁৱত ৰিপ্‌ভান উইংকিল

নামৰ এনেকুৱা এজন এলেহুৱা মানুহ আছিল, যিয়ে ঘৰখনৰ দন্দুৰী স্ত্ৰীৰ গালি-শপনিত অতিষ্ঠ হৈ ওচৰৰে বৃহৎ গছ এজোপাৰ তলত কেইজনমান সংগীৰ সৈতে আড্ডা দি কটাইছিল। অৱশ্যে বেচেৰা ৰিপে তাতো শান্তিত থাকিব নোৱাৰিছিল, কিয়নো দন্দুৰী পত্নীয়ে গিৰীয়েককেই কেৱল নহয়, সংগীকেইজনকো তুলাধুনাকৈ গালি পাৰিছিল।

আমাৰো ৰেলযাত্ৰাৰ সময় আছিল আবেলি। হাড্‌চন নৈৰ নিচেই কাষেৰে গৈছে ৰেলৰ আলিটো। গন্তব্যস্থল নিউয়ৰ্ক মহানগৰী। এই নিউয়ৰ্ক চহৰখনো এসময়ত ওলন্দাজসকলৰ অধীনত আছিল। এতিয়া তাত আমাৰ (মই আৰু মোৰ স্ত্ৰী ভানুশ্ৰী) বাবে মহেশ কলিতাই অপেক্ষা কৰি থকাৰ কথা। হাড্‌চন নৈখন আমাৰ ব্ৰহ্মপুত্ৰতকৈ অলপ বেছি বহল। আটলাণ্টিক মহাসাগৰৰ পৰা নিয়মীয়াকৈ এতিয়াও জাহাজ অহা-যোৱা কৰে। কেৱল নিউয়ৰ্ক চহৰৰ আশে-পাশেই হাড্‌চনৰ ওপৰত আঠখনকৈ দলং আছে।

ৰেল ষ্টেচনত আমাক 'অগ্ৰদূত'ৰ নিয়মীয়া লেখিকা ইন্দ্ৰাণী শইকীয়াই আগবঢ়াই থ'লে। ৰেলৰ দবাত আমাৰ চুটকেছটো তেওঁেই জোৰকৈ যথাস্থানত থৈ বিদায় ল'লে। নিৰ্দিষ্ট সময়ত যাতে আমি ষ্টেচন পাওঁ, সেই বিষয়ে তেওঁৰ স্বামী কবিন শইকীয়াইও খবৰ ল'লে।

নিউয়ৰ্কৰ গাতে লাগি থকা ৰাজ্যখনেই নিউ জাৰ্চি। আমি নিউ জাৰ্চিৰ পুহকিপচি ষ্টেচনৰ পৰাই যাত্ৰা আৰম্ভ কৰিলোঁ। এতিয়া ইয়াত জলবায়ু আমাৰ অসমৰ কাতি মাহৰ দৰে। গৰমৰ আভাস আছে; কিন্তু উৎকট নহয়। তথাপি ৰেলগাড়ীখন শীত-তাপ নিয়ন্ত্ৰিত। মাৰ্কিন যুক্তৰাষ্ট্ৰৰ আটাইবোৰ ৰেলগাড়ী, বাছ আৰু প্ৰায়বোৰ মটৰ গাড়ীয়েই শীত-তাপ নিয়ন্ত্ৰিত। আমাৰ ৰেলগাড়ীখনৰ চালিকাগৰাকী গাভৰু ছোৱালী। ষ্টেচনত গাড়ীখন ৰখাৰ লগে লগে তেওঁ ইঞ্জিনৰ সংলগ্ন লাউডস্পীকাৰত ষ্টেচনটোৰ নাম আটাইবোৰ যাত্ৰীকে জনাই দিলে আৰু পৰৱৰ্তী ষ্টেচনৰ নামটোও ঘোষণা কৰিলে। হাড্‌চন নৈৰ পাৰে পাৰে দুঘণ্টীয়া আমাৰ যাত্ৰা আৰম্ভ হ'ল। আমিনগাঁৱৰ পৰা উত্তৰ গুৱাহাটীৰ দৌলগোবিন্দ মন্দিৰলৈ গাড়ীৰে গ'লে ব্ৰহ্মপুত্ৰৰ দৃশ্যাৱলী যেনেকুৱা লাগে, তেনেকুৱাই লাগিল হাড্‌চনৰ দৃশ্যাৱলী। পাৰ্থক্য এইখিনিয়ে যে শদিয়াৰ পৰা আৰম্ভ কৰি আটাইবোৰ সৰু-বৰ নগৰৰ আবৰ্জনা কঢ়িয়াব লগা হোৱা হেতুকে ব্ৰহ্মপুত্ৰৰ পানী ঘোলা হৈ পৰাৰ বিপৰীতে বহুতো সৰু-বৰ নগৰৰ মাজেৰে বৈ অহা সত্ত্বেও হাড্‌চনৰ পানী সাগৰৰ দৰেই নীলা হৈ আছে। কোনো ঠাইৰ আবৰ্জনা হাড্‌চন বুলিয়েই নহয়, মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কোনো নৈতেই পেলাব নোৱাৰে। এই বিষয়ত কঢ়া আইন আছে। আইন ভঙ্গকাৰীৰ ওপৰত কঠোৰ শাস্তি বিহা হয়।

কল-কাৰখানাৰ দূষিত পানীবোৰ ৰাসায়নিক প্ৰক্ৰিয়াৰে বিশুদ্ধ কৰি মানুহৰ ব্যৱহাৰৰ উপযোগী কৰি তোলা হয়। এইখন দেশত আইন ভঙ্গকাৰীৰ ওপৰত পুলিচেই যথোচিত ব্যৱস্থা ল'ব পাৰে। আমেৰিকাত ৰাজনৈতিক নেতাই নহয়, ট্ৰেফিক পুলিচ আৰু ৰোগী কঢ়িওৱা এম্বুলেন্স গাড়ীয়েহে কেৱল ৰঙা-নীলা লাইট জ্বলাই গাড়ী চলাব পাৰে। প্ৰায়বোৰ পুলিচেই স্নাতক ডিগ্ৰীধাৰী। আইনৰ ডিগ্ৰীধাৰীও বহুতো আছে। আমেৰিকাত পুলিচৰ চাকৰি অতি লোভনীয়। অৱশ্যে পুলিচৰ বিৰুদ্ধে ঘোচ লোৱাৰ অভিযোগ অকল্পনীয়। সমাজত পুলিচক অতি সম্মানৰ দৃষ্টিৰে চোৱা হয়। তেওঁলোকক জিলা প্ৰশাসনে দৰমহা দিয়ে। দক্ষতা প্ৰদৰ্শন কৰিব পাৰিলে লগে লগে পদোন্নতি হয়। কোনো ৰাজনৈতিক নেতা গাড়ীৰে যোৱাৰ সময়ত অন্যান্য নাগৰিকে তেওঁ যোৱালৈ আমাৰ দৰে ৰাস্তাৰ একাষে অপেক্ষা কৰি থাকিব নালাগে, কাৰণ নেতাৰ আৰু অন্যান্য নাগৰিকৰ স্বাধীনতাৰ মূল্য সমপৰ্যায়ৰ বুলি গণ্য কৰা হয়। ব্যক্তি স্বাধীনতাক আমেৰিকাত সকলোতকৈ বেছি গুৰুত্ব দিয়ে।

লাউডস্পীকাৰৰ যোগে পৰৱৰ্তী ৰেল ষ্টেচন নিউ হামবাৰ্গ আহি পোৱাৰ কথা ঘোষণা কৰা হ'ল। কেইমুহূৰ্তমানৰ বাবে ষ্টেচনত ৰৈ আকৌ গাড়ী চলিল। যাত্ৰীৰ ভিৰ কম। খিৰিকীৰে চাই পঠিয়ালে হাড্চনৰ সিটো পাৰত সন্ধিয়াৰ পাতল কুঁৱলীৰ আৱৰণ এটি দেখিবলৈ পোৱা যায়। হাড্চনৰ পাৰ আমাৰ ব্ৰহ্মপুত্ৰৰ মাছখোৱাৰ দৰে গছ-গছনি শূন্য নহয়, কামাখ্যাৰ নামনিৰ লেখীয়া সেউজীয়া গছ-গছনিৰে ভৰপূৰ। নগৰীয়া সভ্যতাই হাড্চনৰ স্বাভাৱিক সৌন্দৰ্যৰ ওপৰত বিন্দু মাত্ৰও আঘাত হানিব পৰা নাই। নৈৰ দুয়োপাৰে ডাঠ অৰণ্য। আমাৰ খাছীয়া পাহাৰৰ সৰল গছৰ বননি কাটি উদং কৰা হ'ল যদিও হাড্চন বুলিয়েই নহয়, মাৰ্কিন যুক্তৰাষ্ট্ৰৰ প্ৰায়বোৰ অৰণ্যই সৰল গছৰে ভৰপূৰ। তাত আৰু এবিধ সৰল গছ আছে। ৰঙচোৱা অলপ বগা ধৰণৰ; কিন্তু দেখিবলৈ নাহৰ গছৰ দৰে মনোৰম। ৰাষ্ট্ৰীয় পথৰ দুয়োকাষে অতি পৰিপাটিকৈ ৰোৱা হৈছে এই সৰল গছৰ লগতে চিৰসেউজীয়া বিবিধ গছ-গছনি। পুহকিপচিৰ পৰা নিউয়ৰ্কলৈ যোৱা বাটছোৱাত গছ-গছনিৰ পৰিমাণ অসমতকৈ বহু বেছি। গতিকে যান-বাহনৰ সংখ্যা বৃদ্ধি পালেও প্ৰদূষণৰ প্ৰকোপ নাই। আমেৰিকাত গড় হিচাপে প্ৰতি দুজন মানুহৰ মাজত একোখনকৈ গাড়ী থকাই নহয়, বহুতৰে নৈত উমলিবলৈ নাও আছে। হাড্চনৰ পানীত বহুতকে নাওত উমলি ফুৰা দেখিবলৈ পোৱা গ'ল। অৱশ্যে কাকো মাছ ধৰা নেদেখিলোঁ। সম্ভৱতঃ নৈত মাছ ধৰাটো নিষেধ। আমেৰিকানসকলে মাছ খুব কম খায়। কাঁইট থকাৰ কাৰণেই সৰু আৰু মজলীয়া মাছ খাবলৈ ভাল নাপায়। সাগৰৰ ডাঙৰ মাছহে

পছন্দ কৰে। কিন্তু বেছিভাগেই মঙহহে খায়। এইখন দেশত মুৰ্গীৰ মাংসৰ জনপ্ৰিয়তা সৰ্বাধিক আৰু দামো সস্তা। এক পাউণ্ড মুৰ্গীৰ মাংসৰ দাম আঢ়ৈ ডলাৰ, ছাগলীৰ মাংসৰ দাম চাৰে চাৰি ডলাৰ; কিন্তু এক পাউণ্ড গো মাংসৰ মূল্য দহ ডলাৰ। গাহৰিৰ মাংসৰ জনপ্ৰিয়তাও আছে। আমেৰিকাত খোৱাৰ বাবে ব্যৱহাৰ কৰা গৰুবোৰ আমাৰ দেশৰ দৰে লেৰেলা-চেপেটা নহয়। সেইবোৰ এক প্ৰকাৰৰ বেলেগ গৰু জাতীয় জন্তু। এজনে কোৱা মতে শঁৰ গৰু। কেৱল মাংসৰ বাবেই সেই জাতীয় জন্তু পোহা হয় আৰু অতি পৰিষ্কাৰ-পৰিচ্ছন্নভাবে ৰাখি ডাঙৰ-দীঘল কৰা হয়। কেৱল ফাৰ্মতহে এই জাতীয় জন্তুক লালন-পালন কৰা হয়। আমাৰ অসমৰ বজাৰৰ দৰে আমেৰিকাত কোনোৱে খোলা বজাৰত মাছ-মাংস ৰাখিব নোৱাৰে। আমাৰ পাণ-দোকানৰ লেখীয়া দোকানো দেখিবলৈ পোৱা নাযায়। মুঠতে মুকলি বজাৰ বুলিবলৈ নাই। প্ৰতিখন বজাৰেই একোটা প্ৰকাণ্ড হলঘৰৰ ভিতৰত অৱস্থিত। সেই ঘৰবোৰ শীত-তাপ নিয়ন্ত্ৰিত। গতিকে তাত মহ-মাখি প্ৰৱেশ কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে। নিৰ্দিষ্ট ওজনত ৰখা মাছ বা মঙহৰ পেকেটবোৰ পলিথিনেৰে বন্ধা থাকে। সেই পেকেটত মূল্যৰ লগতে কেতিয়ালৈ ব্যৱহাৰৰ উপযুক্ত সেই তাৰিখো উল্লেখ থাকে। দোকান ঘৰৰ ভিতৰতে ভাগ ভাগকৈ মাছ, বিবিধ মঙহ, শাক-পাচলি, আনাৰস, সুমথিৰা, তৰ্মুজ, নাচপতি, আপেল আদি কেঁচা খাদ্য-সামগ্ৰীৰ উপৰি বিবিধ বিস্কুট, কাপোৰ, ঔষধ আদি পোৱা যায়। মুঠতে এখন দোকানতে নিত্য ব্যৱহাৰ্য প্ৰায়বোৰ সামগ্ৰী গ্ৰাহকে পাব পাৰে। তাত থকা ভাৰতীয় দোকানত অৱশ্যে চুপাৰি আৰু পাণো পোৱা যায়। পাঁচখিলা পাণৰ একোটি মুঠিৰ দাম দুই ডলাৰ, অৰ্থাৎ ৮৪ টকা। আমেৰিকাত ভাৰতীয় নেমু পোৱা যায়। কিন্তু গুটি থাকিলে খোৱাত অসুবিধা পায় বাবে কৃষি বিজ্ঞানীসকলে গুটিহীন নেমু উদ্ভাৱন কৰি উলিয়াইছে। একে প্ৰক্ৰিয়াৰে সুমথিৰা টেঙাৰ গুটি নোহোৱা কৰিছে। স্বাস্থ্য সম্পৰ্কে আমেৰিকানসকল অতি সচেতন। খাদ্যৰ দোকান, হোটেল-ৰেষ্টোঁৰা আদিত খাদ্য সামগ্ৰীসমূহ যে কেৱল ঢাকিয়ে ৰাখে তেনে নহয়, হাতত ষ্টেৰিলাইজড্ মোজা পিন্ধি চিপ্‌নাৰেহে খাদ্য সামগ্ৰী পৰিবেশন কৰিব পাৰে। মোজা অবিহনে খাদ্য-সামগ্ৰী পৰিবেশন কৰা হেতুকে এঠাইত এগৰাকী কৃষ্ণাঙ্গ যুৱতীক কেবাগৰাকীও কৃষ্ণাঙ্গ মহিলা গ্ৰাহকে ধমকনি দিয়া দেখিবলৈ পাইছোঁ। ৰাস্তাত ক'তোৱেই এটুকুৰা চিগাৰেট অথবা এখিলা পেলনীয়া কাকত দেখিবলৈ পোৱা নাযায়। প্ৰত্যেকেই তেনেবোৰ সামগ্ৰী ৰাস্তাৰ দাঁতিত থকা ডাষ্টবিনত পেলায়। নিতৌ পঢ়ি উঠি বাতৰি কাকতবোৰো বাহিৰৰ ডাষ্টবিনত পেলায়। আমেৰিকাত আমাৰ দেশৰ দৰে পুৰণি কাকত বিক্ৰী কৰাৰ নিয়ম নাই। ৰেলগাড়ীত পঢ়িবলৈ লোৱা কাকতবোৰ দবাৰ

পৰা নামি আবৰ্জনা পেলোৱা বাকচত পেলাই থৈ গুচি যায়। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে আমেৰিকাত মানুহে বাতৰি কাকত কমকৈ পঢ়ে আৰু কাকতবোৰেও ৰাজনৈতিক ঘটনাৰ বাতৰিত গুৰুত্ব নিদিয়ে। সাধাৰণতে প্ৰথম পৃষ্ঠাত ৰাজনৈতিক ঘটনাৰ সলনি অন্যান্য মানৱীয় আবেদন থকা কাহিনীমূলক বাতৰিহে প্ৰকাশ কৰে। দুৰ্ঘটনা অথবা হিংসাত্মক কাৰ্যকলাপত মৃত্যু হোৱা লোকৰ বীভৎস ছবি আমেৰিকাৰ বাতৰি কাকতে প্ৰকাশ নকৰে, বৰঞ্চ দুৰ্ঘটনাত পতিত হোৱাজনৰ ভাল অৱস্থাৰ ছবিহে প্ৰকাশ কৰে। বীভৎস ছবিয়ে পঢ়ুৱৈৰ মনত বিৰূপ প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে বুলিয়েই তেনে ছবি প্ৰকাশ কৰা নহয়। ভাৰতীয়ৰ বাবে আচৰিত যেন লাগিলেও আমি প্ৰমাণ পালোঁ যে আমেৰিকাত সাধাৰণ নাগৰিক ৰাজনীতি সম্পৰ্কে সজাগ নহয়, আনকি ভোটদানৰ প্ৰতিও তেওঁলোকৰ বিশেষ উৎসাহ নাই। ইয়াৰ মূল কাৰণ, ৰাজনীতিয়ে আমেৰিকাৰ সাধাৰণ নাগৰিকৰ দৈনন্দিন জীৱনত খুউব কম প্ৰভাৱ পেলায়। সাধাৰণ নাগৰিকে বিচাৰে কম মূল্যত পুষ্টিকৰ খাদ্য, স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থা, ল'ৰা-ছোৱালীৰ শিক্ষা আৰু কৰ্ম সংস্থান আৰু জীৱন-সম্পত্তিৰ নিৰাপত্তা। আমাৰ দেশত এই সকলোবোৰ নিয়ন্ত্ৰণ কৰে চৰকাৰে; গতিকে নেতা আৰু আমোলাৰ মৰ্জিৰ ওপৰত বহু কথা নিৰ্ভৰ কৰে; কিন্তু আমেৰিকাত চৰকাৰী নিয়ন্ত্ৰণ একেবাৰে কম, ব্যক্তিগত খণ্ডইহে এইবোৰ যোগানত বিশেষ ভূমিকা লয়— সেইবাবে ইয়াত আমোলা, দালাল আৰু ৰাজনৈতিক নেতাৰ প্ৰতিপত্তি তেনেই কম। ব্যক্তিগত খণ্ডৰ প্ৰতিযোগিতাইহে বিশেষ গুৰুত্ব লাভ কৰি আহিছে; কিন্তু সেয়ে হ'লেও আমাৰ দেশৰ দৰে ইয়াত ক্ৰেতাক প্ৰৱঞ্চনা কৰিব নোৱাৰে। প্ৰৱঞ্চিত ক্ৰেতাই ততালিকে আইনৰ সাহায্য লৈ ক্ষতিপূৰণ বিচাৰিব পাৰে। সেইবাবে ক্ৰেতাক অসন্তুষ্ট কৰিবলৈ বিক্ৰেতাই জ্ঞাতসাৰে চেষ্টা নকৰে। গতিকে স্বাভাৱিকতে প্ৰশ্ন উঠে— যদি সিয়েই হয়, তেন্তে মাৰ্কিন যুক্তৰাষ্ট্ৰই সমগ্ৰ বিশ্বতে প্ৰভাৱ বিস্তাৰ কৰাৰ উদ্দেশ্যে যি ধৰণৰ চেষ্টা চলাই আহিছে সেইবোৰত কোনে বিশেষ ভূমিকা গ্ৰহণ কৰিছে? বিশ্বত একচ্ছত্ৰী ক্ষমতা দখলৰ সেই চেষ্টাৰ সৈতে ওপৰ মহলাৰ এক বিশেষ শ্ৰেণীৰ লোকহে প্ৰকৃত পক্ষে জড়িত যিসকলৰ বৃত্তি ৰাজনীতি। সেইবোৰৰ প্ৰতি সাধাৰণ মানুহৰ বিশেষ কাণসাৰ নাই কিয়নো দৈনন্দিন প্ৰয়োজনীয় কোনো কামৰ বাবে তেওঁলোকৰ ওচৰ চপাৰ প্ৰয়োজন নাই।

ভাৰতত থকাৰ সময়ত আমাৰ ধাৰণা আছিল যে মাৰ্কিন যুক্তৰাষ্ট্ৰই নিজ দেশৰ উৎপাদিত সামগ্ৰীসমূহ বিশ্বৰ বিভিন্ন দেশলৈ কেৱল ৰপ্তানি কৰে। কিন্তু এইখন দেশৰ বজাৰত দেখিলোঁ চীন, থাইলেণ্ড আৰু ভাৰতৰ চাউল। শিল্পজাত সামগ্ৰীসমূহৰ প্ৰায়ভাগেই জাপান, চীন আৰু বিভিন্ন দেশৰ পৰা আমদানি কৰা

হৈছে। শাক-পাচলি, ফল-মূল যেনে— বন্ধাকবি, ফুলকবি, অমিতা, আনাৰস, তৰ্মুজ, কল আদি আমদানি কৰা হৈছে লেটিন আমেৰিকাৰ ব্ৰাজিল, পেৰু, আৰ্জেণ্টিনা, চিলি আদি দেশৰ পৰা। যিটো বস্তু পছন্দৰ আৰু কম মূল্যৰ সেইটো আনদেশৰ পৰা আমদানি কৰা হ'লেও ক্ৰয় কৰিবলৈ তেওঁলোকে মুঠেও টান নাপায়। আমি পূৰ্বতে শুনি আছিলোঁ যে ভাৰতৰ নিমগছ আৰু নিমপাত আমদানি কৰি আমেৰিকানসকলে বিৰাট বজাৰ দখল কৰিছে। ইয়াতকৈ হাস্যাস্পদ আৰু আন একো হ'ব নোৱাৰে; কিয়নো ক'তোৱেই নিমৰ জৰিয়তে কোনো ধৰণৰ উদ্যোগ গঢ়াৰ কথা শুনিবলৈ নাপালোঁ। আমাৰ নিম গছেৰে যদিহে মাৰ্কিন বিজ্ঞানীয়ে গৱেষণা কৰি মানৱ জাতিৰ কল্যাণৰ অৰ্থে কিবা উলিয়ায় তাত জানো আপত্তি কৰিবলগীয়া আছে! আৰু শুনিছিলোঁ বাচমতি চাউলৰ পেটেণ্ট কৰি ভাৰতৰ সৰ্বনাশ কৰিব। দৰাচলতে টেক্সাচত স্থায়ীভাৱে বসতি কৰা শিখসকলেহে খেতি কৰি উলিওৱা চাউলৰ নাম দিছে 'টেক্সামতি' আৰু তাৰ মূল্যও পাইছে সেই কৃষকসকলেহে।

ৰেলৰ মৃদু জোকাৰণিত ইন্দ্ৰাণী শইকীয়ালৈ মনত পৰিল। ইতিমধ্যে হয়তো তেওঁ ঘৰ পালে। অকলেই তেওঁ গাড়ী চলাই গৈছিল। তেনেদৰে নিৰ্জন পথেৰে কেৱা মাইল (ইয়াত মাইলহে ব্যৱহাৰ কৰা হয়) এগৰাকী মহিলাই গাড়ী চলাই যোৱাটো আজিৰ ভাৰতীয়ৰ বাবে আচহুৱা হ'লেও ইয়াত ই তেনেই স্বাভাৱিক। ভাৰতীয়ৰ বাবে তাতোকৈ আচৰিত যেন লগা কথা যে ইন্দ্ৰাণীয়ে আহিবৰ সময়ত ঘৰত তলা মৰা নাছিল, অথচ ঘৰখনত পৰিয়ালৰ কোনোৱেই নাছিল। তেওঁৰ মতে তেওঁৰ অঞ্চলত বোলে চোৰ নাই আৰু ঘৰত তলা লগাবৰো প্ৰয়োজন নাই। ঘৰ ৰখীয়া মানুহৰ প্ৰয়োজন নাই আৰু ই সকলোৰে বাবে সম্ভৱো নহয়। ইয়াত মাহিলি নিম্নতম দৰমহা ভাৰতীয় টকাৰে ৫০/৬০ হেজাৰমান হ'ব। ঘৰুৱা কামৰ বাবে কাৰোবাক ৰাখিলেও এই পৰিমাণৰ ধন মাহিলি দিব লাগিব।

আগদিনাখন আমাক লগ পাওঁতেই কিছু অস্বস্তি অনুভৱ কৰি ইন্দ্ৰাণীয়ে কৈছিল, 'ককাইদেউ, কি পিন্ধিছোঁ, লক্ষ্য নকৰিব।' গুৱাহাটীলৈ গ'লে তেওঁ পাটৰ ৰঙীণ মেখেলা-চাদৰ পৰিধান কৰে। সেই ৰূপত দেখা নাপাম বুলিয়েই এই সকীয়নি। বিশেষ অনুষ্ঠানৰ বাহিৰত ইয়াৰ অসমীয়া মহিলাসকলৰ প্ৰায়ভাগেই আমেৰিকাৰ সমাজ আৰু পৰিবেশৰ সৈতে খাপ-খোৱাকৈ সাজপাৰ পৰিধান কৰে। শাৰী পৰিহিত ভাৰতীয় মহিলাও কাচিৎ লগ পাইছোঁ। কিছু সংখ্যকে চেলোৱাৰ-পায়জামাও পিন্ধে। নিউ জাৰ্চিৰ ষ্টাৰ লেজাৰ নামৰ দৈনিক কাকতৰ কাৰ্যালয়ত চেলোৱাৰ-পায়জামাৰে সম্পাদনা বিভাগত কাম কৰি থকা বেঙ্গালোৰৰ ভাৰতীয় যুৱতী এগৰাকীক লগ পাইছিলোঁ। আনহাতে নিউয়ৰ্কৰ ৰাষ্ট্ৰসংঘ ভৱনৰ সমুখত লগ পাইছিলোঁ ৰঙীণ

শাৰী পৰিহিত শ্বেতাঙ্গ মহিলাক। ইয়াত কোনে কি ধৰণৰ সাজপাৰ পৰিধান কৰে— সেই লৈ কোনোৱে ভ্ৰূক্ষেপ নকৰে। কিন্তু এতিয়া জহকালি বাবে ৯০ শতাংশ পুৰুষ-মহিলাই হাফপেণ্ট আৰু স্পৰ্টিং গেঞ্জী পিন্ধিবলৈ লৈছে।

বিগত কুৰি বছৰ কালৰ অসমৰ ছাত্ৰ সমাজৰ মতি-গতি দেখিবলৈ পোৱাৰ পাছত আমেৰিকাৰ ছাত্ৰসকলৰ বিষয়ে জানিবলৈ আগ্ৰহ জন্মিছিল। কিন্তু ইমান কম সময়ৰ ভিতৰত বিশাল দেশ এখনৰ ছাত্ৰ সমাজৰ প্ৰকৃত ছবিখন দেখিবলৈ পোৱাটো সম্ভৱ নহ'লেও যি কেইজন ছাত্ৰক লগ পালোঁ তেওঁলোকৰ পৰাই সম্যক ধাৰণা লাভ কৰাটো সম্ভৱ হৈছে। নিউয়ৰ্কত লগ পাইছিলোঁ হেনৰী পাৰ্কক। ২২ বছৰীয়া যুৱক। বিজ্ঞানৰ স্নাতক ডিগ্ৰী লাভ কৰি 'বিজনেচ মেনেজমেণ্ট' পঢ়ি আছে। দেউতাক-মাক দুয়ো চাকৰিয়াল। আৰ্থিক অৱস্থা উন্নত, কিন্তু তৎসত্বেও নিজে উপাৰ্জন কৰি আত্মনিৰ্ভৰশীল হ'বলৈ হেনৰীৰ আগ্ৰহৰ অন্ত নাই। আমাক জনোৱা মতে হেনৰীৰ দিনটোৰ কৰ্মসূচী এই ধৰণৰ— ৰাতিপুৱা পাঁচ বজাতেই বিছনা ত্যাগ, তাৰ পাছতেই ওচৰৰ পাৰ্কলৈ গৈ আধাঘণ্টা সময় ব্যায়াম কৰে, দৌৰে; তাৰ পৰা ঘৰলৈ ঘূৰি আহি স্নান কৰে আৰু ৰুটি-মাখন, ফলৰ ৰস খাই কলেজলৈ যায়। দুপৰীয়া কলেজতেই আহাৰ খায়। দুই বজাত কলেজ ছুটীৰ অন্তত তিনি মাইল দূৰৰ ৰেষ্টোৰা এখনত কাম কৰে। মাহেকত ৯০০ ডলাৰ (ভাৰতীয় মুদ্ৰাৰে ৩৬ হেজাৰ টকা) পায়। নিশা ১০ বজাত নিজৰ গাড়ীৰেই হেনৰী ঘৰলৈ আহে আৰু মাক-দেউতাক আৰু ভনীয়েক ইলিৰ সৈতে একেলগে নিশাৰ আহাৰ খায়। হেনৰীয়ে মদ্যপান নকৰে আৰু চিগাৰেট নুহুপে। আহাৰৰ অন্তত কিছু সময় টি. ভি., ভি. ডি. অ'. আদি চায় আৰু বান্ধৱীৰ স'তে টেলিফোনত কথা পাতে। নিতৌ ১২ বজাত সি বিছনাত পৰে।

হেনৰীক এদিন শনিবাৰে আমাৰ সৈতে আটলাণ্টিক মহাসাগৰৰ পাৰৰ এখন ঠাইলৈ যাবলৈ লগ ধৰিছিলোঁ। সি জানিবলৈ দিছিল যে ভাটিবেলাহে যাব পাৰিব, কিয়নো ৰাতিপুৱা ৮ বজাৰ পৰা দুপৰীয়া ২ বজালৈকে সি হোটেল এখনত চাফাই কাম কৰে। সপ্তাহান্তত শনি, দেওবাৰ সকলোৰে বাবেই ছুটী। এই দুদিনত বহুতেই দূৰ-দূৰণিৰ অৰণ্য, সাগৰৰ উপকূল আদিলৈ বিশ্ৰামৰ উদ্দেশ্যে যায়। কিছুমানে গাড়ীৰ লগতে পানীত খেলিবলৈ নাও কঢ়িয়াই নিয়ে। শুক্ৰবাৰৰ সন্ধিয়াৰ পৰা ইজনে আনজনক লগ পালে 'উইচ ইউ এ হেপী উইকএণ্ড' বুলি ওলগ জনায়। কিন্তু তেনে এটি উইকএণ্ডৰ শনিবাৰ উপভোগ কৰিবলৈ এৰি হেনৰীৰ দৰে ২২ বছৰীয়া যুৱকজনে কিহৰ বাবে হোটেলৰ চাফাই কাম কৰিব লগা হ'ল, তাৰ কাৰণ জানিব বিচৰাত সি ক'লে যে স্বাৱলম্বী হোৱাৰ বাবে তাক ধনৰ প্ৰয়োজন। এই

প্ৰসংগতেই এবাৰ কথা উনুকিয়াই থোৱা ভাল হ'ব যে ধনৰ প্ৰতি আকৰ্ষণ সৰু-ডাঙৰ সকলোৰে আছে আৰু শ্ৰমৰ সৈতে ধনৰ সম্পৰ্ক থকা বুলি ধাৰণা কৰে আৰু শ্ৰমেই দেশখনৰ উন্নতিৰ আধাৰ বুলি তেওঁলোকে স্বীকাৰ কৰে। দুখীয়াৰ ওপৰত বেছি কৰ লগাব লাগে বুলি যুক্তি দাঙি ধৰা লোকো আমেৰিকাত আছে। সেই মহলটোৰ মতে আঢ্যৱন্তসকলে তেওঁলোকৰ ধন বিভিন্ন উন্নয়নমূলক কামত বিনিয়োগ কৰে যিয়ে পৰোক্ষভাৱে ৰাষ্ট্ৰৰ উন্নয়নত সহায় কৰে। আনহাতে দুখীয়াসকলে ধন সাঁচি ৰখাৰ অথবা বিনিয়োগ কৰাৰ প্ৰয়োজন অনুভৱ নকৰে। এই নীতি অৱশ্যে গ্ৰহণযোগ্য বুলি আমেৰিকাত গণ্য কৰা হোৱা নাই; কিন্তু এই বক্তব্যই এক বিতৰ্কৰ জোঁৱাৰ তুলিবলৈ সক্ষম হৈছে। মাৰ্কিন যুক্তৰাষ্ট্ৰত দুখীয়া বুলিলেও অন্ন, বস্ত্ৰ, বাসস্থান, শিক্ষা আৰু স্বাস্থ্য প্ৰতিজন নাগৰিকে পোৱাটো নিশ্চিত কৰা হৈছে। মাৰ্কিন অৰ্থনীতিক এনেদৰে গঢ় দিয়া হৈছে যাতে ৰাষ্ট্ৰীয় সম্পদ বৃদ্ধিৰ প্ৰতিযোগিতা তীব্ৰ হৈ থাকে; কিন্তু আনহাতে নাগৰিকসকলক উল্লিখিত ন্যূনতম সা-সুবিধা নিশ্চিত কৰাৰ উপৰি বৃদ্ধ-বৃদ্ধাসকলৰ বাসস্থান আৰু থকা-খোৱাৰ উন্নতমানৰ ওপৰত গুৰুত্ব দিয়া হৈছে। হেনৰীয়েও নিয়মীয়াকৈ বুজন পৰিমাণৰ কৰ দিয়াৰ কথা কৈ আমাৰ ওচৰত গৰ্ব অনুভৱ কৰিছিল।

আমেৰিকাৰ ছাত্ৰ সমাজ সম্পৰ্কে ডঃ অতুল শৰ্মাৰ পৰা জানিবলৈ বিচৰাত তেওঁ কৈছিল যে দেশখনৰ ৯০ শতাংশ কলেজৰ ছাত্ৰই শ্ৰমিক। হাইস্কুললৈকে সেইখন দেশত উপাৰ্জনহীন ছাত্ৰ হৈ থাকে। প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰীয়েই ৫/৬ ঘণ্টাকৈ দোকান, হোটেল, ৰেষ্টোৰা আদিত কাম কৰে। হেনৰীয়ে আমাক জানিবলৈ দিছিল যে সি প্ৰতিটো দেওবাৰ বান্ধৱীৰ সৈতে কটায়। তাৰ মাক-দেউতাকেও সেই কথা জানে আৰু বান্ধৱীৰ টেলিফোন আহিলেই মাক-দেউতাকে উৎসাহেৰে কথা পাতিবলৈ দিয়ে।

সাধাৰণতে কলেজীয়া ছাত্ৰই উপাৰ্জনৰ পথ মোকলোৱাৰ ক্ষেত্ৰত আঢ্যৱন্ত, উচ্চ বংশজাত ইত্যাদিৰ স্থান নাই। উল্লেখযোগ্য যে ৰাষ্ট্ৰপতিসকলৰ ল'ৰা-ছোৱালীসকলেও পঢ়ি থকা অৱস্থাতে উপাৰ্জন কৰে। প্ৰাক্তন ৰাষ্ট্ৰপতি ৰোনাল্ড ৰিগানৰ পুত্ৰ ৰ'নি ৰিগান ইমানেই অপদাৰ্থ আছিল যে সি নিজকে কোনো কামৰে যোগ্য প্ৰতিপন্ন কৰিবলৈ অপৰাগ হোৱাত দৰিদ্ৰ সীমাৰেখাৰ তলত থকাৰ বাবে পেঞ্চন ল'ব লগা হৈছিল, তাকো ৰিগান ৰাষ্ট্ৰপতি হৈ থকা কালত। কাৰোবাৰ খাতিৰত চাকৰি দিয়াৰ প্ৰশ্ন ইয়াত নাই। সেই বাবে নিজকে যোগ্য কৰি তুলিবলৈ প্ৰত্যেকেই তীব্ৰ প্ৰতিযোগিতাত ব্ৰতী হোৱা দেখা যায়। হেনৰীয়ে আমাক তাৰ বান্ধৱীৰ বিষয়ে প্ৰায়ে কৈছিল যে তাই দেখিবলৈ ধুনীয়া, গান গায় আৰু গধূলি

চাৰি ঘন্টাকৈ হোটেল এখনত চাকৰি কৰে। বিয়া কেতিয়া হ'ব সি নক'লে। কিন্তু বান্ধৱীৰ ইচ্ছামতেই বিয়াৰ তাৰিখ ঠিক হ'ব বুলি জনালে। যোগ্যতা থাকিলে মাৰ্কিন যুক্তৰাষ্ট্ৰত যিকোনো যুৱক-যুৱতীয়ে ৰাষ্ট্ৰপতিৰ আসন পৰ্যন্ত দখল কৰাৰ কথা ভাবিব পাৰে।

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ ছাত্ৰ-ছাত্ৰীৰ লক্ষ্য হ'ল নিজকে উপযুক্ত নাগৰিকৰূপে গঢ়ি তোলা। তাৰ বাবে স্বাৱলম্বনকেই তেওঁলোকে প্ৰথম পদক্ষেপ বুলি ধৰি লয়। ছাত্ৰাৱস্থাত আন্দোলন, ধৰ্ণা, বন্ধ আদিত যোগদানৰ কথা তেওঁলোকে ভাবিবই নোৱাৰে। বছৰটোত শিক্ষানুষ্ঠানসমূহ বন্ধ থাকে সাতদিন। বৰদিনৰ বন্ধ দুদিন, অথচ আমাৰ অসমত সাতদিন।

ভাৰতীয় ছাত্ৰ সমাজ আৰু আমেৰিকাৰ ছাত্ৰ সমাজৰ মাজত বিশেষ পাৰ্থক্য বিদ্যমান। ভাৰতীয় ছাত্ৰক নিজৰ নিজৰ ব্যক্তিত্ব গঢ়াত উৎসাহ দিয়া নহয়, অথবা শিক্ষা ব্যৱস্থাক সেইদৰে নিয়ন্ত্ৰিত কৰা নহয়। কিন্তু মাৰ্কিন যুক্তৰাষ্ট্ৰত প্ৰতিজন ছাত্ৰ-ছাত্ৰী যাতে আত্মনিৰ্ভৰশীল হ'ব পাৰে আৰু ব্যক্তিত্বৰ বিকাশ সম্ভৱ হয়, তাৰ বাবে নিত্য নতুন পৰীক্ষা-নিৰীক্ষা চলাই থকা হৈছে। হেনৰীৰ দৰে স্নাতকোত্তৰ ডিগ্ৰীৰ বাবে অধ্যয়ন কৰি থকা যুৱকজনে হোটেলত চাফাই কাম কৰিবলৈ কুণ্ঠাবোধ নকৰে। বহুতো ছাত্ৰই আকৌ বাছ আস্থান আদিত নিয়মীয়াকৈ যাত্ৰীবোৰৰ সমুখতেই জাবৰ-জোথৰ পেলোৱা কাম কৰে। মাৰ্কিন সমাজৰ বৈশিষ্ট্য এইটোৱেই যে শাৰীৰিক আৰু মানসিক শ্ৰমৰ মাজত কোনো ধৰণৰ পাৰ্থক্য নাই। বাছ আস্থানত চাফাই কাম কৰি থকা এজনকো কেইদিনমানৰ পাছত দেখিবলৈ পোৱা যাব যে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি সেইজন চিনেটৰ অথবা ৰাজ্যপাল হৈছে। ভোটাৰসকলে মানুহজন সত্যবাদী আৰু সঁচাকৈয়ে কৰ্মঠ হয়নে নহয়, সেইটোহে পৰীক্ষা কৰে; কিন্তু তেওঁ কায়িক শ্ৰম কৰিছে নে বৌদ্ধিক শ্ৰম কৰিছে তাৰ ওপৰত গুৰুত্ব আৰোপ নকৰে। প্ৰাপ্তবয়স্ক হোৱাৰ পাছত ল'ৰা-ছোৱালীৰ বাবে সুকীয়াকৈ ঘৰ-সংসাৰ কৰাটো ভাৰতীয়ৰ কাৰণে কিছু আচহুৱা যেন লাগিলেও পশ্চিমীয়া নগৰীয়া সভ্যতাৰ এই ব্যৱস্থা শেহতীয়াকৈ দ্ৰুতগতিত এছিয়াৰ সমাজলৈয়ো সম্প্ৰসাৰিত হ'বলৈ ধৰিছে। জাপানৰ নগৰসমূহতো একেই অৱস্থা। প্ৰাপ্তবয়স্ক হোৱাৰ পাছত ল'ৰা-ছোৱালীয়ে সুকীয়াকৈ থাকে। ভাৰতবৰ্ষতো নগৰীয়া সভ্যতাৰ বিকাশৰ লগে লগে মাক-দেউতাকক গ্ৰামাঞ্চলত এৰি ল'ৰা-ছোৱালীয়ে নগৰত থাকিবলৈ লোৱা নাই জানো? আমাৰ সমাজত যেনেকৈ মাজে সময়ে মাক-দেউতাক আহি ল'ৰা-ছোৱালীৰ খা-খবৰ লয় অথবা ল'ৰা-ছোৱালীয়ে সময়ে সময়ে গাঁৱলৈ গৈ মাক-দেউতাকৰ খা-খবৰ কৰে সেই একে ব্যৱস্থা মাৰ্কিন যুক্তৰাষ্ট্ৰতো দেখিবলৈ পোৱা যায়। উল্লেখযোগ্য

যে অসমৰেই উত্তৰ কাছাৰ পাৰ্বত্য জিলা আদিত ল'ৰা-ছোৱালীৰ বিয়াৰ পাছত পিতৃগৃহত থকাৰ নিয়ম নাই। নতুন সংসাৰৰ বাবে নিজাকৈ বাসস্থান নিৰ্মাণ কৰি লয়। দৰাচলতে একান্নবৰ্তী পৰিয়াল ভাঙি টুকুৰা-টুকুৰ হোৱাৰ অন্তৰালত আধুনিক নগৰীয়া জীৱনে বিশেষভাৱে ক্ৰিয়া কৰিছে। এই ব্যৱস্থাক যিমানেই সমালোচনা কৰা নহওক কিয়, পৰিস্থিতিয়ে এদিন তাক গ্ৰহণযোগ্য কৰি তোলাৰ বাহিৰে গত্যন্তৰ নাথাকিব; কিয়নো আজিকালি স্বামী-স্ত্ৰী দুয়োৰে চাকৰি-বাকৰিত ব্যস্ত থাকিব লগা হয়। গতিকে প্ৰত্যেকে ঘৰৰ পৰা আঁতৰত থাকিবলৈ বাধ্য হৈ পৰে আৰু আনকি স্বামী-স্ত্ৰী দুয়োৰে কৰ্মৰ খাতিৰত বেলেগ বেলেগ ঠাইত থাকিব লগাও হয়। তেনে পৰিবেশত তেওঁলোকৰ সৈতে পিতৃ-মাতৃ থাকিও সন্তুষ্ট হ'ব নোৱাৰে। প্ৰাচীন কৃষিজীৱী সমাজত এই সমস্যাবোৰ উত্তৱ হোৱা নাছিল। পৰিয়ালৰ আটায়েই নিকটৱৰ্তী পথাৰত খেতি-বাতিৰ কামত সহায়-সহযোগ আগবঢ়াইছিল আৰু একান্নবৰ্তী হৈ থকাৰ ফলস্বৰূপে বহুত সুবিধাও হৈছিল। মন কৰিব লগা কথা যে একান্নবৰ্তী পৰিয়ালৰ পৰম্পৰা ভাৰত ভূখণ্ড, ইণ্ডোনেছিয়া, ম্যানমাৰ আৰু আফ্ৰিকাৰ সমাজতহে দেখিবলৈ পোৱা যায়। কিন্তু পশ্চিমীয়া সামাজিক ব্যৱস্থাৰ ফলস্বৰূপে যে সন্তানৰ প্ৰতি পিতৃ-মাতৃৰ স্নেহ হ্ৰাস পাইছে তেনে নহয়। সমুখৰ ফালে ডিঙিত ওলোমাই লোৱা মোনাত কেঁচুৱাক লৈ বহুতো মহিলাকে কৰ্মস্থলীলৈ অহা-যোৱা কৰা আমেৰিকাৰ বিভিন্ন নগৰত দেখিছোঁ। মানুহৰ সমুখতেই মাতৃ দুগ্ধ পান কৰাবলৈয়ো তেওঁলোকে কুণ্ঠাবোধ নকৰে। সকলৰ পৰাই শিশুৰ স্বাস্থ্যৰ বিশেষ নজৰ ৰখাৰ উপৰি উপযুক্ত শিক্ষাদানৰ যথেষ্ট ব্যৱস্থা লয়। কিছু বছৰৰ আগলৈকে আমেৰিকানসকলৰ ধাৰণা আছিল যে বিজ্ঞান- প্ৰযুক্তিত তেওঁলোক ছোভিয়েটতকৈ বহু পিছপৰি আছে। মহাকাশ ক্ষেত্ৰত বিচৰণ সম্পৰ্কে ছোভিয়েটে আগবঢ়োৱা অবদান আমেৰিকানসকলে শ্ৰদ্ধাৰে স্মৰণ কৰে। আমি উপভোগ কৰা বহুতো চিনেমা, টেলিফিল্ম আদিত ছোভিয়েট মহাকাশকাৰীসকলৰ প্ৰতি আৰম্ভণিতেই সন্মান প্ৰদৰ্শন কৰা দেখিবলৈ পাইছোঁ। ছোভিয়েটৰ সেই উৎকৰ্ষ সাধনৰ পাছতহে মাৰ্কিন বিশেষজ্ঞসকলে বিজ্ঞান প্ৰযুক্তি বিদ্যাত বেছি জোৰ দিবলৈ শিক্ষাৰ আমূল পৰিবৰ্তন ঘটাইছিল। কিন্তু তাৰ পাছত উপলব্ধি কৰিবলৈ সক্ষম হ'ল যে কেৱল বিজ্ঞান-প্ৰযুক্তিয়েই নহয়, তাৰ লগে লগে সাহিত্য, সমাজবিদ্যা, ভূগোল, বুৰঞ্জী ইত্যাদিকো গুৰুত্ব দিয়া উচিত। শেহতীয়াকৈ বিজ্ঞান-প্ৰযুক্তি, কম্পিউটাৰৰ লগে লগে মাৰ্কিন শিক্ষা ব্যৱস্থাত সাহিত্য-সংস্কৃতি, ইতিহাসকো গুৰুত্বসহকাৰে সামৰি লোৱা হৈছে। ○



*কনকসেন ডেকাৰ পিতৃ গৌৰীসেন ডেকা আৰু মাতৃ তৰাসেন ডেকা*



**১৯৬৭ত নৱদম্পতী। কনকসেন আৰু ভানুশ্ৰী**



*পিতৃ-মাতৃ, দুই ভগ্নী, ভনী-জোঁৱাই, ভাগিন আদিৰে কনকসেন ডেকা*



*মাতৃ ভবাসেন ডেকা, নাতি গৌৰৱ, দুই পুত্ৰ দিগন্ত আৰু প্ৰাঞ্জল, দুই বোৱাৰী ৰিংকু আৰু ঈশানী আৰু একমাত্ৰ কন্যা মাধুৰিমাৰ স'তে ডেকা দম্পতী*



একমাত্ৰ কন্যা মাধুৰিমাৰ সৈতে ডেকা দম্পতী



আমেৰিকাৰ মহাকাশ গৱেষণা প্ৰতিষ্ঠান (নাছা)ত পত্নী ভানুশ্ৰীৰ সৈতে
কনকসেন ডেকা



মার্কিন ৰাষ্ট্ৰপতি ভৱন হোৱাইট হাউছৰ সন্মুখত সপত্নীক কনকসেন ডেকা



আমেৰিকাৰ অসম এছ'চিয়েছনৰ অধিবেশনত মুখ্য অতিথিৰূপে ভাষণ দিছে কনকসেন ডেকাই, ফ্লৰিডাত ১৯৯৮ চনত



নতুন দিল্লীৰ এক গাম্ভীৰ্যপূৰ্ণ অনুষ্ঠানত মাদাৰ টেৰেছাই ৰাষ্ট্ৰীয় নাগৰিক বঁটা প্ৰদান কৰিছে কনকসেন ডেকাক ১৯৯৬ চনত



অটল বিহাৰী বাজপেয়ীৰ সৈতে কনকসেন ডেকা



'অগ্ৰদূত' প্ৰতিষ্ঠানৰ পৰা প্ৰকাশিত আৰু কনকসেন ডেকা সম্পাদিত ইংৰাজী সাপ্তাহিক 'Action' মুকলি কৰিছে তদানীন্তন কেন্দ্ৰীয় মন্ত্ৰী দীনেশ গোস্বামীয়ে



প্ৰয়াত হিতেশ্বৰ শইকীয়া, ৰমা বেজবৰুৱা, এম চালেহউদ্দিন চৌধুৰী, নিৰ্মল সৰকাৰ, ড° কন্দৰ্প ডেকা আদিৰ স'তে কনকসেন ডেকা



জয়সাগৰ বেলশৰত শ্বহীদ স্মৃতি কলেজ উদ্বোধনী অনুষ্ঠানত কনকসেন ডেকা



'অগ্ৰদূত'ৰ কুৰি বছৰীয়া উদ্‌যাপন কাৰ্যসূচীৰ অংশৰূপে দীঘলীপুখুৰীৰ পাৰত বৃক্ষৰোপণ কৰিছে কনকসেন ডেকাই



'অগ্ৰদূত'ৰ ৰূপালী জয়ন্তীত দীঘলীপুখুৰীৰ পাৰত থকা সিংহপুৰুষ ৰাধাগোবিন্দ বৰুৱালৈ শ্ৰদ্ধা জ্ঞাপন কৰিছে কনকসেন ডেকাই



'অগ্ৰদূত'ৰ ৰূপালী জয়ন্তী অনুষ্ঠান পতাকা উত্তোলনেৰে মুকলি কৰিছে
গান্ধীবাদী নেতা ৰবীন কাকতিয়ে



ডঃ ভূপেন হাজৰিকাৰ সৈতে কনকসেন ডেকা। মাজত বন্ধু ওজা



'অগ্ৰদূত'ত দীৰ্ঘদিনৰ সহকৰ্মী এম চালেহউদ্দিন চৌধুৰী, যদু কাকতী আৰু সুৰেন্দ্ৰনাথ বৰুৱাৰ স'তে কনকসেন ডেকা



'দৈনিক অগ্ৰদূত'ৰ যোৰহাট সংস্কৰণ মুকলি অনুষ্ঠানত ভাষণৰত কনকসেন ডেকা। কাষত অতিথিসকল ক্ৰমে ঃ অৰুণ গোস্বামী, পদ্ম বৰকটকী, প্ৰদ্যুৎ বৰদলৈ, মদন বৰঠাকুৰ, অঞ্জন দত্ত আদি



অগ্ৰদূত প্ৰতিষ্ঠানে আগবঢ়োৱা 'চৈয়দ আব্দুল মালিক অগ্ৰদূত বঁটা' প্ৰদান অনুষ্ঠানত ভাষণৰত ড° দেৱ প্ৰসাদ বৰুৱা। মঞ্চত পদ্ম বৰকটকী, বঁটা বিজয়ী ড° যতীন মিপুণ, ড° বসন্ত ভট্টাচাৰ্য, ৰিজু হাজৰিকাৰ স'তে কনকসেন ডেকা



শ্ৰীমন্ত শংকৰদেৱ সংঘৰ চৰাইদেউ অধিৱেশনত বিশিষ্ট অতিথিৰূপে ভাষণৰত কনকসেন ডেকা

